# অসমীয়া ব্যাকৰণ আৰু ব্যৱহাৰ

ড° লীলাৱতী শইকীয়া বৰা



অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ৭৮৫০০১ হৈ
**চন্দ্ৰ প্ৰকাশ**
পাণবজাৰ, গুৱাহাটী-১

**Assamese Grammar and Usage :** *An analytical studies of Assamese grammar and Usage written by Dr. Lilabati Saikia Bora and published by Chandra Prakash, Guwahati on behalf of Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1*

# অসমীয়া ব্যাকৰণ আৰু ব্যৱহাৰ

**গ্ৰন্থস্বত্ব**
অসম সাহিত্য সভা

**প্ৰকাশক**
অসম সাহিত্য সভাৰ হৈ
ৰাজেন্দ্ৰ মোহন শৰ্মা
ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ, পাণবজাৰ, গুৱাহাটী-১
ফোন ঃ ০৩৬১-২৫১১৯৪৬/৮৮১১০৮১০০১
*e-mail : chandra.publisher@gmail.com*

ISBN 978-93-244-0608-8

প্ৰথম প্ৰকাশ ঃ ২০১৬ খ্ৰীষ্টাব্দ

বেটুপাত ঃ ভিক্টৰ ৰাজকুমাৰ

মূল্য ঃ ১৩০.০০ টকা

অক্ষৰ বিন্যাস ঃ কবিতা বৰা নেওগ

বৰ্ণাশুদ্ধি ঃ ৰীমা কলিতা

**মুদ্ৰক**
নেছনেল প্ৰিণ্টাৰ্চ
কালাপাহাৰ, গুৱাহাটী-১৬

## প্ৰধান সম্পাদকৰ এষাৰ

এখন ব্যৱহাৰিক ব্যাকৰণৰ অভাৱ বাৰুকৈয়ে অনুভৱ কৰি অসম সাহিত্য সভাৰ তৰফৰ পৰা এই দায়িত্ব বিশিষ্ট ভাষাবিদ ড° লীলাৱতী শইকীয়া বৰা বাইদেউক প্ৰদান কৰা হৈছিল। বাইদেৱে কৰ্মব্যস্ততাৰ মাজতো এই মহৎ কামফেৰা সম্পন্ন কৰাৰ বাবে তেখেতলৈ সভাৰ আন্তৰিক শলাগ জ্ঞাপন কৰিলো। এই ব্যাকৰণখনিয়ে অসমীয়া ভাষাৰ সাম্প্ৰতিক সময়ত দেখা দিয়া দুৰ্বল দিশ আৰু সন্মুখীন হোৱা সমস্যা নিৰাময় কৰিব বুলি আশা ৰাখিছো।

গ্ৰন্থখনিৰ প্ৰস্তুতিত সভাৰ মাননীয় সভাপতি ড° ধ্ৰুৱজ্যোতি বৰা, কৰ্মচাৰী কবিতা বৰা, ৰীমা কলিতাৰ উপৰি সভাৰ প্ৰকাশন উপ-সমিতিৰ আহ্বায়ক গণেশচন্দ্ৰ নাথক আন্তৰিক শলাগ জ্ঞাপন কৰিলো। প্ৰকাশক চন্দ্ৰ প্ৰকাশৰ লগতে বেটুপাতৰ শিল্পী—সবালৈকে আন্তৰিক শলাগ যাঁচিলো।

চিৰ চেনেহী মোৰ ভাষা জননী!

পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক

২০.২. ২০১৬ খ্ৰী.

# আগকথা

২০১৩ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ শেষত অসম সাহিত্য সভাৰ পৰা এখন পত্ৰ আহিল। সেই পত্ৰ মতে এবছৰৰ ভিতৰত অৰ্থাৎ ২০১৩ খ্ৰীষ্টাব্দৰ এপ্ৰিলৰ পৰা ২০১৪ খ্ৰীষ্টাব্দৰ এপ্ৰিলৰ ভিতৰত এখন ব্যৱহাৰিক ব্যাকৰণ (Functional Grammar) লিখি দিব লাগে। স্বাস্থ্যগত কাৰণত থেৰোগেৰো কৰিছিলোঁ যদিও অসমীয়া ভাষাত এখন নতুন ব্যাকৰণ হ'ব বুলি ভাবি সন্মতি জনালোঁ।

কামটো হাতত লৈ মে' মাহৰ পৰা ভাৰতীয় ভাষাত লিখা ব্যৱহাৰিক ব্যাকৰণ বিচাৰি ইণ্টাৰনেট চলাথ কৰিলোঁ। নাই, কোনো ভাৰতীয় ভাষাতে তেনে ধৰণৰ ব্যাকৰণ থকাৰ কথা গম নাপালোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰকে ধৰি গুৱাহাটীৰ বিভিন্ন গ্ৰন্থাগাৰত তেনে ধৰণৰ কিতাপ বিচাৰিলোঁ। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ লক্ষ্মীনাথ বেজবৰুৱা গ্ৰন্থাগাৰতো খবৰ কৰিলোঁ। কিন্তু ব্যৱহাৰিক ব্যাকৰণ বিষয়ক কোনো গ্ৰন্থ নাপালোঁ। দুমাহমানৰ পাছত দিল্লীত থকা মোৰ ছোৱালী ছায়া কুসুমিতাই (ইংৰাজীত এম. এ., বি. এড. আৰু দিল্লীৰ এখন কেন্দ্ৰীয় বিদ্যালয়ৰ বিষয় শিক্ষক) গ্ৰাহাম লকৰ (Graham Lock) Fuctional English Grammar -খনৰ লগতে Communicative Grammar এখনো পঠিয়াই দিলে। ব্যাকৰণখন ওপৰে ওপৰে আদ্যন্ত চালোঁ। গ্ৰন্থখনৰ আগকথাৰ পৰা জানিলোঁ, লকে সেই গ্ৰন্থ প্ৰণয়নত বিশ্বৰ দুগৰাকী বিখ্যাত ব্যৱহাৰিক ভাষা-বিজ্ঞানী (Functional Linguists) Christopher Nesbitt আৰু Guenter Phim-ৰ পৰা বিশেষভাৱে সহায় পাইছিল। তাৰ উপৰি আৰু দহগৰাকী সহকৰ্মী ভাষাবিদে তেওঁক ব্যাকৰণখন ৰচনা কৰাত নানান দিহা-পৰামৰ্শ দি বিভিন্ন ধৰণে সহায় কৰিছিল। গ্ৰাহাম লক হংকং চিটি ইউনিভাৰচিটিৰ অধ্যাপক আছিল। তেওঁ ছিংগাপুৰ, অষ্ট্ৰেলিয়া আৰু নিউজিলেণ্ডতো English আৰু English Language Teaching বিষয়ত বক্তৃতা প্ৰদান কৰিছিল।

গ্ৰাহাম লকৰ Functional English Grammar খন সাধাৰণভাৱে পঢ়ি চাই দেখিলোঁ, এইখন প্ৰায়োগিক ভাষা বিজ্ঞানৰ আধাৰত ৰচিত বাক্যভিত্তিক এখন অতি মূল্যবান ব্যাকৰণ। গ্ৰন্থখন লিখিবলৈ পাঁচ বছৰৰো অধিক সময় লাগিছিল। গ্ৰাহাম লকৰ মতে Functional Grammar-এ প্ৰধানভাৱে "Sees Language first and foremost as a system of communication and analyzes grammar to discover how it is organised to allow speakers and writers to make and exchange meanings'. লকৰ এই ব্যাকৰণৰ মূল আৰ্হি আছিল M.A.K. Holliday-ৰ 'An Introduction to Functional Grammar'.

লকৰ গ্ৰন্থখন পঢ়াৰ পাছত ভাবিলোঁ, এই ধৰণৰ অসমীয়া ব্যাকৰণ এখন লিখিবলৈ কেইবা বছৰো লাগিব আৰু মাজে মাজে ক্ষেত্ৰ অধ্যয়নো কৰিব লাগিব। শাৰীৰিক অসুস্থতাৰ বাবে ক্ষেত্ৰ অধ্যয়নো মোৰ বাবে অসম্ভৱ। যি কি নিহওক, গ্ৰাহাম লকৰ ব্যাকৰণখন লৈ ভাষাবিদ ড° ৰমেশ পাঠকৰ ওচৰ পালোঁগৈ। গ্ৰাহাম লকৰ Functional English Grammar খন পঢ়ি কিছুদিনৰ পাছত জনালে যে অসমীয়া ব্যাকৰণ এনেকৈ লিখিলে নচলিব। তাৰ পাছত আন এগৰাকী ভাষাবিদ ফণীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাক লগ কৰিলোঁ। কিন্তু তেওঁৰ পৰাও বিশেষ সহায় পোৱা নগ'ল। শেষত এদিন অসম তথা ভাৰতবৰ্ষৰে এগৰাকী প্ৰসিদ্ধ ভাষাবিদ শিক্ষাগুৰু গোলোকচন্দ্ৰ গোস্বামী ছাৰৰ ওচৰলৈ গ'লোঁ। তেখেতে গ্ৰাহাম লকৰ ব্যাকৰণখন ওপৰে ওপৰে চাই ক'লে—'বুইছা, সকলো ব্যাকৰণেই ব্যৱহাৰিক।....' ছাৰৰ সেই বাক্য শাৰীয়ে যেন মোৰ মনলৈ বিজুলি চমকৰ দৰে এটা ধাৰণা আনি দিলে। ভাবিলোঁ, আমিও দেখোন অসমীয়া ব্যকৰণৰ বিভিন্ন উপাদানবোৰৰ ব্যৱহাৰ বাক্যত কেনেদৰে হয় দেখুৱাব পাৰোঁ।

নাই, মনৰ খুকুৰি নমৰিল। কেইদিনমানৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাষা-বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক ড° জ্যোতি তামুলীক লগ কৰিলোঁগৈ। তেওঁক গ্ৰাহাম লকৰ Functional English Grammar খন দিলোঁ আৰু ক'লোঁ— 'এনে ধৰণৰ ব্যাকৰণ লিখিবলৈ আধুনিক ভাষা-বিজ্ঞানৰ বিশেষকৈ প্ৰয়োগ ভাষা বিজ্ঞানৰ জ্ঞান লাগিব। এই বিষয়ত মই তেনেই অনভিজ্ঞ। আমি দুয়ো একেলগে এই ব্যাকৰণখনৰ কাম কৰোঁ দিয়া।' তেওঁ পোনচাটেই ক'লে—'নাই, নাই; আপুনিয়ে পাৰিব। ৰ'ব, মই আপোনাক দুখন কিতাপ দিওঁ। এই বুলি তেওঁ উঠি গৈ আলমাৰীৰ পৰা Geoffre Leech-অৰ "An A-Z of English Grammar

& Usage" খনৰ লগতে এখন Communitive Grammar আনি দিলে। দুয়োখন কিতাপ চাই মই লীছুৰ ব্যাকৰণখনকে কিছুদিনৰ কাৰণে ঘৰলৈ আনিলোঁ। এইখন ব্যাকৰণত সূত্ৰ নাই। কিন্তু ইংৰাজী বৰ্ণমালা অনুসৰি একাদিক্ৰমে A B C আদি আখৰেৰে আৰম্ভ হোৱা শব্দবোৰ বাছি লৈ সেইবোৰ article, noun নে pronoun এইদৰে উল্লেখ কৰি বাক্যত সেইবোৰৰ ব্যৱহাৰ দেখুওৱা হৈছে। এই ব্যাকৰণখনৰ আৰ্হিতে আমাৰ প্ৰস্তাৱিত ব্যাকৰণখনৰ নাম দিলোঁ— **অসমীয়া ব্যাকৰণ আৰু ব্যৱহাৰ**। তাৰ পাছত আমাৰ পৰম্পৰাগত ব্যাকৰণ, ঘাইকৈ আধুনিক ভাষা বিজ্ঞানৰ পোহৰত ৰচনা কৰা ভাষাবিদদ্বয় ড° উপেন্দ্ৰনাথ গোস্বামী আৰু ড° গোলোক চন্দ্ৰ গোস্বামী ছাৰৰ ব্যাকৰণকেইখন আৰু আমাৰ 'অসমীয়া ভাষাৰ ৰূপতত্ত্ব'খন আগত ৰাখি নতুন ব্যাকৰণৰ কাম আৰম্ভ কৰিলোঁ। দুটামান অধ্যায় লেখাৰ পাছতে আকৌ বিচনা ল'লোঁ। প্ৰায় চাৰিমাহমান জ্বৰত ভুগিলোঁ। ২০১৪ খ্ৰীষ্টাব্দৰ জুলাইৰ পৰা আকৌ ব্যাকৰণৰ কাম উলিয়াই ল'লোঁ আৰু অক্টোবৰ-নবেম্বৰৰ ভিতৰত শেষ কৰাৰ সিদ্ধান্ত ল'লোঁ। তাৰ মাজতে কিছু লেখা লৈ বিশিষ্ট শিক্ষাবিদ টাবু টাইড ছাৰৰ ওচৰ পালোঁগৈ। ছাৰে ব্যৱহাৰিক ব্যাকৰণৰ বিষয়ে একো নক'লে যদিও ভিতৰলৈ উঠি গৈ মোৰ কামত সহায় হ'ব বুলি A Communicative Grammar of English খন দি কামত আগবাঢ়ি যাবলৈ ক'লে।

নবেম্বৰ মাহৰ ১২ তাৰিখে ব্যাকৰণখনৰ কাম প্ৰায় শেষ কৰিলোঁ। সময় কম হোৱাৰ কাৰণে বাক্যতত্ত্ব বিষয়ক অধ্যায়টো বাদ দিলোঁ। প্ৰথমৰ পৰা শেষলৈ গোটেইখিনি লেখা চাই ভাব হ'ল, এইখন দেখোন এখন পৰম্পৰাগত ব্যাকৰণেই হ'ল। তথাপি শান্তি পালোঁ এই ভাবি যে অসমীয়া ব্যাকৰণবোৰত কিছুমান বিষয়ত থকা অস্পষ্টতা আৰু খেলি-মেলি গুচাই ইয়াত যিমান পৰা যায় স্পষ্ট আৰু সৰল কৰিবলৈ চেষ্টা কৰা হৈছে। যি কি নহওক, **অসমীয়া ব্যাকৰণ আৰু ব্যৱহাৰ** গ্ৰন্থ প্ৰণয়নত বাট দেখুওৱা পাশ্চাত্য ব্যাকৰণবিদসকলৰ লগতে উপেন্দ্ৰনাথ গোস্বামী, গোলোকচন্দ্ৰ গোস্বামী প্ৰমুখ্যে অসমীয়া ব্যাকৰণবিদসকললৈ আৰু এই কামত আমাক উৎসাহ যোগোৱা সকলো ব্যক্তিলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। বিশেষকৈ ড° জ্যোতি তামুলী আৰু টাবু টাইড ছাৰে নিজৰ বহুমূলীয়া গ্ৰন্থ মোক পঢ়িবলৈ দি সহায় কৰাৰ কাৰণে দুয়োৰে ওচৰত মই বিশেষভাৱে কৃতজ্ঞ হৈ ৰ'লোঁ।

অসম সাহিত্য সভাই এই ব্যাকৰণখন প্ৰণয়ন কৰিবলৈ দি আমাৰ প্ৰতি যি আস্থা প্ৰকাশ কৰিলে, তাৰ বাবে সভাৰ সভাপতি, সম্পাদক প্ৰমুখ্যে সমূহ বিষয়ববীয়ালৈ ধন্যবাদ জনাইছোঁ। বিশেষকৈ অসম সাহিত্য সভাৰ বৰ্তমানৰ উপ-সভাপতি তথা আমাৰ প্ৰাক্তন গুণী ছাত্ৰ ড° পৰমানন্দ ৰাজবংশীয়ে মাজে মাজে ব্যাকৰণখনৰ কথা সোঁৱৰাই আমাক বিশেষভাৱে সহায় কৰিছে, তেওঁলৈকো মোৰ আন্তৰিক স্নেহ আৰু ধন্যবাদ থাকিল।

এখন ভাল ব্যাকৰণ লেখিবলৈ কমেও দুই-তিনি বছৰৰ প্ৰয়োজন। আমি বৰ কম সময়তে ব্যাকৰণখন লেখি দিব লগা হোৱাত দ্বিতীয়বাৰ পঢ়ি চাবলৈকো সময় নহ'ল। অনিচ্ছা সত্বেও থকা ভুল-ভ্ৰান্তিবোৰ সদাশয় পাঠক আৰু ব্যাকৰণপ্ৰেমীসকলে আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম আৰু ভৱিষ্যতে সেইবোৰ শুধৰাবলৈ চেষ্টা কৰিম।

লীলাৱতী শইকীয়া বৰা
১২।১১।১৪ খ্ৰীষ্টাব্দ

বিষ্ণুজ্যোতি পথ
গৃহ নং-৫০, হাতীগাঁও
গুৱাহাটী-৩৮

# সূচীপত্ৰ



॥ ১ ॥

## বাক্ ধ্বনি আৰু ব্যৱহাৰ

১.১. ভাষাৰ মূল সামগ্ৰী হৈছে বাক্‌ধ্বনি। বাক্ মানে কথা অৰ্থাৎ কথা-বতৰা পাতোঁতে মানুহৰ মুখৰ পৰা নিৰ্গত হোৱা ধ্বনিয়েই বাক্‌ধ্বনি বা চমুকৈ ধ্বনি। জীৱ-জন্তু, চৰাই-চিৰিকতি, কীট-পতংগ ইত্যাদিৰ মুখৰ পৰাও বিভিন্ন প্ৰকাৰৰ ধ্বনি সৃষ্টি হয়। কিন্তু সেইবোৰ ধ্বনিয়ে মনৰ আবেগ-অনুভূতি প্ৰকাশ কৰি ভাবৰ আদান-প্ৰদানত সহায় কৰিব নোৱাৰে। গতিকে জীৱ-জন্তু আদিৰ দ্বাৰা সৃষ্ট বা আন প্ৰাকৃতিক কাৰণত সৃষ্ট ধ্বনিক বাক্ ধ্বনি বোলা নহয়। মানুহৰ হাওঁফাওঁৰ পৰা ওলাই অহা বায়ু প্ৰৱাহক মুখ বিবৰৰ অন্তৰ্গত ঘাইকৈ ওঁঠ আৰু জিভাৰ সঞ্চালনৰ দ্বাৰা দাঁতত, তালুকাৰ বিভিন্ন স্থানত, গলকোষ আদিত কেতিয়াবা সম্পূৰ্ণভাৱে, কেতিয়াবা আংশিকভাৱে ৰোধ কৰি আৰু কেতিয়াবা বায়ু প্ৰৱাহৰ পথ সম্পূৰ্ণ মুক্ত ৰাখি, কেতিয়াবা বায়ু প্ৰৱাহৰ আধা মুখেদি আৰু আধা নাকেদি উলিয়াই যিবোৰ ধ্বনি সৃষ্টি কৰা হয়, সেইবোৰ ধ্বনিকহে বাক্ ধ্বনি বুলি কোৱা হয়। বাক্‌ধ্বনি ভাষাৰ অপৰিহাৰ্য উপাদান। বাক্‌ধ্বনিবোৰ যাদৃশিক। ইহঁতৰ নিজা কোনো অৰ্থ নাই। এই ধ্বনিবোৰৰ সুসংগত, শৃংখলাবদ্ধ আৰু যথাযথ প্ৰয়োগতহে একোটা অৰ্থপূৰ্ণ শব্দৰ সৃষ্টি হয় আৰু এই শব্দবোৰৰ শৃংখলাবদ্ধ অৰ্থৱহ প্ৰয়োগত সৃষ্টি হয় একোটা বাক্যৰ। এইদৰে ধ্বনি, শব্দ আৰু বাক্যৰ সু-সমাহাৰত একোটা ভাষাৰ সৃষ্টি হয়। গতিকে ধ্বনি ভাষাৰ কেঁচা মাল স্বৰূপ। অসমীয়া ভাষাৰো কেঁচা মাল হৈছে অসমীয়া বাক্‌ধ্বনিসমূহ।

১.২. ভাষাৰ দুটা ৰূপ ঃ কথিত আৰু লিখিত। কথিত ভাষাত ধ্বনিবোৰৰ কোনো চাক্ষুস ৰূপ বা চিহ্ন নাথাকে। কিন্তু লিখিত ভাষাত প্ৰায় প্ৰতিটো উচ্চাৰিত ধ্বনিৰে একোটা চাক্ষুস ৰূপ বা চিহ্ন আছে। ধ্বনি বুজাবলৈ ব্যৱহৃত হোৱা এই চিহ্নবোৰেই হৈছে আখৰ (alphabat)। অসমীয়া ভাষাত ধ্বনি বুজোৱা এই চিন বা আখৰবোৰক এক প্ৰকাৰ বৰ্ণ বোলা হৈছে (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃষ্ঠা-

১১)। প্ৰকৃততে বৰ্ণ আৰু আখৰ একে নহয়। বৰ্ণ হৈছে ধ্বনিৰ বিশিষ্ট ৰূপ আৰু আখৰ হৈছে সেই বৰ্ণৰ লিখিত ৰূপ বা লিপি। সংস্কৃতত বৰ্ণ আৰু আখৰৰ মাজত পাৰ্থক্য নাই। কিন্তু অসমীয়াত উচ্চাৰিত ধ্বনি আৰু সেই ধ্বনি বুজোৱা চিহ্ন বা আখৰৰ মাজত পাৰ্থক্য আছে। যি কি নহওক অসমীয়াত ব্যৱহৃত ধ্বনি বা বৰ্ণবোৰ একোটা নিৰ্দিষ্ট ক্ৰমত সজাই একোখন বৰ্ণমালা তৈয়াৰ কৰা হৈছে। ধ্বনিবোৰৰ উচ্চাৰণৰ ধৰণলৈ লক্ষ্য কৰি এই বৰ্ণমালাক দুটা ভাগত ভগাব পাৰি; স্বৰবৰ্ণমালা আৰু ব্যঞ্জনবৰ্ণমালা। স্বৰবৰ্ণমালাত স্বৰধ্বনি আৰু ব্যঞ্জনবৰ্ণমালাত ব্যঞ্জন ধ্বনিবোৰ সামৰি লোৱা হৈছে।

**১.৩. স্বৰধ্বনি ঃ** মুখ বিবৰৰ ক'তো বাধাপ্ৰাপ্ত নোহোৱাকৈ হাওঁফাওঁৰ পৰা ওলাই অহা বায়ু প্ৰৱাহক কেৱল জিভা আৰু ওঁঠ দুটাৰে সঞ্চালন কৰি উচ্চাৰণ কৰা ধ্বনিবোৰেই স্বৰধ্বনি। স্বৰধ্বনিবোৰ আন কোনো ধ্বনিৰ সহায় নোলোৱাকৈ অকলে উচ্চাৰিত হয়। অসমীয়া ভাষাত স্বৰধ্বনি এঘাৰটা। সেইকেইটা হ'ল—

অ, আ, ই, ঈ, উ, ঊ, ঋ, এ, ও, ঐ, ঔ।

সংস্কৃত ভাষাৰ বৰ্ণমালাৰ আৰ্হিত প্ৰস্তুত কৰা অসমীয়া ভাষাৰ স্বৰবৰ্ণমালাৰ এই এঘাৰটা ধ্বনিৰ উচ্চাৰণ কিন্তু সংস্কৃতৰ দৰে ধ্বনিগত নহয়। উচ্চাৰণৰ দৈৰ্ঘৰ ভিত্তিত সংস্কৃতৰ তেৰটা স্বৰধ্বনিক **হ্ৰস্ব** আৰু **দীৰ্ঘ**, এই দুটা ভাগত ভগোৱা হৈছে। তাৰ আৰ্হিতে অসমীয়াতো **অ, ই, উ, ঋ** ধ্বনিক **হ্ৰস্ব** স্বৰ আৰু **আ, ঈ, ঊ, এ, ও, ঐ** আৰু **ঔ**-ক **দীৰ্ঘ** স্বৰৰ ভিতৰত ধৰা হৈছে। প্ৰকৃততে অসমীয়া ভাষাত স্বৰৰ **হ্ৰস্ব-দীৰ্ঘ** উচ্চাৰণৰ মাজত পাৰ্থক্য নাই। উদাহৰণ স্বৰূপে, **সি** শব্দৰ **ই** স্বৰৰ উচ্চাৰণ দীৰ্ঘ, কিন্তু লিখোঁতে অসমীয়াত হ্ৰস্ব **ই**-হে ব্যৱহাৰ কৰা হয়। সেইদৰে **নদী** শব্দত দীৰ্ঘ **ঈ** ব্যৱহাৰ হৈছে যদিও ইয়াৰ উচ্চাৰণ **হ্ৰস্বহে। উ, ঊ** স্বৰৰ ক্ষেত্ৰতো একে কথা। কিন্তু লিখিত ৰূপত অসমীয়াত হ্ৰস্ব-দীৰ্ঘ দুয়োবিধ স্বৰ ব্যৱহাৰ কৰা হয়। সংস্কৃতত হ্ৰস্ব স্বৰবোৰক এক মাত্ৰাৰ আৰু দীৰ্ঘ স্বৰবোৰক দুই মাত্ৰাৰ বুলি ধৰা হয়। কিন্তু হ্ৰস্ব-দীৰ্ঘৰ উচ্চাৰণ নিৰ্দিষ্ট বা বৰ্ণগত নোহোৱাৰ কাৰণে অসমীয়া ভাষাৰ স্বৰৰ মাত্ৰাও নিৰ্দিষ্ট নহয়। মাত্ৰা হৈছে স্বৰৰ উচ্চাৰণৰ সময়।

সংস্কৃতত তিনি মাত্ৰাৰ প্লুত স্বৰ এটাও আছে, যিটো স্বৰৰ উচ্চাৰণ গান গাওঁতে, দূৰত থকা কাৰোবাক মাতোঁতে বা কান্দোতে শুনা যায়। তাৰ আৰ্হিতে



অসমীয়াতো প্লুত স্বৰ আছে বুলি কোৱা হয়। কিন্তু অসমীয়াত এই স্বৰৰ মাত্ৰা নিৰ্দিষ্ট নহয়। ৰিং মাৰোঁতে, গান গাওঁতে বা কান্দোতে শুনাৰ উপৰি অসমীয়াত বিশেষ পৰিৱেশত বিশেষকৈ নাম-প্ৰসংগৰ অন্তত "অ'.....হৰি, অ'....ৰাম"- এনেদৰে হৰিধ্বনি দিওঁতে অসমীয়াত কেইবা মাত্ৰাৰো প্লুত স্বৰ শুনা যায়।

ধ্বনিগুণ অনুসৰি উল্লিখিত এঘাৰটা স্বৰক এনেদৰে ভগাব পাৰি—

| | |
|---|---|
| সৰল স্বৰ | ঃ অ আ ই ঈ উ ঊ এ ও |
| দ্বি স্বৰ বা যৌগিক স্বৰ | ঃ ঐ, ঔ |
| কম্পিত বা তৰল স্বৰ | ঃ ঋ |

এইদৰে দেখা যায়, অসমীয়া ভাষাৰ স্বৰধ্বনিৰ উচ্চাৰিত ৰূপ আৰু লিখিত ৰূপ একে নহয়। উল্লিখিত এঘাৰটা স্বৰ-ধ্বনিয়েই অসমীয়া ভাষাৰ লিখিত ৰূপত ব্যৱহৃত হয়। কিন্তু উচ্চাৰণত মাত্ৰ ছয়টা স্বৰহে পোৱা যায়—**অ, আ, ই, উ, এ, ও**।

ইয়াৰ উপৰি অসমীয়া ভাষাত আৰু দুটা স্বৰ উচ্চাৰিত হয়—অ' আৰু এ'। এই ধ্বনি দুটাৰ বাবে অসমীয়া বৰ্ণমালাত পৃথক ধ্বনি প্ৰতীক বা আখৰ নাই। সেয়েহে সাধাৰণ অ আৰু এ ধ্বনিৰ উচ্চাৰণতকৈ সামান্য পৃথক এই ধ্বনি দুটা বুজাবলৈ অ আৰু এ স্বৰৰ ওপৰত উৰ্দ্ধ কমা দি বৰ্ণমালাত নথকা অথচ উচ্চাৰণত থকা এই স্বৰ দুটা অ' আৰু এ' আখৰেৰে লিখা হয়। সেই হিচাপে অসমীয়া ভাষাৰ উচ্চাৰিত স্বৰধ্বনি সৰ্বমুঠ আঠোটা। সেয়েহে অসমীয়া ভাষাৰ স্বৰধ্বনিৰ আলোচনা কৰোঁতে স্বৰৰ উচ্চাৰিত ৰূপ আৰু লিখিত ৰূপ, এই দুয়োটা দিশলৈ লক্ষ্য কৰিব লাগে। দৰাচলতে প্ৰাথমিক বিদ্যালয়তে অসমীয়া স্বৰধ্বনিৰ উচ্চাৰণৰ বৈশিষ্ট্য সহজ-সৰলভাৱে ছাত্ৰ-ছাত্ৰীক বুজাই দিব লাগে। লিখিত ৰূপত ব্যৱহৃত অসমীয়া স্বৰবোৰৰ দুটা ৰূপ—**মুখ্য** আৰু **গৌণ**। অ স্বৰৰ বাহিৰে বাকী দহোটা স্বৰৰে গৌণ ৰূপ আছে। গৌণ ৰূপবোৰ ব্যঞ্জনৰ লগত যুক্ত হয়। তলত অসমীয়া স্বৰধ্বনিৰ মুখ্য ৰূপ বা আখৰ, গৌণ ৰূপ আৰু উচ্চাৰিত স্বৰধ্বনি বা বিশিষ্ট্য ধ্বনিবোৰ দেখুওৱা হ'ল—

| স্বৰৰ মুখ্য ৰূপ বা আখৰ | গৌণ ৰূপ | উচ্চাৰিত স্বৰধ্বনি |
|---|---|---|
| অ | — | অ, অ' |
| আ | া | আ |

| | | |
|---|---|---|
| ই, ঈ | ি, ী | ই |
| উ, ঊ | ু ূ | উ |
| এ | ে | এ (ɛ), এ' (e) |
| ও | ো | ও |
| ঋ | ৃ | (ৰি) |
| ঐ | ৈ | (অ'ই) |
| ঔ | ৌ | (অ'উ) |

উল্লিখিত তালিকাৰ উচ্চাৰিত স্বৰধ্বনিৰ শিতানত ব্ৰেকেটত থকা ধ্বনি তিনিটাৰ বিশুদ্ধ উচ্চাৰণ অসমীয়া ভাষাত নাই। ঋ ধ্বনি ৰি হিচাপে আৰু ঐ, ঔ দ্বিস্বৰ হ'লেও অ'ই, অ'উ-ৰ দৰে স্বৰ সংযুক্তি হিচাপেহে উচ্চাৰিত হয়। অসমীয়া ভাষাত দুটা স্বৰৰ এনে সংযুক্তি দুকুৰিমান হ'ব। তিনি, চাৰি আৰু পাঁচোটা স্বৰৰ সংযুক্তিও অসমীয়া ভাষাত দেখা যায়।[১]

অসমীয়া ভাষাৰ লিখিত আৰু উচ্চাৰিত সৰ্বমুঠ এঘাৰটা স্বৰধ্বনি শব্দৰ প্ৰায় সকলো স্থানতে ব্যৱহাৰ হয়। অৱশ্যে উৰ্দ্ধকমাযুক্ত অ' আৰু এ' স্বৰ সাধাৰণতে শব্দৰ আদ্য অক্ষৰৰ লগতহে ব্যৱহাৰ হোৱা দেখা যায়। পাছত উচ্চ ই, ঈ আৰু উ, ঊ স্বৰ থাকিলে আগত থকা এ ধ্বনি এ'লৈ ৰূপান্তৰ হয়। কিন্তু লিখোঁতে শব্দত এ ধ্বনিৰ ওপৰত উৰ্দ্ধকমা (-') ব্যৱহাৰ কৰা নহয়। শব্দৰ বিভিন্ন স্থানত অসমীয়া স্বৰধ্বনিকেইটাৰ ব্যৱহাৰ এনে ধৰণৰ—

| | আদ্য | মধ্য | অন্ত্য |
|---|---|---|---|
| অ | অলস | কমল | পাৰ (প-আ-ৰ-অ) |
| অ' | ক'ত, হ'ল, ব'হাগ | — | — |
| আ | আমি | কপাহ | শাখা |
| ই | ইকৰা | ইতিকিং | আজি |
| ঈ | ঈশ্বৰ | গভীৰ | দীপালী |
| উ | উৰুকা | মুকুতা | গাভৰু |
| ঊ | ঊৰ্দ্ধবাহু | গধূলি | বধূ |
| এ | এক | এতেকে | এনে |

১। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া বৰ্ণ প্ৰকাশ ১৯৯০, পৃ. ১৪৫-১৫৮



| | | | |
|---|---|---|---|
| এ' | এতিয়া, ফেঁহু | — | — |
| ও | ওমল | কোমোৰা | নাও |
| ঐ | ঐনিতম | জাকৈয়া | আতৈ |
| ঔ | ঔটেঙা | মুচৌৰী | ভাটৌ |
| ঋ | ঋষি | অমৃত | মাতৃ |

**১.৩.১ উচ্চাৰণ-স্থান আৰু ধ্বনি-গুণ অনুযায়ী স্বৰধ্বনিৰ প্ৰকাৰভেদ ঃ** পূৰ্বে উল্লেখ কৰা হৈছে যে বাক্-ধ্বনিৰ উচ্চাৰণত উচ্চাৰণকৰণ জিভা, ওঁঠ আৰু উচ্চাৰণ স্থান আগ দাঁত, দাঁতৰ গুৰি, আগ তালু, মাজ তালু বা মূৰ্দ্ধা আৰু পাছ তালু বা কোমল তালু— ঘাইকৈ এইকেইটা অংগৰ ভূমিকা অপৰিহাৰ্য। স্বৰধ্বনিৰ উচ্চাৰণত উচ্চাৰণকৰণে উচ্চাৰণ স্থানৰ ওচৰ চাপি হাওঁফাওঁৰ পৰা ওলাই অহা বায়ু প্ৰৱাহৰ পথ ৰুদ্ধ নকৰে। বায়ু প্ৰৱাহৰ পথ সম্পূৰ্ণ মুক্ত ৰাখি উচ্চাৰণ কৰা হয় কাৰণেই স্বৰ-ধ্বনিবোৰ অনিয়ত ধ্বনি। কিন্তু বিভিন্ন স্বৰধ্বনি উচ্চাৰণ কৰোঁতে উচ্চাৰণকৰণ ওঁঠ বা জিভাৰ বিভিন্ন অংশ বিভিন্ন উচ্চাৰণ-স্থানৰ ওচৰ চাপি যায়। যিবোৰ উচ্চাৰণস্থানৰ ওচৰ চাপি উচ্চাৰণকৰণে ভিন ভিন স্বৰধ্বনিৰ সৃষ্টি কৰে, সেইবোৰ উচ্চাৰণস্থানৰ নাম অনুসৰি সংস্কৃতৰ স্বৰধ্বনিবোৰক কণ্ঠ্য, তালব্য, ঔষ্ঠ্য, দন্ত্য, মূৰ্দ্ধন্য আদি এনে ধৰণে ভাগ কৰা হৈছে। হেমচন্দ্ৰ বৰুৱা, সত্যনাথ বৰাৰ পৰা আৰম্ভ কৰি পৰৱৰ্তী প্ৰায়বোৰ ব্যাকৰণতে সংস্কৃতৰ আৰ্হিত অসমীয়া স্বৰধ্বনিবোৰকো কণ্ঠ্য, তালব্য, ঔষ্ঠ্য আদি, এনে ধৰণে ভাগ কৰা হৈছে। দৰাচলতে সংস্কৃতৰ দৰে অসমীয়া স্বৰধ্বনিবোৰৰ উচ্চাৰণতো উচ্চাৰণকৰণ বিশেষ বিশেষ উচ্চাৰণ-স্থানৰ ওচৰ চাপি যায়। সেয়েহে অসমীয়া স্বৰবোৰকো উচ্চাৰণ-স্থান অনুযায়ী এনেদৰে ভগাই আলোচনা কৰিব পাৰি—

**পশ্চতালব্য বা মূলীয় ধ্বনি অ অ' আ ঃ** এই ধ্বনি তিনিটাৰ উচ্চাৰণত পাছ জিভা বা জিভাখনৰ গুৰিটো পাছ তালু বা কোমল তালুৰ ওচৰ চাপি যায়। সেই কাৰণে এইকেইটা পশ্চতালব্য ধ্বনি। কিন্তু আ-ৰ উচ্চাৰণত জিভাখনৰ মাজ খণ্ড সামান্য সঞ্চালিত হয় কাৰণে ইয়াক কেন্দ্ৰীয় স্বৰৰ শিতানত ঠাই দিয়া হৈছে (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ২১)। আনহাতে অ'-ৰ উচ্চাৰণস্থানৰ পৰা জিভাৰ

গুৰি অংশ কিঞ্চিত তললৈ নমালে অ ধ্বনি উচ্চাৰিত হয়।

**তালব্য ধ্বনি ই ঈ, এ' এ ঃ** অসমীয়াত বিশুদ্ধ তালব্য উচ্চাৰণ নাই। কিন্তু ই ঈ-ৰ উচ্চাৰণত বায়ু প্ৰৱাহৰ পথ মুকলি ৰাখি জিভাৰ আগতো আগ তালুৰ ওচৰ চাপি যায়। এ' এ ধ্বনিৰ উচ্চাৰণত জিভাৰ আগটো তালব্য ই ঈ ধ্বনিৰ অৱস্থানতকৈ কিছু তললৈ নামে আৰু জিভাৰ গুৰিটোও সেই অনুপাতে কিছু নিম্নগামী হয়। এ'-ৰ উচ্চাৰণ স্থানৰ পৰা জিভাৰ আগ অংশ কিঞ্চিৎ তললৈ নমালে এ ধ্বনি উচ্চাৰিত হয়। এই চাৰিওটা ধ্বনিক অসমীয়াত তালব্য ধ্বনিৰ শিতানত ধৰিব পাৰি।

**ঔষ্ঠ্য ধ্বনি উ ঊ ও ঃ** এই তিনিটা ধ্বনিৰ উচ্চাৰণত ওঁঠ দুটাৰ ভূমিকা অপৰিহাৰ্য। দুয়োখন ওঁঠ সম্পূৰ্ণ গোল কৰি বায়ু প্ৰৱাহৰ পথ মুকলি ৰাখি এই তিনিটা ধ্বনি উচ্চাৰণ কৰা হয়। কিন্তু ও-ধ্বনিৰ উচ্চাৰণত ওঁঠ দুটা উ, ঊ ধ্বনিৰ অৱস্থানতকৈ সামান্য বহল হয়।

**কণ্ঠ-তালব্য ঐ ঃ** অসমীয়াত এই দ্বি-স্বৰ ধ্বনিৰ উচ্চাৰণ অ'ই। ইয়াৰ উচ্চাৰণত জিভাৰ গুৰিটো কোমল তালু বা কণ্ঠৰ আৰু আগ অংশ আগতালুৰ ওচৰলৈ আগবাঢ়ি যায়।

**কণ্ঠৌষ্ঠ্য ঔ ঃ** অসমীয়াত ঔ দ্বি-স্বৰ ধ্বনিৰ উচ্চাৰণ অ'উ-ৰ দৰে। এই ধ্বনিৰ উচ্চাৰণত জিভাৰ গুৰিটো কণ্ঠ বা কোমল তালুৰ ওচৰ চাপি যায় আৰু ওঁঠ দুটা গোল কৰি বায়ু প্ৰৱাহৰ পথ মুকলি ৰখা হয়।

**দন্তমূলীয় ঋ ঃ** উচ্চাৰণৰ স্থান আৰু ধৰণ অনুযায়ী সংস্কৃতত এই ধ্বনি মূৰ্দ্ধন্য কম্পিত ধ্বনি। কিন্তু অসমীয়াত 'ৰি' হিচাপে উচ্চাৰিত হোৱা 'ঋ' ধ্বনি দন্তমূলীয়। অৱশ্যে ৰ ধ্বনিৰ লগত লাগি থকা তালব্য ই ধ্বনিৰ উচ্চাৰণৰ প্ৰভাৱো ঋ-ৰ উচ্চাৰণত অনুভৱ কৰা যায়। সেই হিচাপে ঋ (ৰি) যেন এক প্ৰকাৰ দন্তমূলীয় তালব্য ধ্বনি। এই ধ্বনিৰ উচ্চাৰণত জিভাৰ আগটোৱে এবাৰ কি দুবাৰ দাঁতৰ আলুত স্পৰ্শ কৰাত ই অলপ কঁপা যেন হয়। সেই পিনৰ পৰা ই কম্পিত ধ্বনি।

সংস্কৃতত অ আ, ই ঈ, উ ঊ-সবৰ্ণ। তাৰ আৰ্হিতে লিখিত ৰূপত পোৱা অসমীয়া ভাষাৰ এই স্বৰকেইটাকো সবৰ্ণ বুলি কোৱা হৈছে। কিন্তু উচ্চাৰণৰ পিনৰ পৰা অসমীয়াত সবৰ্ণৰ বিভাজন অপ্ৰয়োজনীয়। উচ্চাৰণ স্থানৰ পিনৰ পৰাও অ আ অসবৰ্ণহে।



ওপৰত দেখুওৱা স্বৰৰ এই বিভাজনক পৰম্পৰাগত বিভাজন বুলিব পাৰি। কিন্তু আধুনিক ভাষা বিজ্ঞানৰ পোহৰত ৰচিত অসমীয়া ভাষাৰ ব্যাকৰণত[২] অসমীয়া স্বৰবোৰক উচ্চাৰণৰ স্থানৰ সলনি উচ্চাৰণকৰণ জিভাৰ অংশ আৰু উচ্চতা, ওঁঠৰ অৱস্থান আৰু মুখ বিৱৰৰ বিস্তৃতি অনুসৰিহে শ্ৰেণীবিভাগ কৰা হৈছে। সেই বিভাজনত বিশিষ্ট স্বৰধ্বনি আঠোটাহে অন্তৰ্ভুক্ত কৰা হৈছে। উচ্চাৰিত নোহোৱা ঈ আৰু ঊ ধ্বনিক ব্ৰেকেটত ৰাখি অসমীয়া বিশিষ্ট স্বৰধ্বনিকেইটাক এনেদৰে শ্ৰেণীবিভাগ কৰি দেখুৱাব পাৰি—

**১.৩.২ জিভাৰ অংশ অনুযায়ী ঃ**

(ক) প্ৰান্তীয় বা অগ্ৰ ঃ ই, এ' এ
(খ) মূলীয় বা পশ্চ ঃ অ অ' উ ও
(গ) কেন্দ্ৰীয় বা মধ্য ঃ আ

**জিভাৰ উচ্চতা অনুযায়ী ঃ**

(ক) উচ্চ ঃ ই (ঈ) উ (ঊ)
(খ) মধ্যসম ঃ এ' ও
(গ) মধ্যাভাস ঃ এ অ'
(ঘ) নিম্ন ঃ অ আ

**ওঁঠৰ অৱস্থান অনুযায়ী ঃ**

(ক) বিবৃতৌষ্ঠ্য ঃ ই (ঈ), এ' এ আ
(খ) সংবৃতৌষ্ঠ্য ঃ উ (ঊ), ও অ' অ

**মুখ বিৱৰৰ বিস্তৃতি অনুযায়ী ঃ**

(ক) সংবৃত্ত ঃ ই (ঈ), উ (ঊ)
(খ) অৰ্দ্ধ সংবৃত ঃ এ' এ ও অ'
(গ) বিবৃত ঃ আ অ

এইদৰে দেখা যায়, হাওঁফাওঁৰ পৰা ওলাই অহা বায়ু প্ৰৱাহৰ পথ মুকলি ৰাখি ওঁঠ দুটাৰে আৰু জিভাখনৰ বিভিন্ন অংশৰ উঠা-নমাৰে বৰ্হিমুখী বায়ু প্ৰৱাহ

২। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ৬
গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ২১

সঞ্চালন কৰি উচ্চাৰণ কৰা ধ্বনিবোৰেই স্বৰধ্বনি। স্বৰধ্বনিৰ উচ্চাৰণত স্বৰতন্ত্রীৰ কম্পন হয় আৰু এই কম্পনৰ ফলত ঘোষ জন্মে। সেয়েহে স্বৰধ্বনিবোৰ সঘোষ ধ্বনি। কিন্তু স্বৰধ্বনিৰ ঘোষ সৃষ্টিত ব্যঞ্জন ধ্বনিত হোৱাৰ দৰে স্বৰতন্ত্রীত ঘৰ্ষণ নহয়।

**১.৪ ব্যঞ্জনধ্বনি ঃ** স্বৰধ্বনিৰ বিপৰীতে ব্যঞ্জন ধ্বনিবোৰ অসমীয়াত অকলে উচ্চাৰিত হ'ব নোৱাৰে। প্রতিটো ব্যঞ্জন একাকী ৰূপত অ-স্বৰান্ত ৰূপে উচ্চাৰিত হয়। যেনে—ক, ৰ; ইয়াত ক আৰু ৰ- ধ্বনিৰ উচ্চাৰণ ক্ + অ আৰু ৰ্ + অ। এই ব্যঞ্জন ধ্বনিৰ উচ্চাৰণত উচ্চাৰণকৰণে (ওঁঠ আৰু জিভা) উচ্চাৰণ স্থানত হাওঁফাওঁৰ পৰা ওলাই অহা বহিৰ্গামী বায়ু প্ৰৱাহক সম্পূৰ্ণ বা আংশিকভাৱে বাধা দিয়ে। গতিকে ওপৰৰ ওঁঠ, দাঁত, দাঁতৰ গুৰি, আগ তালুৰ পৰা আৰম্ভ কৰি গলকোষলৈকে, মুখবিৱৰৰ এই বিভিন্ন উচ্চাৰণ স্থানত হাওঁফাওঁৰ পৰা ওলাই অহা বায়ু প্ৰৱাহক তলৰ ওঁঠ আৰু জিভাৰ বিভিন্ন অংশৰ দ্বাৰা কেতিয়াবা সম্পূৰ্ণভাৱে আৰু কেতিয়াবা আংশিকভাৱে বোধ কৰি উচ্চাৰণ কৰা ধ্বনিবোৰেই ব্যঞ্জনধ্বনি।

স্বৰধ্বনিৰ দৰেই অসমীয়া ব্যঞ্জন ধ্বনিবোৰো সংস্কৃত বৰ্ণমালাৰ আৰ্হিত প্ৰস্তুত কৰা হৈছে। সংস্কৃতত ৩৩ টা বিশিষ্ট ব্যঞ্জন ধ্বনিৰ লগতে বৰ্ণমালাত নথকা অথচ সংস্কৃত ভাষাত ব্যৱহাৰ হোৱা ড় ঢ় ং ঃ ँ—এই পাঁচোটা ধ্বনিকো ধৰি সংস্কৃতত সৰ্বমুঠ ৩৮ টা ব্যঞ্জন ধ্বনি আছে। ক্ষ (ক্ + ষ্) যুক্ত ধ্বনি। অসমীয়াত ইয়াৰ উচ্চাৰণ হয় খ্য-ৰ দৰে। সেয়েহে ইয়াক একাকী ব্যঞ্জনৰ ভিতৰত ধৰা নহয়। সংস্কৃত ব্যঞ্জন বৰ্ণমালাৰ আৰ্হিত প্ৰস্তুত কৰা অসমীয়া ব্যঞ্জন বৰ্ণমালাতো সংস্কৃতৰ ৩৮ টা ব্যঞ্জন ধ্বনিৰ লগতে অতিৰিক্ত য় আৰু ৎ আখৰকো ধৰি সৰ্বমুঠ ৪০ টা ব্যঞ্জন আছে। স্কুলীয়া ব্যাকৰণবোৰত ক্ষ ধ্বনিকো ব্যঞ্জনৰ তালিকাত ধৰি মুঠ ৪১ টা ব্যঞ্জন দেখুওৱা হৈছে। কিন্তু এই ৪০টা ব্যঞ্জন লিখোঁতেহে ব্যৱহাৰ কৰা হয়। উচ্চাৰণত মাত্ৰ ২১ টা বিশিষ্ট ব্যঞ্জন ধ্বনিহে আছে।

উচ্চাৰণৰ স্থান অনুযায়ী ব্যঞ্জনধ্বনিসমূহক এনেদৰে ভগাব পাৰি—



| উচ্চৰণৰ স্থান | ব্যঞ্জনধ্বনিৰ লিখিত ৰূপ | | বিশিষ্ট ব্যঞ্জনধ্বনি |
|---|---|---|---|
| পশ্চতালব্য | ঃ ক খ গ ঘ ঙ (ং) | পশ্চতালব্য | ক খ গ, ঘ ঙ স (×) |
| তালব্য | ঃ চ ছ জ ঝ ঞ য য় শ | দন্তমূলীয় | চ জ ত থ দ ধ ন ৰ ল |
| মূৰ্দ্ধন্য | ট ঠ ড ঢ ণ ড় ঢ় ৰ ষ | | — |
| দন্ত্য | ত থ দ ধ ন ল স | | — |
| ঔষ্ঠ্য | প ফ ব ভ ম ৱ | ঔষ্ঠ্য | প ফ ব ভ ম |
| কণ্ঠনালীয় | হ (ঃ) | কণ্ঠনালীয় | হ |

উচ্চাৰণৰ ধৰণ অনুযায়ীও ব্যঞ্জনধ্বনিসমূহক এনেদৰে ভগাব পাৰি—

| উচ্চৰণৰ ধৰণ | ব্যঞ্জনধ্বনিৰ লিখিত ৰূপ | | বিশিষ্ট ব্যঞ্জনধ্বনি |
|---|---|---|---|
| স্পৰ্শ বা স্ফোট ধ্বনি | ক খ গ ঘ<br>চ ছ জ ঝ<br>ট ঠ ড ঢ<br>ত থ দ ধ<br>প ফ ব ভ | স্পৰ্শ ধ্বনি | ক খ গ, ঘ<br>চ জ<br>ত থ দ ধ<br>প ফ ব ভ |
| স্পৰ্শ নাসিক্য ধ্বনি | ঙ (ং) ঞ ণ ন ম | স্পৰ্শ নাসিক্য | ঙ ন ম |
| ঘৃষ্ট বা উষ্মধ্বনি | শ ষ স হ (ঃ) | উষ্ম ধ্বনি | স (×) হ |
| তৰল ধ্বনি | ৰ ড় ঢ় | তৰল | ৰ |
| পাৰ্শ্বিক | ল | পাৰ্শ্বিক | ল |
| অন্তঃস্থ বা অৰ্দ্ধ ব্যঞ্জন | য় ৱ | — | |
| অনুনাসিক | ঁ | | |

ওপৰৰ তালিকা দুখনৰ পৰা দেখা যায় যে অসমীয়া ভাষাত ব্যঞ্জন ধ্বনি বুজোৱা আখৰ সৰহ; কিন্তু উচ্চাৰণত এনে ধ্বনি তেনেই কম। কিয়নো সংস্কৃত বৰ্ণমালাৰ আৰ্হিত প্ৰস্তুত কৰা অসমীয়া ব্যঞ্জন বৰ্ণমালাৰ প্ৰতিটো ব্যঞ্জন সংস্কৃতৰ দৰে উচ্চাৰিত নহয়। অসমীয়া ব্যঞ্জনৰ তালিকাত থকা তালব্য, মূৰ্দ্ধন্য আৰু দন্ত্য ধ্বনিবোৰ অসমীয়াত দন্তমূলীয় ধ্বনি হিচাপেহে উচ্চাৰিত হয়। জিভাৰ আগ অংশই বহিৰ্গামী বায়ু প্ৰৱাহক দাঁতৰ গুৰিত বাধা দিয়াৰ ফলত এই দন্তমূলীয় ধ্বনিৰ সৃষ্টি হয়। কিন্তু দন্তমূলীয় ধ্বনি বুজাবলৈ অসমীয়াত পৃথক আখৰ নাই। সেয়েহে তালব্য স্পৰ্শ ধ্বনি পাঁচোটাৰ পৰা **চ জ** আৰু মূৰ্দ্ধন্য দন্ত্য স্পৰ্শ ধ্বনি দহোটাৰ পৰা কেৱল **ত থ দ ধ ন** ধ্বনি পাঁচোটাক লৈ দন্তমূলীয় ধ্বনিৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰা হয়। এনে হোৱাৰ প্ৰধান কাৰণ হ'ল, অসমীয়া ভাষাত **চ ছ, জ ঝ, ট ত, ঠ থ, ড দ, ঢ ধ, ণ ন** ধ্বনিৰ উচ্চাৰণৰ মাজত কোনো পাৰ্থক্য নাই। ব্যঞ্জনান্ত **ত্** বুজাবলৈ কিছুমান শব্দত অসমীয়াত খণ্ড **ত্** বুজোৱা **ৎ**-এই চিন বা আখৰ ব্যৱহাৰ কৰা হয়। ইয়াৰ উচ্চাৰণ দন্তমূলীয় **ত্**-ৰ দৰে।

অসমীয়াত স্পৰ্শ নাসিক্য ধ্বনি পাঁচোটা **ঙ ঞ ণ ন ম**। ইহঁতৰ উচ্চাৰণত বায়ুৰ সোঁতটো ওঁঠত আৰু তালুকাৰ ভিন ভিন ঠাইত বাধা পাই ঘূৰি আহি নাকেৰে ওলাই যায়। অসমীয়াত কেৱল দন্তমূলীয় **ন** আৰু ঔষ্ঠ্য **ম** ধ্বনিহে উচ্চাৰিত হয়। মূৰ্দ্ধন্য **ণ** দন্তমূলীয় **ন**-ৰ দৰে উচ্চাৰণ হয়। **ঙ** আৰু **ঞ** ক্ৰমে **উঙ** আৰু **নিঅঁ/নিয়ঁ** হিচাপে উচ্চাৰিত হয়। ব্যঞ্জনান্ত শব্দত **ঙ** ধ্বনি **ং** হয়। মন কৰিবলগীয়া **ঙ ঞ** আৰু **ণ** ধ্বনি শব্দৰ আদ্য স্থানত ব্যৱহৃত নহয়। তদুপৰি **ঞ** ধ্বনিৰ ব্যঞ্জনান্ত উচ্চাৰণ বিৰল।

মুল উচ্চাৰণ হেৰুওৱা আন দুটা ব্যঞ্জন ধ্বনি হৈছে **ৰ** আৰু **ল**। এই ধ্বনি দুটা ক্ৰমে মূৰ্দ্ধন্য আৰু দন্ত্য যদিও অসমীয়াত দুয়োটা দন্তমূলীয় ধ্বনি হিচাপেহে উচ্চাৰিত হয়।

অসমীয়া ভাষাত ব্যৱহৃত **শ ষ স** উষ্ম ধ্বনি তিনিটাৰো বিশুদ্ধ উচ্চাৰণ অসমীয়া ভাষাত নাই। ক্ৰমে তালব্য, মূৰ্দ্ধন্য আৰু দন্ত্য—এই ধ্বনি তিনিটা অসমীয়াত পশ্চ তালব্য ধ্বনি হিচাপেহে উচ্চাৰিত হয়। কিয়নো এই ধ্বনি তিনিটাৰ উচ্চাৰণ স্থান অসমীয়াত পাছ তালু বা কোমল তালুহে। বহিৰ্গামী বায়ু প্ৰৱাহ পাছ তালুত ঘঁহনি খাই ওলাই যাওঁতে এই পশ্চ তালব্য উষ্ম স় (x) ধ্বনি উচ্চাৰণ



হয়। পশ্চ তালব্য ধ্বনি বুজাবলৈ অসমীয়াত সুকীয়া ধ্বনি প্ৰতীক নাই। দন্ত্য **স**-ৰ তলত আঁক মাৰি এই ধ্বনিৰ উচ্চাৰণ বুজোৱা হয়। সাধাৰণতে ইয়াৰ উচ্চাৰণ ইংৰাজী **x** আখৰৰ দৰে। মন কৰিবলগীয়া যে **শ ষ স** একাকী বা অকলশৰীয়াকৈ থাকিলেহে পশ্চ তালব্য উষ্ম ধ্বনিৰূপে উচ্চাৰিত হয়। আন ব্যঞ্জনৰ লগত যুক্ত হ'লে ইহঁতৰ উচ্চাৰণ **চ/ছ**-ৰ দৰে হয়। অৱশ্যে কেতিয়াবা কিছুমান শব্দত বিশেষকৈ মানুহৰ নাম বুজোৱা মহেশ, দীনেশ, শশী আদি শব্দত একাকী **শ** ধ্বনিও **চ/ছ**-ৰ দৰে উচ্চাৰণ হয়।

অসমীয়া ভাষাত ব্যৱহাৰ হোৱা আন দুটা ধ্বনি হৈছে ঃ **ড়** আৰু **ঢ়**। সাধাৰণতে মূৰ্দ্ধন্য **ড** ধ্বনিৰ তলত বিন্দু এটা দি উচ্চাৰণ কৰা **ড়** (ড-ৰে ড়) ধ্বনিৰ উচ্চাৰণ অসমীয়াত দন্তমূলীয় **ৰ**-ৰ দৰে; সেইদৰে মূৰ্দ্ধন্য **ঢ** ধ্বনিৰ তলত বিন্দু এটা দি উচ্চাৰণ কৰা **ঢ়** (ঢ-ৰে ঢ়) ধ্বনিৰ উচ্চাৰণ অসমীয়াত দন্তমূলীয় **ৰ** বা **ৰ্হ**-ৰ দৰে। যেনে—বুঢ়া শব্দ **বুৰা** আৰু **বুৰ্হা**, দুই ধৰণে উচ্চাৰিত হয়। কিন্তু কিছুমান শব্দত কেৱল **ৰ্হ**-হে উচ্চাৰিত হয়। মূঢ় (মুৰ্হ), গঢ় (গৰ্হ) আদি। শব্দৰ আদ্য স্থানত **ড়, ঢ়** ধ্বনি ব্যৱহৃত নহয়।

অন্তঃস্থ বা অৰ্দ্ধ ব্যঞ্জন হিচাপে ব্যৱহাৰ হোৱা তালব্য **য়** আৰু ঔষ্ঠ্য **ৱ** ধ্বনি দুটা অসমীয়াত ইঅ/ইয় আৰু উঅ/উৱ ৰূপে উচ্চাৰিত হয়। তালব্য **ই, ঈ** ধ্বনিৰ পাছত সদায় **য়** আৰু ঔষ্ঠ্য **উ, ঊ, ও** ধ্বনিৰ পাছত সদায় **ৱ** ধ্বনি উচ্চাৰিত হয়। দৰাচলতে **য়** আৰু **ৱ** অসমীয়াত শ্ৰুতিধ্বনি। শব্দৰ আদ্য স্থানত ইয়াৰ ব্যৱহাৰ নহয়।

অসমীয়া ব্যঞ্জন বৰ্ণমালাত লিখিত স্পৰ্শ ধ্বনি পঁচিশটাক সংস্কৃতৰ দৰে ক্ৰমে ক-বৰ্গ, চ-বৰ্গ, ট-বৰ্গ, ত-বৰ্গ আৰু প-বৰ্গ—এই পাঁচোটা বৰ্গ বা শ্ৰেণীত ভাগ কৰা হৈছে। কিন্তু উচ্চাৰণৰ দিশৰ পৰা অসমীয়াত **ক**-বৰ্গ আৰু **প**-বৰ্গৰ ধ্বনিকেইটাহে অপৰিৱৰ্তিত ৰূপত ৰক্ষিত হৈছে। অপৰিৱৰ্তিত ৰূপত ৰক্ষিত হোৱা আনটো ব্যঞ্জন হৈছে কণ্ঠনালীয় উষ্ম **হ** ধ্বনি। ব্যঞ্জনান্ত হ'লে **হ**-ৰ ঠাইত কেতিয়াবা বিসৰ্গ **ঃ** ব্যৱহাৰ কৰা হয়। যেনে—বাঃ, উঃ, ছিঃ আদি। সেয়েহে অসমীয়াত **ক**-বৰ্গ, **চ**-বৰ্গ বিভাজন অপ্ৰয়োজনীয়। কিন্তু লিখিত ৰূপত থকা থকা ২৫ টা স্পৰ্শধ্বনিৰ ক্ষেত্ৰত এই বিভাজন উল্লেখ থকাটো ভাল।

**১.৪.১ ধ্বনিগুণ অনুযায়ী ব্যঞ্জনধ্বনিৰ প্ৰকাৰভেদ ঃ** ধ্বনিগুণৰ

দিশৰ পৰা বিচাৰ কৰি চালে ব্যঞ্জনধ্বনিবোৰ অঘোষ আৰু সঘোষ, মহাপ্ৰাণ আৰু অল্পপ্ৰাণ হ'ব পাৰে। স্পৰ্শ ব্যঞ্জনবোৰৰ প্ৰতিটো বৰ্গৰ প্ৰথম **ক চ ট ত প** আৰু দ্বিতীয় **খ ছ ঠ থ ফ** ধ্বনি অঘোষ। কিয়নো এই ধ্বনিবোৰৰ উচ্চাৰণত কণ্ঠত থকা স্বৰতন্ত্ৰীৰ কম্পন নহয়। আনহাতে বৰ্গৰ তৃতীয় **গ জ ড দ ব** ধ্বনি, চতুৰ্থ **ঘ ঝ ঢ ধ ভ** ধ্বনি আৰু পঞ্চম **ঙ ঞ ণ ন ম** ধ্বনিবোৰ সদায় সঘোষ। কিয়নো এই ধ্বনিবোৰৰ উচ্চাৰণত স্বৰতন্ত্ৰীত কম্পন হয়। আকৌ বৰ্গৰ দ্বিতীয় আৰু চতুৰ্থ ধ্বনিৰ উচ্চাৰণত কণ্ঠত শ্বাসৰ সৃষ্টি হয়। সেয়েহে **খ ছ ঠ থ ফ** আৰু **ঘ ঝ ঢ ধ ভ** ধ্বনি মহাপ্ৰাণ। আনহাতে বৰ্গৰ প্ৰথম, তৃতীয় আৰু পঞ্চম ধ্বনিৰ উচ্চাৰণত কণ্ঠত শ্বাসৰ সৃষ্টি নহয়। সেয়েহে ক্ৰমে **ক চ ট ত প** ধ্বনি, **গ জ ড দ ব** ধ্বনি আৰু **ঙ ঞ ণ ন ম** ধ্বনিবোৰ সদায় অল্পপ্ৰাণ। সেইদৰে পশ্চতালব্য উষ্ম স (×)-ৰ দৰে উচ্চাৰণ হোৱা **শ ষ স** ধ্বনি অঘোষ, কণ্ঠনালীয় উষ্ম **হ** ধ্বনি সঘোষ, বায়ুৰ সোঁতটো জিভাখনৰ একাষেৰে ওলাই উচ্চাৰণ হোৱা পাৰ্শ্বিক **ল** আৰু তৰল **ৰ ড় ঢ়** ধ্বনি সঘোষ। অৰ্দ্ধ ব্যঞ্জন **য়** আৰু **ৱ** দুয়োটাই সঘোষ ধ্বনি।

বহিৰ্গামী বায়ু প্ৰৱাহত বাধাৰ ধৰণ অনুযায়ী ব্যঞ্জনধ্বনিবোৰ নিয়ত বা নিয়তাভাস হ'ব পাৰে। উচ্চাৰণ স্থানত বহিৰ্গামী বায়ু প্ৰৱাহ সম্পূৰ্ণ ৰোধ কৰি ক্ষন্তেকতে এৰি দি উচ্চাৰণ কৰা ধ্বনিবোৰেই নিয়ত ধ্বনি। অসমীয়া স্পৰ্শ বা স্ফোট ধ্বনিবোৰ নিয়ত ধ্বনি।

আনহাতে বায়ু নিৰ্গমনৰ পথ অতি সংকীৰ্ণ কৰি উচ্চাৰণ কৰা ধ্বনিবোৰ নিয়তাভাস ধ্বনি। এই ধ্বনিৰ উচ্চাৰণত বায়ু প্ৰৱাহ ৰোধ হোৱা যেন লাগে, কিন্তু সম্পূৰ্ণ ৰোধ নহয়। স্পৰ্শ ধ্বনিৰ বাহিৰে প্ৰায় আটাইবোৰ ধ্বনিয়েই অসমীয়াত নিয়তাভাস ধ্বনি।

**১.৪.২ ব্যঞ্জনধ্বনিৰ ব্যৱহাৰ ঃ** স্বৰধ্বনিৰ দৰে ব্যঞ্জনধ্বনিবোৰৰো লিখিত আৰু উচ্চাৰিত ৰূপ বেলেগ যদিও ব্যৱহাৰত লিখিত ৰূপবোৰহে প্ৰয়োগ কৰা হয়। তলত শব্দৰ আদ্য, মধ্য আৰু অন্ত্য—এই তিনিওটা স্থানত ব্যঞ্জন ধ্বনিবোৰৰ ব্যৱহাৰ দেখুওৱা হ'ল ঃ

| | আদ্য | মধ্য | অন্ত্য |
|---|---|---|---|
| ক ঃ | কমল, কাকুতি; | কুকুৰ, চকুলো; | নাক, খোৰাক |



| | | | |
|---|---|---|---|
| খ ঃ | খৰম, খৰাহি; | মাখন, বাখৰ; | লাখ, লাদাখ |
| গ ঃ | গৰম, গৰু; | বগৰী, বাগৰ; | ছেগ, বেগ |
| ঘ ঃ | ঘৰুৱা, ঘৰ; | আঘোণ, দীঘল; | বাঘ, মাঘ |
| ঙ ঃ | — | খঙাল, ৰঙীয়াল; | খং, ৰং |
| চ ঃ | চৰাই, চ'ত; | হাঁচতি, পাচলি; | সাঁচ, কেঁচ |
| ছ ঃ | ছবি, ছিৰাছিৰি; | বাছনি, পছন্দ; | মাছ, বেছ |
| জ ঃ | জখলা, জোনালী; | অজলা, আজুৰি; | মাজ, জাহাজ |
| ঝ ঃ | ঝৰণা, ঝাওঁগছ; | — | — |
| ঞ ঃ | — | ভূঞানী, নগঞানী; | গোহাঞি |
| ট ঃ | টকা, টকালি; | কটকী, মেটেকা; | পেট, মুকুট |
| ঠ ঃ | ঠুনুকা, ঠেৰেঙা; | আঁঠু, জেঠেৰী; | কাঠ, ওঁঠ |
| ড ঃ | ডাঙৰ, ডম্বৰু; | ডহডহীয়া; | আড্ডা |
| ঢ ঃ | ঢৌ, ঢোল; | ঢুলঢুলীয়া; | — |
| ণ ঃ | —; | কৃপণালি; | কাণ, পাণ |
| ত ঃ | তৰা, তমাল; | পতাকা, বাতৰি; | মাত, অমৃত |
| থ ঃ | থাপনা, থিৰ; | তথাপি, গেঁথনি; | পথ, দশৰথ |
| দ ঃ | দখল, দল; | পদুম, পদুলি; | ধোদ, আমোদ |
| ধ ঃ | ধন, ধৰুৱা; | সধবা, আধৰুৱা; | বিবিধ, নিষেধ |
| ন ঃ | নয়ন, নাচোন; | বানান, বননি; | ইমান, সমান |
| প ঃ | পৰম, পিতা; | উপায়, পপীয়া তৰা; | পাপ, সাপ |
| ফ ঃ | ফাট, ফাল; | অফুৰন্ত, এফাল; | কফ, লোফ |
| ব ঃ | বগৰী, বকুল; | আবাস, বাবৰি; | বাব, ৰবাব (টেঙা) |
| ভ ঃ | ভাল, ভাওনা; | আভাস, উভতি; | লাভ, দুৰ্লভ |
| ম ঃ | মৰম, মাউত; | অমিয়া, মোমাই; | ধৰম, জনম |
| য ঃ | যতন, যদি; | যযাতি, প্ৰযোজনা | —— |
| | (য-ৰ অন্ত্য স্থানত প্ৰয়োগ বিৰল।) | | |
| ৰ ঃ | ৰোৱনী, ৰাতি; | আৰাম, কৰম; | ঘৰ, কৰ |
| ড় ঃ | —— | ভঁড়ালী, গাড়ী; | গঁড়, কাঁড় |
| ঢ় ঃ | —; | গঢ়িত, বাঢ়নী; | পঢ়, গঢ় |
| ল ঃ | লগন, লফা; | উলাহ, ডালিম; | কপাল, চোতাল |
| য় ঃ | —— | সিয়ান, গায়ন; | কিয়, থিয় |

| | | | |
|---|---|---|---|
| ৱ ঃ | —— | দেৱালী, ব্যৱস্থা; | শিৱ, জীৱ |
| শ ঃ | শিয়াল, শস্য; | দশৰথ, বিশেষ; | আকাশ, যশ |
| ষ ঃ | ষাঁড়, ষষ্ঠ; | আষাৰ, বিষয়; | কাষ, বিষ |
| স ঃ | সদায়, সকলো; | অসমীয়া, অসহ্য; | অভ্যাস, উদাস |
| হ ঃ | হাঁহি, হলিৰাম; | মহৰী, বিহাৰ; | পুহ, বিদ্ৰোহ |
| ঃ ঃ | —— | অন্তঃস্থ নিঃকিন; | বাঃ বাঃ, ছিঃ |
| ৎ ঃ | —— | উৎপাত, চিৎকাৰ; | হঠাৎ, ধেৎ |
| ং ঃ | —— | কংস, মীমাংসা; | চেলেং, পালেং |
| ঁ | —— | গাঁও, সঁচা, কাঁহ; | কৰোঁ, যাওঁ * |

**১.৪.৩ ব্যঞ্জন ধ্বনিৰ স্বৰান্ত আৰু ব্যঞ্জনান্ত উচ্চাৰণ ঃ** ব্যঞ্জন ধ্বনিবোৰত অ-স্বৰটো অদৃশ্য হৈ লাগি থাকে। কিয়নো সেই অ স্বৰটো নহ'লে ব্যঞ্জন ধ্বনিবোৰ উচ্চাৰণ কৰিব নোৱাৰি। সেয়েহে ব্যঞ্জন ধ্বনিবোৰক স্বৰান্ত বোলা হয়। অৰ্থাৎ কিছুমান শব্দৰ শেষত ব্যঞ্জন ধ্বনি থাকিলেও তাক স্বৰান্ত কৰিহে উচ্চাৰণ কৰা হয়। যেনে—নাৱ (ন + আ + ৱ + অ), পাভ (প + আ + ভ + অ), পাৰ (প + আ + ৰ + অ) আদি। কিন্তু কিছুমান শব্দৰ শেষত থকা ব্যঞ্জনটো স্বৰান্ত নহৈ হলন্ত বা হসন্ত ব্যঞ্জনৰ দৰেহে উচ্চাৰিত হয়। তেনে হলন্ত ব্যঞ্জন বুজাবলৈ ব্যঞ্জনটোৰ তলত সাধাৰণতে হলন্ত চিন ( ্ ) দিয়া হয়। কিন্তু অসমীয়াত প্ৰায়ে শব্দৰ শেষৰ ব্যঞ্জন হলন্ত হ'লেও তলত হলন্ত চিন দিয়া নহয়। উদাহৰণস্বৰূপে, কাছ আৰু মাছ দুয়োটা শব্দৰ শেষত **ছ** ব্যঞ্জন আছে; কিন্তু উচ্চাৰণত **কাছ** (ক + আ + ছ + অ) স্বৰান্ত আৰু **মাছ** (ম + আ + ছ্) ব্যঞ্জনান্ত অথচ **মাছ** শব্দৰ **ছ**-ৰ তলত হলন্ত চিন দিয়া নহয়। "মাতৃভাষা কোৱাৰ অভ্যাসতে কোনটো বৰ্ণ হলন্ত আৰু কোনটো বৰ্ণ হলন্ত নহয়, সেই কথা আমি জানো। তথাপি সকলো শব্দতে ব্যঞ্জনৰ হলন্ত উচ্চাৰণ জনা সম্ভৱ নহয়। ফলত বহু শব্দৰ উচ্চাৰণত খেলি-মেলি লাগে।.....সেয়েহে হলন্ত

* অসমীয়াত স্বৰৰ অনুনাসিকতা বুজাবলৈ সাধাৰণতে ম, ন, ং-ৰ ঠাইত সেই বৰ্ণটোৰ পূৰ্বৰ বৰ্ণৰ স্বৰৰ ওপৰত চন্দ্ৰবিন্দু ব্যৱহাৰ কৰা হয়। যেনে—গাঁও (গ্ৰাম), দাঁত (দন্ত), কাঁহ (কাংস্য) আদি। কিন্তু স্বতঃস্ফূৰ্ত নাসিক্যভৱনৰ ফলতো কিছুমান শব্দত মূলত নাসিক্য ধ্বনি নথকা সত্বেও চন্দ্ৰবিন্দুৰ ব্যৱহাৰ কৰা হয়। যেনে—আঁহত (অশ্বত্থ), সঁচা (সত্য) আদি।



বৰ্ণত হলন্ত চিন দিয়া ভাল। কিন্তু অসমীয়া ভাষাত এই বিষয়ত কোনো নীতি এতিয়ালৈকে নিৰ্দ্ধাৰিত হোৱা নাই। অভিধানবোৰতো এই চিনৰ প্ৰয়োগত নিৰ্দিষ্ট কোনো নীতি নাই। তথাপি আমি অভিধান মতেই লিখা উচিত।" (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ.৩৬, ৩৮)।

**১.৪.৪ সংযুক্ত ব্যঞ্জন ঃ** ইতিমধ্যে আমি একাকী বা অকলশৰীয়াকৈ ব্যৱহাৰ হোৱা ব্যঞ্জন ধ্বনিৰ কথাহে আলোচনা কৰিলোঁ। অসমীয়াত সংযুক্ত ব্যঞ্জন ধ্বনিৰো ব্যৱহাৰ আছে। সংযুক্ত ব্যঞ্জনত কেতিয়াবা একে গুণবিশিষ্ট আৰু কেতিয়াবা ভিন্ন গুণবিশিষ্ট দুটা বা ততোধিক ব্যঞ্জন লগ লাগে। একে গুণবিশিষ্ট দুটা ব্যঞ্জনৰ সংযুক্তিক দ্বিত্ব ব্যঞ্জন বোলা হয়। আনহাতে ভিন্ন গুণবিশিষ্ট দুটা, তিনিটা আৰু কেতিয়াবা চাৰিটা ব্যঞ্জনৰ সংযুক্তিবোৰেই সাধাৰণ সংযুক্ত ব্যঞ্জন। অসমীয়া মান্য ভাষাৰ ঘৰুৱা শব্দত দ্বিত্ব বা সংযুক্ত ব্যঞ্জনৰ ব্যৱহাৰ বৰ কম। সাধাৰণতে সংস্কৃত তৎসম আৰু বিদেশী শব্দতহে সংযুক্ত ব্যঞ্জনৰ ব্যৱহাৰ বেছি। কিন্তু মধ্য স্বৰ লোপৰ কাৰণে কামৰূপী উপ-ভাষাত সংযুক্ত ব্যঞ্জনৰ ব্যৱহাৰ সৰ্বাধিক।

**দ্বিত্ব ব্যঞ্জন ঃ** অসমীয়া ভাষাত দ্বিত ব্যঞ্জনৰ সংখ্যা ১৭ টা[৩]। সেইবোৰৰ গঠন আৰু শব্দত ব্যৱহাৰ এনে ধৰণৰ—

ক + ক = ক্ক
চ + চ = চ্চ
ছ + ছ = চ্ছ ঃ স্বচ্ছ;
জ + জ = জ্জ ঃ লজ্জা;
ট + ট = ট্ট ঃ অট্টহাস্য;
ড + ড = ড্ড ঃ আড্ডা;
ণ + ণ = ণ্ণ
ত + ত = ত্ত ঃ দত্ত
থ + থ = ত্থ ঃ উত্থিত
দ + দ = দ্দ ঃ পদ্দ (পদ্ম)
ধ + ধ = দ্ধ ঃ বুদ্ধ
ন + ন = ন্ন ঃ অন্ন
প + প = প্প ঃ
ব + ব = ব্ব ঃ মাতব্বৰী
ম + ম = ম্ম ঃ সম্মত (সন্মত)
ল + ল = ল্ল ঃ বল্লভ
য + য = য্য ঃ শয্যা

৩। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ৪৩

উল্লিখিত দ্বিত্ব ব্যঞ্জনসমূহৰ ভিতৰত চ্ছ, ত্থ আৰু দ্ধ—এই তিনিটা দ্বিত্ব ব্যঞ্জনত দুটা মহাপ্ৰাণ ধ্বনিৰ অৰ্থাৎ ছ + ছ, থ + থ আৰু ধ + ধ ধ্বনিৰ সংযুতি ঘটিছে। ফলত প্ৰথমৰ মহাপ্ৰাণ ধ্বনিটো ক্ৰমে অল্পপ্ৰাণ চ, ত আৰু দ ধ্বনিলৈ ৰূপান্তৰ হৈছে। সংস্কৃত যুক্ত ব্যঞ্জনৰ এটা নিয়ম হৈছে দুটা মহাপ্ৰাণ ধ্বনি ওচৰা উচৰিকৈ একেলগে থাকিলে প্ৰথমটো সদায় অল্পপ্ৰাণ ধ্বনিলৈ ৰূপান্তৰ হয়। সেয়েহে সংস্কৃত √ধা ধাতুৰ পৰা ধধাতি নহৈ দধাতি হয়। সেই নিয়মৰ কাৰণেই অসমীয়াটো দুটা মহাপ্ৰাণ ধ্বনি একেলগে ব্যৱহাৰ নহৈ প্ৰথমটো অল্পপ্ৰাণ ধ্বনিলৈ ৰূপান্তৰ হৈছে।

**সংযুক্ত ব্যঞ্জন ঃ** অসমীয়াত সাধাৰণতে দুটা, তিনিটা আৰু চাৰিটা ব্যঞ্জনৰ সংযুক্ত ৰূপ পোৱা যায়। দুটা ব্যঞ্জনৰ সংযুক্তিয়েই অসমীয়াত সৰহ আৰু এনে যুক্ত ব্যঞ্জন ব্যৱহাৰ হোৱা শব্দবোৰৰ প্ৰায় আটাইবোৰেই সংস্কৃত তৎসম শব্দ। সংস্কৃতত তিনিকুৰিৰো অধিক যুক্ত ব্যঞ্জন আছে। সেইবোৰৰ প্ৰায় আধাতকৈও বেছি যুক্ত ব্যঞ্জন তৎসম শব্দবোৰত ব্যৱহাৰ হোৱা দেখা যায়। অসমীয়াত তিনিটা ব্যঞ্জনৰ সংযুক্ত ৰূপো ভালেখিনি। কিন্তু চাৰিটা ব্যঞ্জনৰ সংযুক্ত ৰূপ বৰ বেছি নাই। দুই-এটা কঠিন শব্দতহে কেতিয়াবা এনে সংযুক্ত ব্যঞ্জনৰ ব্যৱহাৰ দেখা যায়।

**(ক) দুটা ধ্বনিৰ সংযুক্ত ব্যঞ্জন ঃ** দুটা ধ্বনিৰ সংযুক্ত ব্যঞ্জনবোৰলৈ চালে দেখা যায় যে ফ ড় ঢ় য় ৱ—ধ্বনিক বাদ দি অসমীয়া বৰ্ণমালাৰ আটাইবোৰ ব্যঞ্জনৰ লগত ভিন ভিন ব্যঞ্জন লগ লাগি যুক্ত ব্যঞ্জন গঠিত হৈছে। সেই প্ৰতিটো বৰ্ণৰ লগত লগ লগা যুক্ত ব্যঞ্জনবোৰ তলত উল্লেখ কৰি বিভিন্ন শব্দত প্ৰায় প্ৰতিটোৰে ব্যৱহাৰ দেখুওৱা হ'ল ঃ

ক ঃ ক্ক, ক্ত, ক্ম, ক্য, ক্ৰ, ক্ল, ক্ব, ক্ষ, ক্স; ব্যক্ত, ৰুক্ম, বক্ৰ, পক্ষ, বক্স, বাক্য আদি।

খ ঃ খ্য; মুখ্য

গ ঃ গ্ধ, গ্ন, গ্ম, গ্য, গ্ৰ, গ্ল গ্ব; দগ্ধ, নগ্ন, যুগ্ম, ভাগ্য, ব্যগ্ৰ, গ্ল'ব, দ্বিগ্বিজয়

ঘ ঃ ঘ্ন, ঘ্ৰ;, বিঘ্ন, ব্যাঘ্ৰ

ঙ ঃ ঙ্ক, ঙ্খ, ঙ্গ; অঙ্ক, শঙ্খ, অঙ্গ, সঙ্ঘ আদি।

চ ঃ চ্চ, চ্ছ, চ্য; স্বচ্ছ, বাচ্য



জ ঃ জ্জ, জ্ঝ, জ্ঞ, জ্য, জ্ৰ, জ্ব; যজ্ঞ, ৰাজ্য, বজ্ৰ, জ্বৰ

ঞ ঃ ঞ্চ ঞ্ছ ঞ্জ ঞ্ঝ; বঞ্চিত, বাঞ্ছা, আঞ্জা আদি

ট ঃ ট্ট, ট্য, ট্ৰ, ট্ব; অট্টহাস্য

ঠ ঃ ঠ্য; পাঠ্য

ড ঃ ড্ড, ড্য, ড্ৰ; আড্ডা, ড্ৰাইভাৰ

ণ ঃ ণ্ট, ণ্ঠ, ণ্ড, ণ্ঢ, ণ্ব; কণ্টক, কণ্ঠ, অণ্ড

ত ঃ ত্ত, ত্থ, ত্ন, ত্ম, ত্য, ত্ৰ, ত্ব; দত্ত, উত্থান, যত্ন, আত্মা, সত্য, মাত্ৰ, দেৱত্ব

থ ঃ থ্য ; কথ্য

দ ঃ দ্গ, দ্ঘ, দ্দ, দ্ধ, দ্ভ, দ্ম, দ্য, দ্ৰ, দ্ব; দগ্ধ, পদ্ম, আদ্য, দাৰিদ্ৰ, দ্বিত্ব

ধ ঃ ধ্য, ধ্ৰ; বাধ্য

ন ঃ ন্ত, ন্থ, (ন + থ) ন্দ, ন্ধ, ন্ন, ন্ম, ন্য, ন্ব, ন্স; দন্ত, পন্থ, নন্দ, অন্ন, অন্ধ, সন্মান, মান্য আদি

প ঃ প্ত, প্ন, প্ল, প্য, প্ৰ, প্ল, প্স; তপ্ত, প্ৰাপ্য, প্লাৱন, অপ্সৰা

ব ঃ ব্জ, ব্দ, ব্ব, ব্ধ, ব্য, ব্ৰ, ব্ল; কুব্জা, শতাব্দী, অব্যয়, ব্ৰাহ্ম

ভ ঃ ভ্য, ভ্ৰ; অভ্যাস, শুভ্ৰ

ম ঃ ম্ন, ম্প, ম্ফ, ম্ব, ম্ভ, ম্ম, ম্যম্ৰ, ম্ল; নিম্ন, কম্পন, লম্ব, স্তম্ভ, কাম্য, নম্ৰ, ম্লান

য ঃ য্য; শয্যা

ৰ ঃ ৰ্ক, ৰ্খ, ৰ্গ, ৰ্ঘ, ৰ্চ, ৰ্ছ, ৰ্জ, ৰ্ট, ৰ্ড, ৰ্ণ, ৰ্ত, ৰ্থ, ৰ্দ, ৰ্ধ, ৰ্প, ৰ্ব, ৰ্ভ, ৰ্ম, ৰ্য, ৰ্ল, ৰ্ৱ, ৰ্শ, ৰ্ষ, ৰ্হ; তৰ্ক, অৰ্ঘ, কৰ্ণ, অৰ্থ, অৰ্পণ, পৰ্ব

ল ঃ ল্ক, ল্ম, ল্ট, ল্প, ল্য, ল্ল; বল্কল, ভল্লা, পল্টন, অল্প, বাল্য, বল্লভ

শ ঃ শ্চ, শ্ছ, শ্ন, শ্ম, শ্য, শ্ল, শ্ব; পশ্চ, প্ৰশ্ন, বৈশ্য, শ্লাঘা

ষ ঃ ষ্ক, ষ্ট, ষ্ঠ, ষ্ণ, ষ্প, ষ্ফ, ষ্ম, ষ্য; পৰিষ্কাৰ, পুষ্ট, ষষ্ঠ, বিষ্ণু, পুষ্প, নষ্ফল, উষ্ম, শিষ্য

স ঃ স্ক, স্খ, স্ত, স্থ, স্ন, স্প, স্ফ; স্খলন, অস্ত, স্থান, স্নান, স্পৰ্শ, স্ফটিক, স্মৰণ, শস্য, সৰ্বস্ব, স্ৰাৱ

হ ঃ হ্ন, হ্ম, (হ + ম) হ্য, হ্ৰ, হ্ল, হ্ব; আহ্নিক, ব্ৰহ্ম, বাহ্য, জিহ্বা, আহ্লাদ

সংযুক্ত ব্যঞ্জনৰ উল্লিখিত তালিকাৰ পৰা দেখা যায় যে ৰ ধ্বনি আন ধ্বনিৰ আগত যুক্ত হ'লে ৰেফ ( ´ )ৰূপে আৰু পাছত যুক্ত হ'লে ৰ-কাৰ (্ৰ)ৰূপে

ব্যৱহাৰ হয়। বৰ্ণ, ভদ্ৰ আদি শব্দই তাৰ নিদৰ্শন।

সংযুক্ত ব্যঞ্জনৰ তালিকাত নথকা য় আৰু **ৱ** ধ্বনি অন্য ধ্বনিৰ পাছতহে যুক্ত হয়। পাছত যুক্ত হ'লে য় ধ্বনিয়ে ্য-কাৰ ৰূপ লয়। অসমীয়া ব্যাকৰণত ্য-কাৰক **য**-কাৰ বোলা হয় যদিও ইয়াৰ উচ্চাৰণ য নহয়, য়-হে। যেনে—বাদ্য, ৰাজ্য, সহ্য আদি।

আনহাতে আন ধ্বনিৰ পাছত যুক্ত **ৱ**-টো যিটো ধ্বনিৰ লগত যুক্ত হয়, সেই ধ্বনিৰ তলত ঠিক গাতে লগাই সৰুকৈ ব-ৰূপে লিখা হয়। সংযুক্ত **ৱ**-টো উচ্চাৰিত নহয়, মাত্ৰ যিটো ধ্বনিত যুক্ত হয়, সেই ধ্বনিটোহে দীঘলকৈ উচ্চাৰিত হয়। যেনে—**দ্বয়, দায়িত্ব, ঈশ্বৰ** আদি।

**তিনিটা ধ্বনিৰ সংযুক্ত ব্যঞ্জন ঃ** অসমীয়া ভাষাৰ তৎসম শব্দত তিনিটা ব্যঞ্জনৰ সংযুক্ত ৰূপো বৰ কম নহয়। তলত তিনিটা ব্যঞ্জনৰ সংযুক্ত ৰূপ কেইটামান আৰু তৎসম শব্দত সিবোৰৰ ব্যৱহাৰ দেখুওৱা হ'ল।

ন্ত্ৰ ঃ ন + ত + ৰ; তন্ত্ৰ, মন্ত্ৰ, যন্ত্ৰ
ন্দ্ৰ ঃ ন + দ + ৰ; ইন্দ্ৰ, মহেন্দ্ৰ, গজেন্দ্ৰ
ঙ্ঘ্য ঃ ঙ + ঘ + য়; অলঙ্ঘ্য
ক্ষ্য ঃ ক + ষ + য়; লক্ষ্য
ন্ধ্য ঃ ন + ধ + য়; বিন্ধ্য, সন্ধ্যা
স্থ্য ঃ স + থ + য়; স্বাস্থ্য
ৰ্ঘ্য ঃ ৰ + ঘ + য়; অৰ্ঘ্য
দ্ৰ্য ঃ দ + ৰ + য়; দাৰিদ্ৰ্য
ত্ত্ব ঃ ত + ত + ৱ; তত্ত্ব, মহত্ত্ব
ত্ম্য ঃ ত + ম + য়; মাহাত্ম্য
ষ্ট্ৰ ঃ ষ + ট + ৰ; ৰাষ্ট্ৰ

চাৰিটা ব্যঞ্জনৰ সংযুক্ত ৰূপ দুই-এটা কঠিন তৎসম শব্দতহে পোৱা যায়—

ন্ত্ৰ্য ঃ ন + ত + ৰ + য়; স্বাতন্ত্ৰ্য

তিনিটা বা চাৰিটা ব্যঞ্জনৰ সংযুক্ত ৰূপবোৰৰ শেষৰ ধ্বনি বা বৰ্ণ **ৰ** ( ্ৰ-কাৰ), য় (্য-কাৰ) আৰু ৱ-হে হ'ব পাৰে।

**১.৫ সন্ধি ঃ** বাগ্‌ধ্বনিৰ আলোচনাত সন্ধিৰ এক বিশেষ ভূমিকা আছে। কিয়নো সন্ধিৰ ফলত ওচৰা-ওচৰিকৈ থকা দুটা ধ্বনিৰ মিলন হৈ কেতিয়াবা



একোটা নতুন ধ্বনিৰ সৃষ্টি হয়, যি একোটা নতুন অৰ্থবিশিষ্ট শব্দ গঠন কৰে। ধ্বনিৰ লগত ধ্বনিৰ মিলনেই সন্ধি যদিও অসমীয়া সংযুক্ত ধ্বনিবোৰক যেনে, ক + ত = ক্ত, ন + দ = ন্দ আদিক সন্ধি বোলা নহয়। কিয়নো এনেবোৰ ধ্বনিয়ে নতুন অৰ্থবাচক শব্দ গঠন নকৰে; এইবোৰ শব্দৰ বিভিন্ন স্থানত ব্যৱহাৰ হোৱা ধ্বনিৰ সংযুক্ত ৰূপহে। সন্ধি শব্দৰ অৰ্থ জোৰা লগা বা মিলন হোৱা। ভাষাৰ ক্ষেত্ৰত সন্ধিয়ে শব্দৰ লগত শব্দৰ, শব্দ বা ধাতুৰ লগত প্ৰত্যয় বা বিভক্তিৰ মিলনক বুজায়। অৰ্থাৎ ওচৰা-ওচৰিকৈ থকা দুটা ভিন্ন অৰ্থবিশিষ্ট শব্দৰ প্ৰথমটোৰ শেষ আৰু দ্বিতীয়টোৰ আদি ধ্বনিৰ মাজত অথবা প্ৰথম শব্দ বা ধাতুৰ শেষ ধ্বনি আৰু প্ৰত্যয় বা বিভক্তিৰ আদি ধ্বনিৰ মাজত মিলন হোৱাৰ ফলত ধ্বনি দুটাৰ যি পৰিৱৰ্তন হয়, সিয়েই সন্ধি। সন্ধিৰ ফলত মিলন হোৱা শব্দ দুটাৰ অৰ্থৰ সামান্য পৰিবৰ্তন ঘটি একোটা ভিন্ন অৰ্থ বিশিষ্ট শব্দৰ সৃষ্টি হয়। সন্ধি হ'লে সন্ধি হোৱা ধ্বনি দুটাৰ গুণৰ পৰিবৰ্তন ঘটে। কেতিয়াবা প্ৰথম শব্দটোৰ শেষৰ ধ্বনিৰ কেতিয়াবা দ্বিতীয় শব্দটোৰ প্ৰথম ধ্বনিৰ আৰু কেতিয়াবা দুয়োটা ধ্বনিৰে গুণৰ পৰিবৰ্তন হয়। যেনে—

ইন্দ্ৰ + ঈশ্বৰ = ইন্দ্ৰেশ্বৰ
ধাৰ + উৱা = ধৰুৱা

ইয়াত প্ৰথমে 'ইন্দ্ৰ' শব্দৰ অন্ত্য অ আৰু 'ঈশ্বৰ' শব্দৰ আদ্য ঈ-স্বৰৰ মিলনৰ ফলত এ ধ্বনিৰ সৃষ্টি হৈ নতুন অৰ্থ বিশিষ্ট 'ইন্দ্ৰেশ্বৰ' শব্দৰ সৃষ্টি হৈছে। সেইদৰে 'ধাৰ' শব্দৰ অন্ত্য ব্যঞ্জন **ৰ** আৰু **'উৱা'** প্ৰত্যয়ৰ আদ্য **উ** স্বৰৰ মিলনৰ ফলত ভিন্ন অৰ্থ বিশিষ্ট 'ধৰুৱা' শব্দৰ সৃষ্টি হৈছে। লগতে 'ধাৰ' শব্দৰ আদ্যক্ষৰত থকা 'আ' স্বৰ অ লৈ ৰূপান্তৰিত হৈছে।

উল্লিখিত ' ইন্দ্ৰেশ্বৰ' তৎসম শব্দ, য'ত দুটা ভিন্ন অৰ্থবিশিষ্ট পৃথক তৎসম শব্দৰ মাজত সন্ধি হৈছে। অসমীয়া ভাষাত এনেদৰে শব্দ আৰু শব্দৰ মাজত সন্ধি হৈ সিদ্ধ হোৱা প্ৰায় সকলো শব্দই সংস্কৃত তৎসম শব্দ। শব্দ আৰু প্ৰত্যয়ৰ মাজত সন্ধি হৈ হোৱা কিছুমান শব্দও যেনে, নৌ + ইক = নাবিক, গৈ + অক = গায়ক আদি তৎসম শব্দ। হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ'-ৰ (১৮৫৯) পৰা শেহতীয়া প্ৰকাশন ড° গোলোকচন্দ্ৰ গোস্বামীৰ 'অসমীয়া ব্যাকৰণ প্ৰৱেশ'-লৈকে, সকলোতে সন্ধিৰ শিতানত সংস্কৃত সন্ধিৰ নিয়মসহ তৎসম শব্দৰ সন্ধিৰ বিষয়েহে পৰ্যাপ্ত আলোচনা দাঙি ধৰা হৈছে। অৱশ্যে সত্যনাথ বৰাৰ পাছৰ কুৰি শতিকাৰ দুগৰাকীমান ব্যাকৰণবিদে সংস্কৃত সন্ধিৰ

লগতে অসমীয়া সন্ধিৰো আলোচনা কৰিছে। তাৰ ভিতৰত 'অসমীয়া ব্যাকৰণ প্ৰৱেশ'ত সংস্কৃত সন্ধিৰ বিস্তৃত আলোচনাৰ পাছত 'অসমীয়া সন্ধি'ৰ শিতানত অসমীয়া সন্ধিৰ বিষয়েও বিতংভাবে আলোচনা কৰা হৈছে। দৰাচলতে অসমীয়া ব্যাকৰণত সংস্কৃত সন্ধিৰ আলোচনা অপ্ৰয়োজনীয়। কিয়নো অসমীয়ালৈ সংস্কৃততে সন্ধিসিদ্ধ তৎসম শব্দবোৰহে আহিছে, সেইবোৰৰ মূল ৰূপবোৰ (base) সংস্কৃততহে। উদাহৰণস্বৰূপে, সংস্কৃত 'হিম' (hima) শব্দ অসমীয়াত **হিম্** হে হৈছে। কিন্তু সন্ধিৰ সূত্ৰত ম্ + আ-ৰ সলনি অ + আ-ৰহে মিলন দেখুওৱা হৈছে। সেইদৰে 'গায়ক' শব্দৰ মূল ৰূপ (base) 'গৈ' অসমীয়া ভাষাত নাই; কিন্তু সন্ধিৰ আলোচনাত 'গৈ + অক'- এনেদৰে দেখুওৱা হৈছে। গতিকে দেখা যায় অসমীয়া সন্ধিৰ শিতানত সংস্কৃত সন্ধিৰ আলোচনা নিষ্প্ৰয়োজন। কিন্তু অসমীয়া ভাষাৰ বিভিন্ন দিশত 'কায়াৰ লগত ছায়া থকাৰ দৰে' সংস্কৃতীয়া ৰূপ এটাও জড়িত হৈ আছে। বিশেষকৈ অসমীয়া শব্দ ভাণ্ডাৰ সমৃদ্ধ কৰা তৎসম শব্দবোৰৰ সন্ধি বিচাৰৰ বাবেই অসমীয়া ব্যাকৰণত সংস্কৃত সন্ধিৰ আলোচনা অন্তৰ্ভুক্ত কৰা হৈছে।

সংস্কৃতৰ দৰে অসমীয়া ভাষাতো সন্ধি তিনি প্ৰকাৰ ঃ স্বৰসন্ধি, ব্যঞ্জন সন্ধি আৰু বিসৰ্গ সন্ধি। স্বৰসন্ধিত স্বৰ আৰু স্বৰৰ মাজত সন্ধি, ব্যঞ্জন সন্ধিত ব্যঞ্জন আৰু ব্যঞ্জনৰ মাজত অথবা ব্যঞ্জন আৰু স্বৰৰ মাজত সন্ধি আৰু বিসৰ্গ সন্ধিত বিসৰ্গ আৰু ঘাইকৈ ব্যঞ্জনৰ মাজত সন্ধি হয়। স্বৰ আৰু ব্যঞ্জন সন্ধি শব্দ আৰু শব্দৰ মাজত অথবা শব্দ বা ধাতুৰ লগত প্ৰত্যয়-বিভক্তিৰ সন্ধি হয়। কিন্তু বিসৰ্গ সন্ধি কেৱল শব্দ আৰু শব্দৰ মাজত হয়। আধুনিক ভাষা-বিজ্ঞানত শব্দ আৰু শব্দৰ সন্ধিক বহিৰ্সন্ধি (বহিঃসন্ধি) আৰু শব্দ বা ধাতুৰ লগত প্ৰত্যয়-বিভক্তিৰ সন্ধিক অন্তৰ্সন্ধি (অন্তঃসন্ধি) বোলা হৈছে। বহিৰ্সন্ধিত (external Sandhi) সন্ধি হোৱা শব্দ দুটা সহজে বিচাৰি উলিয়াব পাৰি। কিন্তু অন্তৰ্সন্ধিত (internal Sandhi) সংস্কৃত ভাষাজ্ঞান নহ'লে সন্ধি হোৱা ৰূপ দুটা সহজে পৃথক কৰিব নোৱাৰি। সকলো অসমীয়া ব্যাকৰণত উল্লিখিত তিনিওটা সন্ধিৰ বিষয়ে উদাহৰণ আৰু সূত্ৰসহ বহলাই আলোচনা কৰা হৈছে। ইয়াত সংক্ষেপে তৎসম শব্দৰ সন্ধিৰ বিষয়ে আলোচনা কৰা হ'ল।

**শব্দ আৰু শব্দৰ মাজত স্বৰসন্ধি ঃ** স্বৰসন্ধিত প্ৰথম শব্দৰ শেষৰ স্বৰ আৰু দ্বিতীয় শব্দৰ আদি স্বৰৰ মাজত সন্ধি হয়। উদাহৰণ,



দেৱ + অসুৰ = দেৱাসুৰ
দশ + আনন = দশানন

ইয়াত 'দেৱাসুৰ' শব্দ **অ** আৰু অ-ৰ মিলনত আৰু 'দশানন' শব্দ **অ** আৰু আ-স্বৰৰ মিলনত সিদ্ধ হৈছে। বিভিন্ন স্বৰৰ মিলনত হোৱা কিছুমান স্বৰ সন্ধিৰ উদাহৰণ হ'ল—

দেৱ + ইন্দ্ৰ = দেৱেন্দ্ৰ
চন্দ্ৰ + উদয় = চন্দ্ৰোদয়
দেৱ + ঋষি = দেৱৰ্ষি
জন + এক = জনৈক
আশা + অতীত = আশাতীত
বিদ্যা + আলয় = বিদ্যালয়
গিৰি + ইন্দ্ৰ = গিৰিন্দ্ৰ
অতি + আচাৰ = অত্যাচাৰ
প্ৰতি + এক = প্ৰত্যেক
সু + আগত = স্বাগত
কটু + উক্তি = কটূক্তি ইত্যাদি।

**শব্দ বা ধাতুৰ লগত প্ৰত্যয় বিভক্তিৰ স্বৰ সন্ধি ঃ** এনে স্বৰ সন্ধিত শব্দ বা ধাতুৰ শেষ আৰু প্ৰত্যয় বা বিভক্তিৰ আদি স্বৰৰ মাজত সন্ধি হয়। যেনে—

নে + অন = নয়ন
শে + অন = শয়ন
পো + অন = পৱন
শ্ৰো + অন = শ্ৰৱণ
পো + ইত্ৰ = পবিত্ৰ
গো + এষণা = গৱেষণা
গৈ + অক = গায়ক
নৈ + অক = নায়ক
কৃ + অনীয় = কৰণীয়
স্তৌ + অক = স্তাৱক
নৌ + ইক = নাৱিক
ভৌ + উক = ভাবুক

**শব্দ আৰু শব্দৰ মাজত ব্যঞ্জনসন্ধি ঃ** ব্যঞ্জন সন্ধিত প্ৰথম শব্দৰ শেষ ব্যঞ্জন আৰু দ্বিতীয় শব্দৰ আদি ব্যঞ্জন বা স্বৰৰ মাজত সন্ধি হয়। ব্যঞ্জন সন্ধিক একপ্ৰকাৰ সমীভৱন (assimilation) বোলা হয়। কিয়নো এনে সন্ধিত পৰবৰ্তী ধ্বনিয়ে পূৰ্ববৰ্তী ধ্বনিক, পূৰ্ববতী ধ্বনিয়ে পৰবৰ্তী ধ্বনিক আৰু কেতিয়াবা দুয়োটা ধ্বনিয়ে পাৰস্পৰিক প্ৰভাৱ বিস্তাৰ কৰি সন্ধি হোৱা ধ্বনিকেইটাৰ গুণৰ পৰিবৰ্তন ঘটায়। এনে পৰিবৰ্তন শব্দ বা ধাতু আৰু প্ৰত্যয়-বিভক্তিৰ মাজত হোৱা সন্ধিৰ ক্ষেত্ৰতো দেখা যায়। যেনে—দিগ্বিজয় = দিক্ + বিজয়; যাজ্ঞা = যাচ্ + না আৰু উদ্ধাৰ = উৎ + হাৰ। ইয়াত 'দিগ্বিজয়' শব্দত প্ৰথম শব্দৰ অন্ত্য অঘোষ **ক** ধ্বনিৰ লগত দ্বিতীয় শব্দৰ আদ্য সঘোষ **ব** ধ্বনিৰ মিলন হোৱাত সঘোষ **ব** ধ্বনিয়ে অঘোষ **ক** ধ্বনিক সঘোষ **গ** ধ্বনিলৈ ৰূপান্তৰ কৰিলে। 'যাজ্ঞা' শব্দত প্ৰথম শব্দৰ অন্ত্য তালব্য **চ** ধ্বনিয়ে দ্বিতীয় শব্দৰ আদ্য দন্ত্য **ন** ধ্বনিক তালব্য **ঞ** লৈ পৰিবৰ্তন ঘটালে। সেইদৰে 'উদ্ধাৰ' শব্দত প্ৰথম শব্দৰ অন্ত্য অঘোষ **ৎ** ধ্বনিৰ লগত দ্বিতীয় শব্দৰ আদ্য সঘোষ **হ** ধ্বনিৰ মিলন হোৱাত দুয়োটা ধ্বনিৰ পাৰস্পৰিক প্ৰভাৱৰ ফলত নতুনকৈ **দ্ধ** (দ + ধ) ধ্বনিৰ সৃষ্টি হৈছে। এইদৰে 'দিগ্বিজয়' শব্দৰ সন্ধি পৰাগত সমীভৱন, 'যাচ্ঞা' শব্দৰ সন্ধি প্ৰগত সমীভৱন আৰু 'উদ্ধাৰ' শব্দৰ সন্ধি পাৰস্পৰিক বা অন্যোন্য সমীভৱন প্ৰক্ৰিয়াৰে সাধিত হৈছে। ব্যঞ্জন সন্ধিৰ উদাহৰণ—

উৎ + চাৰণ = উচ্চাৰণ
বাক্ + ময় = বাঙ্ময়
দিক্ + গজ = দিকগজ
দিক্ + অন্ত = দিগন্ত
শম্ + কৰ = শঙ্কৰ
উৎ + শৃঙ্খল = উচ্ছৃঙ্খল
উৎ + হৃত = উদ্ধৃত
কিম্ + চিৎ = কিঞ্চিৎ
সম্ + তাপ = সন্তাপ
সম্ + ৱাদ = সংবাদ ইত্যাদি।

শব্দ বা ধাতুৰ লগত প্ৰত্যয়-বিভক্তিৰ ব্যঞ্জন সন্ধিৰ উদাহৰণ—



অদ্ + ন = অন্ন
গম্ + ত = গন্তব্য
যজ্ + ন = যজ্ঞ
যষ্ + থ = ষষ্ঠ
যৎ + নঙ্ = যত্ন ইত্যাদি।

**বিসৰ্গ সন্ধি ঃ** বিসৰ্গ সন্ধি কেৱল শব্দ আৰু শব্দৰ মাজত হয়। বিসৰ্গ যিহেতু এটা ব্যঞ্জন ধ্বনি, সেয়ে বিসৰ্গও ব্যঞ্জন সন্ধিৰে অন্তৰ্গত। পাৰ্থক্য হৈছে, বিসৰ্গ সদায় প্ৰথম শব্দৰ শেষত থাকে আৰু দ্বিতীয় শব্দৰ স্বৰ বা ব্যঞ্জনৰ লগত ইয়াৰ সন্ধি হয়। সন্ধি হ'ল বিসৰ্গটো প্ৰায়ে লোপ পাই আন ধ্বনিলৈ ৰূপান্তৰ হয়। কেতিয়াবা ই অপৰিবৰ্তিত হৈ ৰয়। সৰহভাগ বিসৰ্গ সন্ধিতে বিসৰ্গটো ৰ্ বা স্, ষ্ শ লৈ ৰূপান্তৰ হয় আৰু সন্ধিটো ভাঙি দিলেই ৰ্ বা স্, ষ্, শ্ আকৌ বিসৰ্গলৈ পৰিবৰ্তন হয়। বিসৰ্গ সন্ধিৰ উদাহৰণ—

ততঃ + অধিক = ততোধিক
নিঃ + ৰৱ = নীৰৱ
নিঃ + মল = নিৰ্মল
নিঃ + আপদ = নিৰাপদ
দুঃ + আচাৰ = দুৰাচাৰ
নমঃ + কাৰ = নমস্কাৰ
নিঃ + প্ৰাণ = নিষ্প্ৰাণ
দুঃ + তৰ = দুস্তৰ
নিঃ + চয় = নিশ্চয়
শিৰঃ + ছেদ = শিৰশ্ছেদ।

উল্লিখিত উদাহৰণবোৰত সন্ধিৰ ফলত বিসৰ্গটো কেতিয়াবা ও কেতিয়াবা ৰেফ (ˊ) বা ৰ আৰু কেতিয়াবা স, ষ, শলৈ ৰূপান্তৰিত হৈছে। কিছুমান শব্দত বিসৰ্গৰ সন্ধি নহয়, বিসৰ্গ আৰু পাছৰ ব্যঞ্জন একেদৰে থাকে। যেনে—দুঃ + সাধ্য = দুঃসাধ্য, স্বতঃ + স্ফূৰ্ত = স্বতঃস্ফূৰ্ত আদি।

বৃহস্পতি, সিংহ, আশ্চৰ্য আদি কিছুমান তৎসম শব্দত উল্লিখিত স্বৰ, ব্যঞ্জন বা বিসৰ্গ সন্ধিৰ নিয়মবোৰ নাখাটে। তেনেদৰে সিদ্ধ শব্দৰ সন্ধিক সংস্কৃতত

নিপাতনে সিদ্ধ হয় বুলি ধৰা হয়। অসমীয়া ব্যাকৰণত এনেবোৰ সন্ধিৰ আলোচনাও আচলতে অপ্ৰয়োজনীয়।

অসমীয়া ভাষাৰ নিজস্ব ৰূপটোত সংস্কৃতৰ দৰে শব্দ আৰু শব্দৰ মাজত সন্ধি তেনেই কম। কিন্তু সংস্কৃতৰ আৰ্হিত কিছুমান মিশ্ৰ শব্দত এনে সন্ধি হোৱা দেখা যায়। যেনে—

| | | |
|---|---|---|
| ইংলেণ্ড | + অধিপতি | = ইংলেণ্ডাধিপতি। |
| ইংলেণ্ড | + ঈশ্বৰ | = ইংলণ্ডেশ্বৰ। |
| ফিল্ম্ | + উৎসৱ | = ফিল্মোৎসৱ। |
| ভোট্ | + অধিকাৰ | = ভোটাধিকাৰ। |
| মহকুমা | + অধিপতি | = মহকুমাধিপতি। |

অসমীয়াত ব্যৱহৃত সংস্কৃত আৰ্হিৰ এনে শব্দ সন্ধিৰ আন কেইটামান উদাহৰণ হ'ল—

| | | |
|---|---|---|
| তাৰ্ | + উপৰি | = তাৰোপৰি। |
| ইয়াৰ্ | + উপৰি | = ইয়াৰোপৰি। |
| ওপৰ্ | + উক্ত | = ওপৰোক্ত। |
| শেহ্ | + অৰ্দ্ধ | = শেহাৰ্দ্ধ। |

ইয়াৰ বাহিৰেও অসমীয়াত শব্দ সন্ধিৰ আৰু কেইটামান নিজস্ব ৰূপ আছে। সেয়া হৈছে—

১. 'এক', 'দুই', 'ছয়' আৰু কেতিয়াবা 'তিনি' সংখ্যা শব্দৰ পাছত ঘৰ, বছৰ, মাহ আদি শব্দ লগ লাগিলে সংখ্যা শব্দকেইটাৰ শেহত থকা ক, ই, য় আৰু ই স্বৰ লোপ পায়। যেনে—

| | | |
|---|---|---|
| এক | + ঘৰ | = এঘৰ। |
| দুই | + বছৰ | = দুবছৰ। |
| ছয় | + মাহ | = ছমাহ। |
| তিনি | + দিন | = তিনদিন। |

২. প্ৰথম শব্দৰ শেষত ধ আৰু পৰৱৰ্তী শব্দৰ আদিত ক, খ, ত আৰু ব ধ্বনি থাকিলে পূৰ্বৰ ধ্ সদায় দ্ ধ্বনিলৈ ৰূপান্তৰ হয়। যেনে—

আধ্ + কপালী = আদ্কপালী।



আধ্ + খনীয়া = আদ্খনীয়া।

আধ্ + বয়সীয়া = আদ্বয়সীয়া।

আধ্ + তোলা = আদ্তোলা।

৩. সংস্কৃত 'উৎ' উপসৰ্গৰ পাছত ব বা ফ-ৰে আৰম্ভ হোৱা শব্দ থাকিলে উপসৰ্গৰ ব্যঞ্জন ৎ-টো দ্ ধ্বনিলৈ ৰূপান্তৰিত হয়। যেনে—

উৎ + বাউল = উদ্বাউল।

উৎ + ফাঁই = উদ্ফাঁই।

অসমীয়া ভাষাত দৰাচলতে শব্দ বা ধাতুৰ লগত প্ৰত্যয়-বিভক্তিৰ সন্ধিহে অপৰিহাৰ্য। কৃৎ-তদ্ধিত প্ৰত্যয়ৰ যোগত নতুন শব্দ গঠনত, শব্দৰূপ আৰু ধাতুৰূপত অসমীয়া ভাষাত সন্ধি নহ'লেই নহয়। যেনে, ধাৰ্ + উৱা = ধৰুৱা, গৰু + এ = গৰুৱে, কৰ্ + ইলো = কৰিলো আদি। ইয়াত প্ৰথম 'ধাৰ্' শব্দৰ ৰ্-ৰ লগত উ-ৰ সন্ধি হৈ ৰুৱা হৈছে আৰু ধাৰ্ শব্দৰ আদ্যক্ষৰত থকা আ ধ্বনি অ লৈ ৰূপান্তৰ হৈছে। দ্বিতীয় 'গৰু' শব্দৰ ৰু-ৰ লগত এ (১মা বিভক্তি)-ৰ সন্ধি হৈ -ৰুৱে অৰ্থাৎ 'গৰুৱে' হৈছে। সেইদৰে তৃতীয় 'কৰ্' ধাতুৰ ৰ্-ৰ লগত ই-ৰ সন্ধি হৈ 'কৰি' অৰ্থাৎ 'কৰিলোঁ' হৈছে। এইদৰে দেখা যায় যে শব্দ বা ধাতুৰ লগত প্ৰত্যয়-বিভক্তৰ সন্ধি হ'লে কেতিয়াবা প্ৰথম শব্দৰ শেষৰ ধ্বনিটোৰ গুণৰ পৰিবৰ্তন ঘটে, কেতিয়াবা প্ৰথম শব্দৰ শেষৰ ধ্বনিটো লোপ পায় আৰু কেতিয়াবা সন্ধি হোৱা ধ্বনি দুটা কোনো পৰিবৰ্তন নোহোৱাকৈ লগ লাগি যায়। এনেদৰে লগ লাগি যাওঁতে ধ্বনি দুটাৰ মাজত সন্ধ্যক্ষৰ হিচাপে ৱ আৰু য় শ্ৰুতিৰ আগম হয়।

শব্দ বা ধাতুৰ লগত প্ৰত্যয়-বিভক্তিৰ সন্ধিত মিল হোৱা ধ্বনি দুটাৰ গুণলৈ লক্ষ্য কৰি এনে সন্ধিক ঘাইকৈ স্বৰসন্ধি আৰু মিশ্ৰ সন্ধি, এই দুটা ভাগত ভগাব পাৰি। স্বৰ সন্ধিত স্বৰ আৰু স্বৰৰ লগত আৰু মিশ্ৰ সন্ধিত ঘাইকৈ ব্যঞ্জন আৰু স্বৰ ধ্বনিৰ লগত সন্ধি হয়। অসমীয়া প্ৰত্যয়-বিভক্তিৰ অধিকাংশৰে আদ্য স্থানত স্বৰধ্বনি থাকে। সেয়েহে এনে সন্ধিত ব্যঞ্জন আৰু ব্যঞ্জনৰ মাজত মিল হোৱা দেখা নাযায়। কিন্তু নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ আদিত প্ৰায়ে ব্যঞ্জন থাকে। সেয়েহে সংখ্যাবাচক শব্দৰ শেষৰ ব্যঞ্জনৰ লগত এই প্ৰত্যয়ৰ আদি ব্যঞ্জনৰ মিলন হয়। সেই হিচাপে অসমীয়াত কিছুমান শব্দত ব্যঞ্জন সন্ধিও দেখা যায়।

**ধাতুৰ লগত প্ৰত্যয়-বিভক্তিৰ সন্ধি ঃ**

স্বৰ সন্ধি ঃ

ক + অ = কৰ

থ + অ = থৰ।

ল + আ = লোৱা

খা + অ = খাব

পা + আ = পোৱা

খা + ঐ = খাবৈ (বহল দ খাল)।

জী + আ = জীয়া

কচু + অনি = কচুৱনি

শো + অনি = শোৱনি ইত্যাদি।

মিশ্ৰ সন্ধি ঃ

কৰ্ + ইম্ = কৰিম

ধৰ্ + ওঁ = ধৰোঁ

পঢ় + ওৱা = পঢ়োৱা

বহ + আ = বহা

ৰাখ্ + ওঁতা = ৰাখোঁতা

ৰাখ্ + ঈয়া = ৰখীয়া আদি।

**শব্দৰ লগত প্ৰত্যয়-বিভক্তিৰ সন্ধি ঃ**

স্বৰ সন্ধি ঃ

গাঁও + অলীয়া = গাঁৱলীয়া

বালি + ঈয়া = বালীয়া

দা + অনী = দাৱনী

পূজা + আৰী = পূজাৰী

বুধি + অক = বুধিয়ক

পানী + আ = পনীয়া

গুৰি + আল = গুৰিয়াল



মনি + ও = মনিয়ো

নাও + অৰীয়া = নাৱৰীয়া

ভনী + এক = ভনীয়েক

পেহী + এক = পেহীয়েক

মিশ্ৰ সন্ধি ঃ

বাট্ + অৰুৱা = বাটৰুৱা

জোঙ্ + আল = জোঙাল

শাক্ + অনি = শাকনি

ঘৰ্ + অচীয়া = ঘৰচীয়া

ভাল + অৰি = ভালৰি

মিতিৰ্ + আলি = মিতিৰালি

জোন্ + আলী = জোনালী

সাহ্ + ইয়াল = সাহিয়াল

পেট্ + উলা = পেটুলা

ভিতৰ্ + উৱাল = ভিতৰুৱাল

সোণ্ + ওৱালী = সোণোৱালী

মানুহ্ + এ = মানুহে ইত্যাদি।

কিছুমান মিশ্ৰ সন্ধিত অৰ্থাৎ ব্যঞ্জন আৰু স্বৰধ্বনিৰ সন্ধিত প্ৰত্যয় বা বিভক্তিৰ আদ্যস্বৰ ঈ/ই বা উ-ৰ প্ৰভাৱত প্ৰথম শব্দৰ আদ্যক্ষৰত থকা ও ধ্বনি উ-লৈ ৰূপান্তৰ হয় আৰু ঈ/ই বা উ প্ৰথম শব্দৰ শেষৰ ব্যঞ্জনৰ লগত যোগ হয়। যেনে—

জোল + ঈয়া = জুলীয়া

ৰোগ + ঈয়া = ৰুগীয়া

কোঁচ + উনী = কুঁচুনী

চোৰ + উনী = চুৰুণী আদি।

কেতিয়াবা পৰবৰ্তী ঈ/ই-ৰ প্ৰভাৱত প্ৰথম শব্দৰ শেষৰ ধ্বনিৰ আগৰ অক্ষৰৰ স্বৰৰ গুণৰ পৰিবৰ্তন ঘটে। যেনে—

গোলাঘাট + ঈয়া = গোলাঘটীয়া

যোৰহাট + ঈয়া = যোৰহটীয়া আদি।

শব্দ আৰু প্ৰত্যয়ৰ মাজত হোৱা সন্ধিৰ ক্ষেত্ৰত আৰু এটা মন কৰিবলগীয়া কথা হৈছে যে এক, দুই, ছয় আৰু তিনি শব্দৰ লগত টা, খন, জন, ডাল আদি ব্যঞ্জনেৰে আৰম্ভ হোৱা নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ হ'লে 'এক'-ৰ ক, দুই-ৰ ই, 'ছয়'-ৰ য় আৰু কেতিয়াবা 'তিনি'-ৰ শেষত থকা ই স্বৰ লোপ পায়। যেনে—

এক + টা = এটা
দুই + খন = দুখন
ছয় + ডাল = ছডাল
তিনি + জোপা = তিনজোপা আদি।

কেতিয়াবা **পাঁচ, সাত, আঠ** আৰু **দহ** সংখ্যা শব্দৰ লগত টা প্ৰত্যয়ৰ সন্ধি হ'লে তাৰ মাজত বিকল্পে এটা ও-ৰ আগম হয় আৰু কেতিয়াবা ই সংখ্যা শব্দকেইটাৰ শেষৰ ব্যঞ্জনত যোগ হয়। যেনে—

পাঁচ + টা = পাঁচোটা
সাত + টা = সাতোটা
আঠ + টা = আঠোটা
দহ + টা = দহোটা

এইদৰে দেখা যায় যে অসমীয়া সন্ধিত বিশেষকৈ শব্দ আৰু ধাতুৰ লগত হোৱা প্ৰত্যয়-বিভক্তিৰ সন্ধিত প্ৰত্যয়-বিভক্তিৰ আদি স্বৰ বা ব্যঞ্জনৰ গুণৰ বিশেষ পৰিবৰ্তন নহয়; মাত্ৰ প্ৰথম শব্দ বা ধাতুৰ শেষৰ স্বৰ বা ব্যঞ্জনৰ লগত ই প্ৰায়ে যোগ হৈ যায়।

●●●

## ।। ২ ।।

# শব্দ, শব্দৰ প্ৰকাৰভেদ আৰু ব্যৱহাৰ

**২.১.** শব্দ হৈছে ধ্বনিৰ ওপৰৰ স্তৰৰ ভাষিক উপাদান। সাধাৰণতে এটা বা একাধিক ধ্বনিৰে সুসংবদ্ধভাৱে গঠিত অৰ্থযুক্ত ৰূপটোৱেই শব্দ। যেনে—

*ই ৰাতিপুৱা সদায় সোনকালে উঠে।*

এই বাক্যটোৰ প্ৰথম শব্দ 'ই' এটা ধ্বনিৰে গঠিত অৰ্থবহ পুংলিংগবাচক শব্দ। বাকীকেইটা শব্দ একাধিক ধ্বনিৰে গঠিত আৰু প্ৰতিটোৱেই অৰ্থযুক্ত। শব্দকেইটাৰ বৰ্ণবিন্যাস এনে ধৰণৰ—

ৰ + আ + ত + ই + প + উ + আ = ৰাতিপুৱা
স + অ + দ + আ + য় = সদায়
স + ও + ন + ক + আ + ল + এ = সোনকালে
উ + ঠ + এ = উঠে

এইদৰে একাধিক ধ্বনিৰে সুসংবদ্ধভাৱে গঠিত আৰু অৰ্থবহ এই আটাইকেইটা ৰূপেই একোটা শব্দ। অৰ্থপূৰ্ণ এই শব্দকেইটাৰ যথোপযুক্ত সুসংহত প্ৰয়োগতে সৃষ্টি হৈছে উল্লিখিত বাক্যটো। বাক্যটোত শব্দবোৰ যদি **উঠে সোনকালে ই সদায় ৰাতিপুৱা** এনেদৰে প্ৰয়োগ কৰোঁ তেন্তে বাক্যটোৰ অৰ্থ স্পষ্ট নহ'ব আৰু শব্দৰ তেনে প্ৰয়োগে বাক্যৰ শুদ্ধ ৰূপো দাঙি নধৰে। অৰ্থ স্পষ্টকৈ প্ৰকাশ কৰা এটা শুদ্ধ বাক্য পাবলৈ বাক্যটোৰ প্ৰতিটো শব্দ যথাস্থানত অৰ্থপূৰ্ণভাৱে ব্যৱহাৰ কৰিব লাগিব। সেইদৰে **সদায়** শব্দৰ ধ্বনিকেইটাৰ স্থান পৰিবৰ্তন কৰি যদি দায়স কৰোঁ, তেতিয়াও সি শব্দ নহ'ব। ধ্বনিবোৰ যাদৃশিক। ইহঁতৰ নিজা কোনো অৰ্থ নাই। ধ্বনিৰ সংযোগত অৰ্থ প্ৰকাশ পাবলৈ হ'লে **সদায়** শব্দত থকা স + অ + দ + আ + য় এই ধ্বনি পাঁচোটা এই অনুক্ৰমেহে ব্যৱহাৰ হ'ব লাগিব। ইয়াৰ পৰা আমি দুটা কথা গম পালোঁ ঃ শব্দবোৰ এটা বা একাধিক ধ্বনিৰে সুশৃংখলিতভাৱে গঠিত একোটা অৰ্থবহ ৰূপ। আনহাতে এই অৰ্থবহ ৰূপবোৰৰ সুশৃংখলিত আৰু যথাযথ প্ৰয়োগতে সৃষ্টি হয় একোটা বাক্য।

গতিকে বাক্যত ব্যৱহৃত প্ৰতিটো ৰূপেই একোটা শব্দ।

সংস্কৃত ব্যাকৰণৰ মূল আধাৰ হ'ল 'শব্দ'। পাণিনিৰ আঠোটা অধ্যায়যুক্ত ব্যাকৰণখনৰ নামেই হ'ল 'শব্দানুশাসনম্'। অৱশ্যে এইখন অষ্ট অধ্যায়যুক্ত হোৱা বাবে 'অষ্টাধ্যায়ী' হিচাপেহে বিশেষভাৱে খ্যাত। যি কি নহওক, পাণিনিৰ ব্যাকৰণ দৰাচলতে 'শব্দানুশাসিত'। কুৰি শতিকাৰ চল্লিশ-পঞ্চাশ দশকৰ আগলৈকে 'শব্দ'ই আছিল ভাষা-চৰ্চাৰ তথা ভাষা একোটাৰ ব্যাকৰণ চৰ্চাৰ মূল আধাৰ। সেয়েহে যোৱা দুহাজাৰ বছৰত ৰচিত ব্যাকৰণবোৰ আছিল word-based grammar। ঘাইকৈ সংস্কৃত ব্যাকৰণৰ আৰ্হিত ৰচনা কৰা অসমীয়া ব্যাকৰণবোৰ আছিল শব্দভিত্তিক ব্যাকৰণ। সংস্কৃতৰ দৰে অসমীয়া ব্যাকৰণতো শব্দৰ বিভিন্ন ৰূপ বুজাবলৈ প্ৰকৃতি (radical), ধাতু শব্দ (verbal root), প্ৰাতিপাদিক বা নাম শব্দ (nominal stem) আৰু পদৰ সংজ্ঞা দাঙি ধৰি সেইবোৰৰ ব্যৱহাৰ দেখুওৱা হৈছে। লগতে সংস্কৃত ব্যাকৰণত নথকা শব্দৰো সংজ্ঞা দিবলৈ চেষ্টা কৰা হৈছে। দৰাচলতে প্ৰকৃতি, ধাতু, প্ৰাতিপাদিক, পদ—এই সকলো শব্দৰেই একো একোটা ৰূপ। প্ৰকৃতি হৈছে শব্দৰ মূল ৰূপ অৰ্থাৎ মূল শব্দ (root word), ধাতু হৈছে ক্ৰিয়াবাচক মূল শব্দ (verbal root word), প্ৰাতিপাদিক হৈছে নামবাচক মূল শব্দ (nominal root word) আৰু পদ হৈছে ক্ৰিয়া বিভক্তি বা শব্দ বিভক্তিযুক্ত শব্দ (parts of speech)। ইংৰাজীতো word-ৰ বিভিন্ন ৰূপ বুজাবলৈ root, stem আৰু base—এই তিনিটা শব্দ আছে। গতিকে word কেতিয়াবা root আৰু কেতিয়াবা stem বা base হ'বও পাৰে। কিন্তু সেই বুলি root আৰু word সদায় একে নহয়। উদাহৰণ স্বৰূপে, ইংৰাজী 'manly' শব্দটোৰ man একে সময়তে root, stem, base আৰু word; কিন্তু break-water এটা শব্দ বা stem; কিন্তু ইয়াৰ root দুটা ঃ break আৰু water। সেইদৰে অসমীয়া 'হাতঘড়ী' এটা শব্দ; কিন্তু ইয়াৰ মূল শব্দ বা প্ৰকৃতি (root word) দুটা ঃ 'হাত' আৰু 'ঘড়ী'।[১] আনহাতে 'পদো' এক প্ৰকাৰ শব্দ, কিন্তু অসমীয়া ব্যাকৰণ মতে শব্দ বিভক্তিযুক্ত হ'ব লাগিব। সংস্কৃত পদৰ আৰ্হিত অসমীয়াতো বিভক্তযুক্ত শব্দক পদ বোলা[২] হৈছে। এই সংজ্ঞা সংস্কৃত পদৰ ক্ষেত্ৰতহে প্ৰযোজ্য। কিয়নো সংস্কৃতত অব্যয়ৰ বাহিৰে সকলো

১। লীলাৱতী শইকীয়া বৰা ঃ অসমীয়া ভাষাৰ ৰূপতত্ত্ব, পৃ. ১৭

২। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১১২

ইয়াত শব্দ আৰু পদৰ সংজ্ঞা এনেদৰে দিয়া হৈছে ঃ বিভক্তি যোগ হোৱাৰ আগৰ ৰূপটোকে শব্দ বোলে। শব্দৰ লগত বিভক্তি যোগ হ'লে পদ হয়।



শব্দ বিভক্তিযুক্ত হ'লেহে বাক্যত ব্যৱহাৰ হ'ব পাৰে। কিন্তু অসমীয়াত বাক্যৰ সকলো শব্দই বিভক্তিযুক্ত নহয়। যেনে—

**শিক্ষকে ভাল ছাত্ৰক বেছি মৰম কৰে।**

ইয়াত 'শিক্ষকে' শব্দৰ পৰা '-এ', 'ছাত্ৰক' শব্দৰ পৰা '-ক' আৰু 'কৰে' শব্দৰ পৰা -'এ' বিভক্তি আঁতৰালে ক্ৰমে শিক্ষক, ছাত্ৰ আৰু কৰ্ শব্দ পাম। গতিকে বিভক্তিযুক্ত এই তিনিটা শব্দ পদ। কিন্তু বিভক্তি নলগা 'ভাল', 'বেছি' আৰু 'মৰম'কো একোটাহঁত পদ বুলি ধৰা হৈছে। কিয়নো 'বাক্যৰ ভিতৰত থকা সৰু সৰু গাইগুটীয়া খণ্ডবোৰক পদ' বোলা হৈছে (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১১০)। অসমীয়া ব্যাকৰণত থকা পদৰ এনে স্ববিৰোধী সংজ্ঞাইও অসমীয়া ভাষা শিকাৰুসকলক বিপদত পেলায়। তদুপৰি অসমীয়া ব্যাকৰণৰ পৰম্পৰাগত পৰিভাষাৰ মাজলৈ আধুনিক ভাষা বিজ্ঞানৰ morph, morpheme শব্দৰ প্ৰতিশব্দ ক্ৰমে 'আকৃতি' আৰু 'প্ৰাকৃতি' টানি অনাত (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১১২-১৩) ছাত্ৰ-ছাত্ৰী কিয়, শিক্ষকসকলো বিমোৰত পৰে। দৰাচলতে প্ৰাকৃতি আৰু শব্দৰ মাজতো বৰ বেছি পাৰ্থক্য নাই। উদাহৰণ স্বৰূপে, 'ভোগালী'-এই শব্দটো ওপৰে ওপৰে চালে একে সময়তে এটা প্ৰাকৃতি আৰু এটা শব্দও। শব্দ হিচাপে ই এটা যৌগিক শব্দ; 'ভোগ' মূল শব্দ বা প্ৰকৃতি আৰু 'আলী' শব্দ গঠনাত্মক তদ্ধিত প্ৰত্যয়। দুয়োটাৰ যোগত নতুন অৰ্থবাচক 'ভোগালী' শব্দটোৰ সৃষ্টি হৈছে। সেইদৰে প্ৰাকৃতি হিচাপে ধৰি 'ভোগালী' বিশ্লেষণ কৰিলে দুটা প্ৰাকৃতি পোৱা যাব ঃ এটা মুক্ত প্ৰাকৃতি (free morpheme) 'ভোগ' আৰু আনটো বদ্ধ প্ৰাকৃতি (bound morpheme) 'আলী', যিটোক অসমীয়াত প্ৰত্যয় বা সৰ্গ বোলা হয়।

২.২. শব্দ সম্পৰ্কীয় এনেবোৰ পৰিভাষাৰ মাজত থকা খেলমেলি দূৰ কৰিবৰ বাবে তলত দিয়াৰ দৰে শব্দৰ প্ৰকাৰভেদ বা শ্ৰেণীবিভাগ কৰি সিবোৰৰ ব্যৱহাৰ দেখুৱাবলৈ চেষ্টা কৰা হৈছে। মুখ্যতঃ তিনিটা কথাৰ ভিত্তিত অসমীয়া ভাষাৰ শব্দসমূহক শ্ৰেণীবিভাগ কৰিব পাৰি ঃ

**১. শব্দৰ ৰূপাত্মক প্ৰকৃতি, কাৰ্য আৰু অৰ্থ অনুযায়ী**

**২. গঠন অনুযায়ী**

**৩. উৎস অনুযায়ী**

২.২.১ ৰূপাত্মক প্ৰকৃতি অনুযায়ী অসমীয়া ভাষাৰ সমূহ শব্দক দুটা ভাগত ভগাব পাৰি ঃ

১. অব্যয় শব্দ (indeclinables)

২. সব্যয় শব্দ (inflected words)

শব্দৰ এনে বিভাজনক ৰূপতাত্ত্বিক (morphological) বিভাজন বোলা হয়। বাক্যত ব্যৱহৃত যিবোৰ শব্দত কোনো বিভক্তি যোগ নহয়, অথবা যিবোৰ শব্দৰ ৰূপৰ কোনো ব্যয় অৰ্থাৎ পৰিবৰ্তন নহয়, কিন্তু বাক্যৰ দুটা অংশৰ মাজত ৰূপতাত্ত্বিক সংযোগ সাধন কৰে সেইবোৰেই অব্যয় শব্দ। যেনে—

পাৰা যদি সপ্তকাণ্ড ৰামায়ণখন কিনি ল'বা।

প্ৰাচীন গ্ৰীকসকল অতীব ধৰ্মপৰায়ণ আৰু কৰ্তব্যনিষ্ঠ আছিল।

এই বাক্য দুটাত ব্যৱহৃত 'যদি', 'আৰু' শব্দৰ কেতিয়াও কোনো অৱস্থাতে ৰূপৰ পৰিবৰ্তন নহয়। কিয়নো এই দুটা শব্দত কোনো প্ৰত্যয় বা বিভক্তি লগ নালাগে। তথাপি শব্দ দুটাই বাক্য দুটাৰ দুয়োটা খণ্ডৰ মাজত সংগতি স্থাপন কৰি বক্তব্য স্পষ্ট কৰিছে। অসমীয়া ভাষাত থকা এনে অব্যয় শব্দ কিছুমান হৈছে ঃ তথাপি, কিন্তু, অথবা, নতুবা, জানোচা ইত্যাদি (এই বিষয়ে 'অব্যয় অধ্যায়'ত বহলাই আলোচনা কৰা হৈছে)।

বাক্যত ব্যৱহৃত যিবোৰ শব্দত বিভিন্ন প্ৰত্যয় বা বিভক্তি যোগ হৈ সিহঁতৰ ৰূপৰ পৰিবৰ্তন ঘটায়, সেইবোৰেই সব্যয় শব্দ। যেনে—

**শাওণৰ পথাৰত হালোৱাই হাল বাইছে।**

এই বাক্যটোৰ পাঁচোটা শব্দৰ চাৰিটাতে বিভক্তি যুক্ত হৈ আছে এনেদৰে— শাওন + ৰ, পথাৰ + ত, হালোৱা + ই আৰু বা + ইছ্ + এ। আনহাতে 'হাল' শব্দটোত বিভক্তি বা প্ৰত্যয় যোগ হোৱা নাই যদিও এই শব্দও 'হালৰ পৰা', 'হালত' এনেদৰে ৰূপ কৰিব পাৰি। বিভক্তি বা প্ৰত্যয় যোগত এইদৰে ৰূপৰ পৰিবৰ্তন হোৱা শব্দবোৰেই সব্যয় শব্দ।

গুণ বা কাৰ্যৰ ভিত্তিত সব্যয় শব্দবোৰক দুটা ভাগত ভগাব পাৰি ঃ

১. ক্ৰিয়া শব্দ (verbs)

২. নাম শব্দ (nominals)

বাক্যত কোনো কাৰ্য সম্পন্ন কৰা বা নকৰা শব্দবোৰেই ক্ৰিয়া শব্দ। যেনে—



দেউতাই সদায় সন্ধিয়া মহাভাৰত পঢ়ে।

এই বাক্যত 'পঢ়্' ধাতুত 'এ' ক্ৰিয়া বিভক্তি যোগ হৈ 'পঢ়ে' ক্ৰিয়া শব্দ বা ক্ৰিয়া পদ গঠিত হৈছে আৰু সেই ক্ৰিয়াই দেউতাই ৰামায়ণ পঢ়া কাৰ্য সম্পন্ন কৰা বুজাইছে। গতিকে 'পঢ়ে' এটা ক্ৰিয়া পদ। আন কিছুমান ক্ৰিয়া শব্দৰ বাক্যত ব্যৱহাৰ এনে ধৰণৰ—

শেৱালি ফুল ৰাতি ফুলে পুৱা সৰি পৰে।

এই স্কুলখন আমিয়েই পাতিছোঁ।

বাঘে কেতিয়াও পোহ নলয়।

(এই বিষয়ে 'ক্ৰিয়া অধ্যায়'ত বহলাই আলোচনা কৰা হৈছে।)

আনহাতে বাক্যত ক্ৰিয়াৰ কাৰ্য সম্পাদনত প্ৰত্যক্ষ বা পৰোক্ষভাৱে সহায় কৰা বা নকৰা সকলো শব্দই নাম শব্দ। আন কথাত ক্ৰিয়াৰ বাহিৰে শব্দ বিভক্তি যোগ হোৱা বা নোহোৱা বাক্যৰ প্ৰতিটো শব্দই নাম শব্দ। যেনে—

<u>সাধু</u> <u>লোকে</u> <u>সকলোৰে</u> <u>উপকাৰ</u> কৰে।

<u>ভুকুতে</u> <u>কল</u> নপকে।

<u>এই</u> <u>বছৰ</u> <u>খেতি</u> নহ'লে <u>ৰাইজৰ</u> <u>বৰ</u> <u>কষ্ট</u> হ'ব।

উল্লিখিত বাক্য তিনিটাৰ **কৰে, নপকে, নহ'লে** আৰু **হ'ব**—এই ক্ৰিয়া শব্দ চাৰিটাৰ বাহিৰে তলত আঁক টনা প্ৰতিটো শব্দই নামশব্দ।

অৰ্থৰ ভিত্তিত নামশব্দবোৰক মুখ্যতঃ তিনি ভাগত ভগাব পাৰি ঃ

১. বিশেষ্য (noun)

২. বিশেষণ (adjective)

৩. সৰ্বনাম (pronoun)

বিশেষ্যবোৰে সাধাৰণতে প্ৰাণী বা বস্তুৰ নাম বুজায়, বিশেষণবোৰে বিশেষ্যৰ দোষ-গুণ বুজায় আৰু সৰ্বনামবোৰ সদায় বিশেষ্যৰ সলনি ব্যৱহাৰ হয়। যেনে—

ৰীতা, মায়ে তোমাক বৰ ভাল পায়।

এই বাক্যটোত অৰ্থগতভাৱে **ৰীতা, মায়ে** বিশেষ্য শব্দ **তোমাক** সৰ্বনাম আৰু **বৰ ভাল** বিশেষণ। ইয়াত প্ৰতিটো শব্দ ইটোৰ লগত সিটো সংগতিপূৰ্ণভাৱে ব্যৱহৃত হৈছে। অৰ্থাৎ অসমীয়া ভাষাৰ বাক্যৰীতি অনুযায়ী প্ৰথমে সম্বোধনাত্মক শব্দ **ৰীতা,** তাৰ পাছত ক্ৰমে বিশেষ্য **মায়ে,** সৰ্বনাম **তোমাক** আৰু বিশেষণ

বৰ ভাল ব্যৱহৃত হৈছে। বাক্যটোৰ সমাপ্তি ঘটিছে পায় ক্ৰিয়া শব্দৰে। (পৰৱৰ্তী বিশেষ্য, বিশেষণ আৰু সৰ্বনাম অধ্যায়ত এই বিষয়ে বহলাই আলোচনা কৰা হৈছে।)

**২.২.২ গঠন অনুযায়ী শব্দৰ প্ৰকাৰভেদ ঃ** গঠনৰ ভিত্তিত অসমীয়া ভাষাৰ শব্দসমূহক মুখ্যতঃ দুটা ভাগত ভগাব পাৰি ঃ

১. মৌলিক বা স্বয়ংসিদ্ধ শব্দ (Simple words or root words)

২. সাধিত বা যৌগিক শব্দ (derive or compound words)

স্বাধীনভাৱে অৰ্থ প্ৰকাশ কৰা যিবোৰ শব্দক অৰ্থপূৰ্ণভাৱে খণ্ডিত কৰিব নোৱাৰি, যিবোৰ শব্দৰ প্ৰকাশিত অৰ্থই চৰম, সেইবোৰেই মৌলিক শব্দ। যেনে—হাত, ভৰি, গছ, বন, চৰাই, মানুহ আদি। এই শব্দবোৰ উচ্চাৰণ কৰাৰ লগে লগেই সিহঁতৰ অৰ্থ স্পষ্ট হৈ পৰে। এই শব্দবোৰক হা-ত, ভ-ৰি, মা-নুহ এনেদৰে খণ্ডিত কৰিব নোৱাৰি। ইংৰাজীত এনেবোৰ শব্দক simple stem বোলা হৈছে।[৩] এনেবোৰ মৌলিক শব্দৰ গঠনত আন কোনো মৌলিক শব্দ বা সৰ্গৰ ভূমিকা নাই। ইবোৰ স্বয়ংসিদ্ধ আৰু মুক্ত (free) শব্দ।

অসমীয়া ভাষাত সংস্কৃত, আৰবী-পাৰ্চী, ইংৰাজী আদি ভাষাৰ পৰা অহা এনে অনেক শব্দ আছে, যিবোৰ শব্দ সেইবোৰ ভাষাত মৌলিক নহয়। যেনে—অন্ন, চৰণ, চন্দ্ৰ, বাজেয়াপ্ত আদি। কিন্তু অসমীয়া ভাষাত এই শব্দবোৰক মৌলিক শব্দ বুলিব পাৰি। কিয়নো সংস্কৃতত 'ভজ্' ধাতুত -তি (ক্তিন্) প্ৰত্যয় যোগ হৈ সাধিত শব্দ ভক্তি হৈছে। কিন্তু অসমীয়ালৈ আহোঁতে ই মৌলিক শব্দ হিচাপেহে আহিছে, যদিও অসমীয়া ব্যাকৰণত সংস্কৃত কৃৎ প্ৰত্যয়ৰ আলোচনাত উল্লিখিত ধৰণেই 'ভক্তি' শব্দটো ব্যাখ্যা কৰা হয়। এই ধৰণৰ সংস্কৃত তৎসম শব্দবোৰক অসমীয়াত মৌলিক শব্দ হিচাপে ধৰিব লাগে। সেইদৰে ফাৰ্চী 'বাজেয়াপ্ত' শব্দ 'বাজ' (অৰ্থাৎ পুনঃ বা প্ৰতি) আৰু 'য়াকৎ' (আপ্ত, প্ৰাপ্ত, গত) এই দুই ৰূপৰ সংযোগত সাধিত। কিন্তু অসমীয়াত ইয়াক এইদৰে ভাঙিব নোৱাৰি কাৰণেই এই ধৰণৰ বিদেশী শব্দবোৰো অসমীয়া ভাষাত মৌলিক শব্দ।

**২.২.২.১ মূল শব্দ আৰু ইয়াৰ প্ৰকাৰ-ভেদ ঃ**

স্বয়ংসিদ্ধ মৌলিক শব্দবোৰেই অসমীয়া ভাষাত মূল শব্দ বা শব্দমূল (root

৩। C.F. Hocket : A Courise in Modern Linguistis, p. 24



word), যাক সংস্কৃত ব্যাকৰণৰ আৰ্হিত প্ৰকৃতি বোলা হয়। যেনে—ঘৰ, কৰ্, ধাৰ আদি শব্দ। অৰ্থবহ ৰূপত খণ্ডিত কৰিব নোৱাৰা এই প্ৰতিটোৱেই একোটা মৌলিক শব্দ আৰু একে সময়তে সেইকেইটা মূল শব্দ বা প্ৰকৃতি। মূল শব্দবোৰ শব্দ একোটাৰ কেন্দ্ৰীয় ৰূপ, যাক কেন্দ্ৰ কৰি বা আশ্ৰয় কৰি তাৰ আগত বা পাছত নানান ৰূপ সংযোগ কৰি ভিন্ন অৰ্থবাচক নতুন নতুন শব্দ সৃষ্টি কৰিব পাৰি। আৰু শব্দবোৰৰ ৰূপগত পৰিবৰ্তনো সাধিব পাৰি। উদাহৰণস্বৰূপে, 'ঘৰ' মূল শব্দটোৰ আগত 'অ' উপসৰ্গ আৰু পাছত 'ঈ' তদ্ধিত প্ৰত্যয় যোগ কৰিলে নতুন অৰ্থবাচক 'অঘৰী' শব্দটো পোৱা যাব। আকৌ এই 'ঘৰ' শব্দতে '-উৱা' প্ৰত্যয় যোগ কৰিলে নতুন অৰ্থবাচক 'ঘৰুৱা' শব্দটো পাম। 'অঘৰী' আৰু 'ঘৰুৱা' এই দুয়োটা শব্দৰে মূল ৰূপ বা প্ৰকৃতি হৈছে 'ঘৰ'। সেইদৰে 'কৰ্' ধাতুৰ আগত 'ন' উপসৰ্গ যোগ দিলে 'নকৰ' অনুজ্ঞা ভাবৰ এই নঞাৰ্থক ক্ৰিয়াপদ আৰু পাছত '-ইলে' (ইল্ + এ) প্ৰত্যয়-বিভক্তি যোগ দিলে অতীতকালবাচক তৃতীয় পুৰুষৰ 'কৰিলে' ক্ৰিয়াপদ পাম। সেই একেটা 'কৰ্' মূল শব্দৰ আগত 'ন' আৰু পাছত '-ইলে' যোগ কৰিলে অতীতকালবাচক 'নকৰিলে' এই নঞাৰ্থক ক্ৰিয়া শব্দ পোৱা যাব। 'নকৰ', 'কৰিলে' আৰু 'নকৰিলে' এই তিনিওটা ক্ৰিয়া শব্দৰ মূল বা প্ৰকৃতি হ'ল 'কৰ্' ধাতু আৰু এই 'কৰ্' ধাতুৱেই তিনিওটা ক্ৰিয়া শব্দৰ কেন্দ্ৰীয় ৰূপ।

মূল শব্দবোৰৰ প্ৰকৃতি (nature) আৰু প্ৰয়োগ বৈচিত্ৰ্যলৈ লক্ষ্য কৰি অসমীয়া ভাষাত এই শব্দবোৰক তিনি ভাগত ভগোৱা হৈছে ঃ

**নামমূলীয় শব্দ বা প্ৰাতিপাদিক** (nominals or substantive root word)

**ধাতুমূলীয় শব্দ বা ধাতু প্ৰকৃতি** (Verbal root word)

**অব্যয়মূলীয় শব্দ** (absolute or indeclinable)

বিভিন্ন কাৰকত ৰূপ কৰিব পৰা মৌলিক শব্দবোৰেই নামমূলীয় শব্দ বা নাম শব্দ। অসমীয়া ব্যাকৰণত এই শব্দবোৰক প্ৰাতিপাদিক বোলা হৈছে। অৰ্থগতভাৱে নামমূলীয় শব্দৰ অন্তৰ্গত শব্দসমূহ হৈছে—বিশেষ্য, বিশেষণ আৰু সৰ্বনাম শব্দ। এই তিনি শ্ৰেণীৰ শব্দৰ সংখ্যাৰ ধাৰণা দিয়া সংখ্যাবাচক শব্দবোৰো এক প্ৰকাৰ নামমূলীয় শব্দই। উচ্চাৰণৰ লগে লগে অৰ্থ স্পষ্ট হোৱা এনে কিছুমান নাম শব্দ হৈছে ঃ ঘৰ, মানুহ, অসম, চৰাই, পানী, মাটি, বায়ু, আকাশ, ভাল, বেয়া, ধুনীয়া, এই, সি তাই, যি, সৌ, তিনি, চাৰি ইত্যাদি। অসমীয়া ভাষাত এই

শব্দবোৰৰ ব্যৱহাৰ এনে ধৰণৰ ঃ

এই মানুহ তিনিজনৰ ঘৰৰ অৱস্থা বৰ ভাল নহয়।

অসমৰ মাটি, পানী, বায়ু খাই ডাঙৰ হৈছোঁ।

উল্লিখিত বাক্য দুটাৰ **নহয়, খাই** আৰু **হৈছোঁ** ক্ৰিয়াৰ বাহিৰে প্ৰতিটো শব্দই নাম শব্দ। ইয়াৰ ভিতৰত **তিনিজনৰ, ঘৰৰ** আৰু **অসমৰ** শব্দ তিনিটা প্ৰত্যয় বিভক্তিযুক্ত আৰু বাকীবোৰ মৌলিক নামমূলীয় শব্দ।

তিনিটা পুৰুষ, বিভিন্ন কাল আৰু ভাৱত (mood) ৰূপ কৰিব পৰা মৌলিক শব্দবোৰেই ধাতুমূলীয় শব্দ। এই ধাতুমূলীয় শব্দৰ পৰাই অসমাপিকা ক্ৰিয়া আৰু কৃদন্ত শব্দ গঠন কৰিব পাৰি। অসমীয়াত থকা ধাতুমূলীয় শব্দ কিছুমান হৈছে ঃ কৰ্, খা, ছিং, ধো, পঢ়্, পাৰ্, মাৰ্, ফাল্, যা, ৰ, শো, হ আদি। অসমীয়া ভাষাত এই ধাতু শব্দবোৰৰ ব্যৱহাৰ এনে ধৰণৰ ঃ

মই ৰামায়ণ-মহাভাৰত **পঢ়িছোঁ**।

মই ভাত খাই বিচনাত **পৰি** কিতাপ **পঢ়ি থাকোঁতেই** টোপনি **গ'লোঁ**।

উল্লিখিত বাক্য দুটাৰ বৰ হাতৰ শব্দ ছটা বিভিন্ন ক্ৰিয়াপদ বা ক্ৰিয়া শব্দ আৰু সেই প্ৰত্যেকটো ক্ৰিয়া শব্দৰ মূল ক্ৰমে পঢ়্, খা, পৰ্, পঢ়্, থাক্ আৰু যা (গ-) ধাতুমূলীয় শব্দ। ধাতুমূলীয় শব্দবোৰ মৌলিক। ইহঁতক অৰ্থপূৰ্ণভাৱে খণ্ডিত কৰিব নোৱাৰি। এই ধাতুমূলীয় শব্দক কেন্দ্ৰ কৰিয়েই বিচিত্ৰ ৰূপৰ ক্ৰিয়া (যেনে—পঢ়োঁ, খাইছোঁ, পৰিলোঁ, থাকিম, নাযাওঁ আদি) গঠন কৰিব পাৰি।

আনহাতে কোনো অৱস্থাতে প্ৰত্যয় বিভক্তি যোগ নোহোৱা শব্দবোৰেই অব্যয়মূলীয় মূল শব্দ। অৰ্থপূৰ্ণভাৱে খণ্ডিত কৰিব নোৱাৰা অব্যয়বোৰ মৌলিক শব্দ। ইয়াৰ আগত আৰু পাছত কোনো প্ৰত্যয়-বিভক্তি যোগ নহয় যদিও কেতিয়াবা বিশেষ বিশেষ অৰ্থত-ও, নো, -তো, -হে আদি ৰূপ যোগ হোৱা দেখা যায়। অসমীয়াত ব্যৱহৃত অব্যয়মূলীয় শব্দ কিছুমান হৈছে ঃ আৰু, অথচ, তেন্তে, এতেকে, বা, নাইবা, কিন্তু, তথাপি, নহ'লে, যদি, কিজানি, ছিঃ, আও, ওঁ, এৰা, ওহোঁ ইত্যাদি। অসমীয়া ভাষাত এইবোৰৰ ব্যৱহাৰ এনে ধৰণৰ ঃ

তুমি **আৰু** ৰুমী সভালৈ অহাৰ কথা আছিল **যদিও** কিবা **কাৰণে** নাহিল।

**যদি** পাৰা আজিয়েই আহিবা, **নহ'লে** কালিলৈ যেনেতেনে আহিবা।

উল্লিখিত বাক্য দুটাৰ বৰ হাতৰ শব্দকেইটা অব্যয়মূলীয় শব্দ, যিবোৰত



শব্দ সাধনমূলক বা বিভক্তিমূলক কোনো প্ৰত্যয় যোগ নহয়।

নামমূলীয়, ধাতুমূলীয় আৰু অব্যয় মূল শব্দ বা প্ৰকৃতিৰ বাহিৰেও অসমীয়া ভাষাত আৰু এনে কিছুমান মূল শব্দ আছে, যিবোৰক নামমূলীয় আৰু ধাতুমূলীয়, এই দুয়ো শ্ৰেণীৰ ভিতৰত ধৰিব পাৰি। এনে ধৰণৰ মূল শব্দকেইটাক নাম শব্দৰূপে দুই-এটা কাৰক অনুযায়ীও ৰূপ কৰিব পাৰি আৰু ধাতু শব্দৰূপে ক্ৰিয়া বিভক্তি লগ লগাই পুৰুষ অনুযায়ীও ৰূপ কৰিব পাৰি। তেনে কেইটামান শব্দ হৈছে ঃ চিন, মাত, মান, মাৰ, সাৰ আদি। নাম শব্দ আৰু ক্ৰিয়া শব্দৰূপে এই শব্দকেইটা বাক্যত এনেদৰে ব্যৱহাৰ কৰিব পাৰি—

কিতাপখনৰ য'তে ত'তে **চিন** নিদিবা (নাম শব্দ)।

মই তোমাক ভালদৰে **চিনিছোঁ** (ক্ৰিয়া শব্দ)।

জ্ঞানীজনে য'তে ত'তে **মান** পায় (নাম শব্দ)।

গুৰুজনৰ কথা **মানিবা** (ক্ৰিয়া শব্দ)।

ছোৱালীজনীৰ **মাতটো** বৰ মিঠা (নাম শব্দ)।

সকলো কথাতে মাত **নামাতিবি** (ক্ৰিয়া শব্দ)।

বেমাৰী ল'ৰাজনৰ ভৰিখনত একেবাৰে **সাৰ** নাই (নাম শব্দ)।

পুলিচৰ হাতৰ পৰা চোৰটো এইবাৰ ভাল **সাৰিল** (ক্ৰিয়া শব্দ)।

**মাৰ** দিয়াত চাদৰখন পিন্ধিবলৈ ভাল হৈছে (নাম শব্দ)।

ডাইনী সন্দেহত মানুহজনীক ৰাইজে একে মাৰে **মাৰিলে** (ক্ৰিয়া শব্দ)।

ড° গোলোকচন্দ্ৰ গোস্বামীদেৱে এনেবোৰ মূল শব্দ বা প্ৰকৃতিক নাম ধাতু প্ৰকৃতি (nominal verbal root) বুলি কৈছে (অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, পৃ. ৮৪)। অসমীয়া ব্যাকৰণত মূল শব্দ বা প্ৰকৃতিৰ এনে বিভাজন ড° গোস্বামীদেৱেই প্ৰথম দেখুৱায়। নামধাতু প্ৰকৃতি নামটোৱে প্ৰচলিত ব্যাকৰণবোৰত থকা নাম ধাতুৰ (denominatives) লগত খেলিমেলি লগোৱাৰ সম্ভাৱনা থাকে। সেয়েহে এনেবোৰ উমৈহতীয়া শব্দমূলক নাম মূল বা ধাতু মূল, যিকোনো এবিধৰ ভিতৰত ধৰি লৈ শব্দ সাধনৰ নিহিত পদ্ধতি অনুসৰি নাম শব্দ বা ক্ৰিয়া শব্দলৈ ৰূপান্তৰ কৰিব পাৰি। এনে প্ৰকৃতিৰ বিভাজন বৰ সহজ নহয় বাবেই কোনো কোনো ভাষাবিজ্ঞানীয়ে প্ৰকৃতিৰ অৰ্থাৎ মূল শব্দৰ আলোচনাৰ আৰম্ভণিতেই ইহঁতক

বেলেগ কৰি দেখুৱায়।[৪] মন কৰিবলগীয়া যে অসমীয়া ভাষাত এনে উমৈহতীয়া শব্দ মূল বা মূল শব্দৰ সংখ্যা তেনেই সীমিত।

**২.২.২.২ সাধিত শব্দ আৰু ইয়াৰ শ্ৰেণীবিভাগ ঃ**

সাধিত শব্দবোৰ মৌলিক শব্দৰ আধাৰত গঠন কৰি লোৱা এক প্ৰকাৰ যৌগিক শব্দ। মৌলিক শব্দত বিভিন্ন সৰ্গ বা প্ৰত্যয় যোগ কৰি অথবা এটা মৌলিক শব্দত আন এটা মৌলিক বা সাধিত শব্দ সংযোগ কৰি যিবোৰ নতুন নতুন অৰ্থবাচক শব্দ গঠন কৰা হয়, সেইবোৰেই সাধিত বা যৌগিক শব্দ। সাধিত শব্দবোৰ অৰ্থপূৰ্ণভাৱে খণ্ড খণ্ড কৰিব পাৰি। মন কৰিবলগীয়া যে প্ৰত্যয় যোগত সৃষ্ট সাধিত শব্দবোৰ নাম শব্দ বা ধাতু শব্দ, যিকোনো প্ৰকাৰৰ হ'ব পাৰে। উদাহৰণ স্বৰূপে, চতুৰালি, খাৱৰীয়া, তলসৰা আদি শব্দ ক্ৰমে চতুৰ + আলি, খা + অৰীয়া, তলত + সৰা—এনেদৰে খণ্ডিত কৰি দেখুৱাব পাৰি। ইয়াৰে 'চতুৰ' নামমূলীয় শব্দত 'আলি' প্ৰত্যয় যোগ হৈ নতুন অৰ্থবাচক 'চতুৰালি' নাম শব্দ আৰু 'খা' ধাতুমূলীয় শব্দত 'অৰীয়া' প্ৰত্যয় যোগ হৈ নতুন ধাতুমূলীয় কৃদন্ত শব্দ গঠিত হৈছে। আনহাতে সমাসসিদ্ধ সাধিত 'তলসৰা' শব্দটো মৌলিক 'তল' আৰু সাধিত **সৰা** শব্দৰ সংযোগত সৃষ্টি হৈছে। কেতিয়াবা সংযোগ হোৱা শব্দ দুটাৰ এটা শব্দও মৌলিক নহ'ব পাৰে। যেনে—আজল-মঠালি, কেৰমতালি, লেংপঙীয়া আদি। এই শব্দ তিনিটাৰ কোনোটো অংশই মৌলিক নহয়। এইদৰে বিভিন্ন প্ৰকাৰে সাধিত বা যৌগিক শব্দ গঠন হ'ব পাৰে। গঠনৰ প্ৰকৃতিৰ ওপৰত ভিত্তি কৰি সাধিত বা যৌগিক শব্দক মুখ্যতঃ দুটা ভাগত ভগাব পাৰি—

১। সৰ্গ বা প্ৰত্যয়নিষ্পন্ন সাধিত শব্দ (derived words)

২। সংযুক্ত বা সমস্ত শব্দ (Compounded words)

প্ৰত্যয় নিষ্পন্ন সাধিত শব্দবোৰ কৃৎ, তদ্ধিত আৰু উপসৰ্গৰ যোগত সাধিত হয়। অসমীয়া ভাষাত এনে প্ৰত্যয়ৰ দ্বাৰা গঠিত শব্দ কিছুমান হৈছে*—

কৃৎ প্ৰত্যয়ৰ দ্বাৰা সাধিত শব্দ ঃ

**খাৱন** (খা + অন), শোৱন (শো + অন), যাওঁতে (যা + ওঁতে), কৰোঁতা (কৰ্ + ওঁতা), দেখনিয়াৰ (দেখ + অনিয়াৰ) আদি।

**তদ্ধিত প্ৰত্যয়ৰ দ্বাৰা সাধিত শব্দ ঃ**

ধাননি (ধান + অনি), জোনালী (জোন + আলী)

ধৰুৱা (ধাৰ + উৱা), মিছলীয়া (মিছা + অলীয়া) আদি।

**উপসৰ্গৰ যোগত সাধিত শব্দ ঃ**

আওমৰণ (আও + মৰণ), 'অকাজী (অ-কাজী)

বদ্‌হজম (বদ্ + হজম), বেদখল (বে + দখল) আদি।

সংযুক্ত বা সমস্ত শব্দবোৰ বিভিন্ন ধৰণে গঠন হ'ব পাৰে ঃ ভিন্ন অৰ্থ বিশিষ্ট দুটা মৌলিক শব্দৰ সংযোগত, এটা বদ্ধ ৰূপৰ লগত আন এটা প্ৰত্যয় নিষ্পন্ন সাধিত শব্দৰ যোগত অথবা দুটা সাধিত শব্দৰ যোগত সংযুক্ত শব্দবোৰ গঠন কৰা হয়। ইংৰাজীত দুটা মূল শব্দ লগ লাগি হোৱা কিছুমান শব্দক stem compound বা root compound-ৰ ভিতৰত ধৰা হয়। যেনে—agricola (কৃষক) শব্দটো ager (পথাৰ) আৰু col (colere—কৰ্ষণ কৰা), এই দুটা মূল শব্দৰ যোগত সাধিত হৈছে। সেইদৰে telegraph, telephone আদি শব্দ root compound-ৰ ভিতৰত পৰে। (A course in Modern Linguistcs, p. 240-41)। অসমীয়া ভাষাত সমাসৰ দ্বাৰা গঠিত সংযুক্ত শব্দক এই শ্ৰেণীৰ শব্দৰ ভিতৰত ধৰিব পাৰি।[৫] সংযুক্ত যৌগিক শব্দ গঠনৰ কিছুমান প্ৰক্ৰিয়া এনে ধৰণৰ—

**(ক) দুটা বা ততোধিক মৌলিক শব্দৰ যোগত সৃষ্ট সংযুক্ত শব্দ ঃ** দুটা শব্দৰ যোগত গঠিত ঃ গা-গধুৰ, গা-তোল, চকু-গজ, ছাত্ৰ-ছাত্ৰী, জীৱ-জন্তু, দুই-চাৰি, দিন-ৰাতি, বুকু-ডাঠ, সাত-বিহু, হাতঘড়ী, হাত-লৰ, হাত-দীঘল, হাত-টান, ডেকা-চাং, তিতা-লাউ, ন-কন্যা, ৰাজ-বাট, লগ-ভাত, হাঁহি-মুখ, বাট-ঘাট, মাত-কথা আদি।

**দুটাতকৈ অধিক মৌলিক শব্দৰ যোগত সাধিত সংযুক্ত শব্দ ঃ** অসম-সাহিত্য-সভা-পত্ৰিকা, ল'ৰা-বুঢ়া-মতা-মাইকী, ৰূপ-গঠন-পদ্ধতি, টকা-পেঁপা-ঢোল-গগনা, চিফুং-বৰকাঁহ-নাগেৰা আদি।

**(খ) এটা বদ্ধ ৰূপৰ লগত আন এটা প্ৰত্যয় নিষ্পন্ন সাধিত শব্দৰ যোগত গঠিত সংযুক্ত শব্দ ঃ**

৪। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, পৃ. ৮৪

* সৰ্গ বা প্ৰত্যয় অধ্যায় চাওক।

৫। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ১৩৮-১৪৭

আজল-মঠালি, কেৰ-মতালি, কোৰা-মুঠীয়া, যাউতি-যুগীয়া, লেং-পেঙীয়া, সাতাম পুৰুষীয়া, মই-মতালি ইত্যাদি।

(গ) এটা বদ্ধ ৰূপৰ লগত আন এটা মৌলিক শব্দৰ যোগত গঠিত সংযুক্ত শব্দ ঃ চিত্-পখিলা।

(ঘ) দুটা প্রত্যয় নিষ্পন্ন সাধিত শব্দৰ যোগত গঠিত সংযুক্ত শব্দ ঃ এৰা-ধৰা, অহা-যোৱা, দিয়া-থোৱা, ধৰা-বন্ধা, মৰো-জীউ, ভমকা-ফুলীয়া, লপা-থপা, বোৱা-কটা, লিখা-পঢ়া, মুখা-মুখী, হতা-হতি, কটা-কটি, মৰা-মৰি, লগা-ভগা, বগৰা-বগৰি আদি।

(ঙ) এটা প্রত্যয় নিষ্পন্ন সাধিত শব্দৰ লগত আন এটা মৌলিক শব্দৰ যোগত গঠিত সংযুক্ত শব্দ ঃ গজপুৰীয়া-ভেম, গুলিয়া-গুলি, চুলিয়া-চুলি, নপতা-ফুকন, নেজাল-তৰা, সঠা-মিতিৰ আদি।

(চ) এটা মৌলিক শব্দৰ লগত আন এটা প্রত্যয় নিষ্পন্ন সাধিত শব্দৰ যোগত সৃষ্ট সংযুক্ত শব্দ ঃ

কাণ-কটা, ঘৰ-গোনা, ঘৰ-ধৰা, তল-সৰা, পেট-মোছা, হাত-বাগৰা আদি।

(ছ) -এ বিভক্তিযুক্ত শব্দৰ লগত প্রত্যয় নিষ্পন্ন সাধিত শব্দৰ যোগত সৃষ্ট সংযুক্ত শব্দ ঃ

গাৰে-খটা, ভাতে-মৰা, হাতে-কটা, হাতে-বোৱা, ঘুনে-ধৰা, কাণে-শুনা, জুয়ে-পোৰা আদি।

(জ) একাধিক মৌলিক শব্দত এ বিভক্তি যোগ দি গঠন কৰা সাধিত শব্দ ঃ ঘৰে-পৰে, ছলে-বলে-কৌশলে, বাহিৰে-ভিতৰে, ৰ'দে-বৰষুণে, জাৰে-জহে আদি।

(ঝ) এটা অসমীয়া বা বিদেশী শব্দৰ লগত আন এটা বিদেশী বা অসমীয়া শব্দৰ যোগত সৃষ্ট সাধিত শব্দ ঃ

| | |
|---|---|
| ফিল্মোৎসৱ | (ইং ফিল্ম + উৎসৱ) |
| ভোটাধিকাৰ | (ইং ভোট + অধিকাৰ) |
| হেড্ পণ্ডিত | (ইং হেড + পণ্ডিত) |
| হাট-বজাৰ | (হাট + বজাৰ) |

(ঞ) বিদেশী শব্দত অসমীয়া তদ্ধিত প্রত্যয় বা অসমীয়া শব্দত বিদেশী প্রত্যয় যোগ দিও সংযুক্ত শব্দ গঠন কৰিব পাৰি। যেনে—



ডাক্তৰনী (ডাক্তৰ + অনী)
মাষ্টৰনী (মাষ্টৰ + অনী)
ফুলদানী (ফুল + দানী)
পানীৱালা (পানী + ৱালা) ইত্যাদি

(ঝ) আৰু (ঞ) শিতানৰ এনেবোৰ সংযুক্ত বা যৌগিক শব্দক মিশ্র শব্দও বোলা হয়।

উল্লিখিত ধৰণৰ প্রত্যয় নিষ্পন্ন আৰু সংযুক্ত সাধিত শব্দৰ বাহিৰেও আৰু বিচিত্র ৰূপৰ ভালেমান যৌগিক শব্দ অসমীয়া ভাষাত আছে। অনুকাৰ আৰু অনুৰূপ শব্দবোৰ এনে এক প্রকাৰ যৌগিক শব্দ। এই শব্দবোৰো দুটা ৰূপৰ সংযোগত সৃষ্টি হয়। তদুপৰি সদায় যোৰ পাতি ব্যৱহাৰ হয় কাৰণে এই শব্দবোৰক যুৰীয়া শব্দ বুলিও কোৱা হয়। গাঠনিক দিশৰ পৰা ওপৰত আলোচিত সংযুক্ত শব্দ আৰু অনুকাৰ-অনুৰূপ শব্দৰ মাজত পাৰ্থক্য নাই যদিও অৰ্থগত দিশৰ পৰা এই দুয়ো শ্রেণীৰ শব্দৰ মাজত এটা মৌলিক পাৰ্থক্য আছে। সেইটো হৈছে, উল্লিখিত সংযুক্ত শব্দবোৰৰ দুয়োটা অংশই সাধাৰণতে ভিন্ন অৰ্থ বিশিষ্ট, যদিও দুয়োটাৰ সংযোগত এটা নতুন অৰ্থ প্রকাশ পায়। কিন্তু অনুকাৰ শব্দবোৰৰ কোনো এটা অংশৰে অকলে অৰ্থ প্রকাশ কৰিব পৰা ক্ষমতা নাই। আনহাতে অনুৰূপ শব্দবোৰৰ এটা অংশ অৰ্থবহ। সিয়েই মূল শব্দ। পুনৰুক্ত বা অভ্যস্ত হোৱা দ্বিতীয় বা প্রথম অংশৰহে কোনো নিজস্ব অৰ্থ নাই। অৰ্থবহ মূল শব্দৰ শক্তি বৃদ্ধি কৰিবলৈ সাধাৰণতে মূল শব্দটোৰ সামান্য ধ্বনিগত পৰিবৰ্তন ঘটাই সেই শব্দটোকে পুনৰুক্তি (repeat) কৰা হয়। সেয়েহে এনেবোৰ অনুকাৰ-অনুৰূপ শব্দক পুনৰুক্তি বা অভ্যাস বুলিও কোৱা হয়। ভাৰতীয় আৰ্য ভাষাবোৰৰ ভিতৰত যথাসম্ভৱ অসমীয়া ভাষাতেই বৰ বেছিকৈ অভ্যাস পোৱা যায়।[৬]

**অনুকাৰ শব্দ ঃ ইয়াৰ প্রকাৰভেদ আৰু ব্যৱহাৰ ঃ** অনুকাৰ যৌগিক শব্দবোৰ সাধাৰণতে কোনো ধ্বনিৰ অনুকৰণত সৃষ্টি হয়। যেনে—কাউৰীয়ে কা কা কৰে, মেকুৰীয়া মিউ মিউ কৰে, বতাহত গছজোপা গিৰিস বা হৰসকৈ ভাগি পৰিল আদি। কিন্তু এই শ্রেণীৰ অন্তৰ্গত কিছুমান শব্দ কোনো ধ্বনিৰ অনুকৰণত নহৈ কোনো বস্তু, কাৰ্য বা ৰঙৰ বিৱৰণ, নিস্তব্ধতা, গাঢ়তা আদি বিবিধ অৰ্থ প্রকাশক

৬। অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, পৃ. ১৫৩

ৰূপেও ব্যৱহৃত হয়।[৭] যেনে—

আমটো টিক্‌টিককৈ ৰঙা।
চুলিকোছা কিচ্‌কিচ্‌কৈ ক'লা।
ঘিটমিটীয়া আন্ধাৰত একো নমনি। ইত্যাদি।

গঠনৰ পিনৰ পৰা একে হ'লেও অৰ্থৰ পিনৰ পৰা সেয়েহে অনুকাৰ শব্দবোৰক দুভাগত ভগাব পাৰি ঃ

(ক) ধ্বন্যাত্মক অনুকাৰ শব্দ
(খ) অধ্বন্যাত্মক অনুকাৰ শব্দ।

ধ্বন্যাত্মক শব্দবোৰৰ কিছুমান একক বা এটা শব্দৰেও গঠন হ'ব পাৰে। যেনে—হৰস, গিৰিস্‌, থেপেচ্‌, ঘটং, হিৰিস্‌, সাৰোপ্‌ আদি। কিন্তু বাক্যত ব্যৱহাৰ কৰোঁতে এই শব্দবোৰৰ পাছত সাধাৰণতে—**কৈ**, **কৰে** আৰু কেতিয়াবা— **আই** প্ৰত্যয় যোগ দি এই শব্দবোৰ ক্ৰিয়া বিশেষণৰূপে ব্যৱহাৰ কৰা হয়। যেনে—

দোপালপিতা বৰষুণত পাহাৰৰ মাটিখিনি **হৰস্‌কৈ** খহি পৰিল।
ল'ৰাটো চোতালৰ বোকাতে **থেপেচ্‌কৈ** পৰিল।
বাল্টিটোত **ঘটংকৈ** শব্দ হ'ল। ইত্যাদি।

আনহাতে অধ্বন্যাত্মক শব্দবোৰ সদায় দ্বিত্ব ৰূপতহে পোৱা যায়। ধ্বন্যাত্মক বা অধ্বন্যাত্মক, দুয়ো শ্ৰেণীৰ অনুকাৰ শব্দতে পুনৰুক্ত বা অভ্যস্ত (repeated) ৰূপবোৰৰ কোনো এটা অংশৰে নিজস্ব অৰ্থ নাথাকে। যেনে—কচ্‌ কচ্‌, হৰ্‌ হৰ্‌, ধৰ্‌ ধৰ্‌, ৰম্‌ ৰম্‌ আদি শব্দৰ ক্ৰমে কচ্‌, হৰ্‌, ৰম্‌ আদি অংশবোৰৰ কোনো অৰ্থ নাই; আৰু "এনে একাকী ৰূপত ইহঁতৰ প্ৰয়োগো হ'ব নোৱাৰে। কিন্তু অভ্যাস হোৱাৰ পাছত অভ্যস্ত বা পুনৰুক্ত ৰূপবোৰ অৰ্থবহ একোটা শব্দ হৈ পৰে আৰু তেতিয়াহে ইহঁত ভাষাত ব্যৱহাৰ হ'ব পাৰে।"

ধন্যাত্মক আৰু অধ্বন্যাত্মক শব্দবোৰত বিভিন্ন শব্দ গঠনাত্মক প্ৰত্যয় বিশেষকৈ কৃৎ আৰু তদ্ধিত প্ৰত্যয় যোগ দি সেইবোৰক বিভিন্ন শ্ৰেণীৰ শব্দলৈ ৰূপান্তৰ কৰিব পাৰি। সাধাৰণতে ধ্বন্যাত্মক শব্দৰ পাছত ক্ৰমে -অনি যোগ দি বিশেষ্য, **-কৈ** আৰু **-আই** যোগ দি ক্ৰিয়াবিশেষণ আৰু -আ যোগ দি ধাতু শব্দ গঠন কৰিব পাৰি। আনহাতে অধ্বন্যাত্মক অনুকাৰ শব্দৰ পাছতো বিশেষ্য শব্দ

৭। অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ.১৩৬



গঠন কৰিবলৈ -অনি, ক্ৰিয়াবিশেষণ গঠন কৰিবলৈ **-কৈ** আৰু **-আই** আৰু বিশেষণীয় বিশেষণ গঠন কৰিবলৈ -ঈয়া যোগ দিয়া হয়। সেইফালৰ পৰা এনে প্ৰত্যয়ান্ত ধ্বন্যাত্মক আৰু অধ্বন্যাত্মক অনুকাৰ শব্দবোৰ কৃৎ আৰু তদ্ধিত প্ৰত্যয়ান্ত সাধিত শব্দৰ দৰে।

পুনৰুক্ত বা অভ্যাস (reduplication) হোৱাৰ প্ৰকৃতিৰ ওপৰত ভিত্তি কৰি ধ্বন্যাত্মক আৰু অধ্বন্যাত্মক অনুকাৰ যৌগিক শব্দবোৰক দুটা ভাগত ভগাব পাৰি ঃ

(ক) পূৰ্ণ অভ্যাস হোৱা ধ্বন্যাত্মক আৰু অধ্বন্যাত্মক শব্দ
(খ) আংশিক অভ্যাস হোৱা ধ্বন্যাত্মক আৰু অধ্বন্যাত্মক শব্দ[৮]

**পূৰ্ণ অভ্যাস হোৱা ধ্বন্যাত্মক শব্দ ঃ** এই শব্দবোৰ বিশেষ্য, ক্ৰিয়া বিশেষণ আৰু ধাতুৰূপে প্ৰয়োগ হ'ব পাৰে। এইবোৰৰ গঠন আৰু প্ৰয়োগ এনে ধৰণৰ—

| ধ্বন্যাত্মক শব্দ | বিশেষ্য | ক্ৰিয়াবিশেষণ | ধাতু |
|---|---|---|---|
| কলপ্‌কলপ্‌ | —— | কলপ্‌কলপ্‌কৈ | —— |
| কুল্‌কুল্‌ | কুল্‌কুলনি | কুল্‌কুল্‌কৈ | কুলকুলা |
| কেংকেং | কেংকেঙনি | কেংকেংকৈ | কেংকেঙা |
| কেচেক্‌কেচেক্‌ | — | কেচেককেচেক্‌কৈ | — |
| কেলেপ্‌কেলেপ্‌ | — | কেলেপ্‌কেলেপ্‌কৈ | — |
| খচ্‌খচ্‌ | খচ্‌খচনি | খচ্‌খচকৈ/খচ্‌খচাই | খচ্‌খচা |
| খট্‌খট্‌ | খট্‌খটনি | খট্‌খটকৈ/খট্‌খটাই | খট্‌খটা |
| গিজ্‌গিজ্‌ | গিজ্‌গিজনি | গিজ্‌গিজাই | গিজ্‌গিজা |
| গুণ্‌গুণ্‌ | গুণ্‌গুণনি | গুণ্‌গুণকৈ/গুণ্‌গুনাই | গুণ্‌গুণা |
| চৌচৌ | চৌচৌৱনি | চৌ চৌ কৰে/চৌ চোৱাই | চৌ চৌৱা |
| ঘৰ্‌ঘৰ্‌ | ঘৰ্‌ঘৰণি | ঘৰ্‌ঘৰকৈ/ঘৰ্‌ঘৰাই | ঘৰ্‌ঘৰা |
| জৰ্‌জৰ্‌ | জৰ্‌জৰণি | জৰ্‌জৰ্‌কৈ/জৰ্‌জৰাই | জৰ্‌জৰা |
| টংটং | টংটঙনি | টংটংকৈ/টংটঙাই | টংটঙা |
| ধপ্‌ধপ্‌ | ধপ্‌ধপনি | ধপ্‌ধপাই/ধপ্‌ধপ্‌কৈ | ধপ্‌ধপা |
| ফুচ্‌ফুচ্‌ | ফুচ্‌ফুচনি | ফুচ্‌ফুচকৈ/ফুচ্‌ফুচাই | ফুচ্‌ফচা |

৮। অসমীয়া ব্যাকৰণ প্ৰবেশ, পৃ. ১৬৬

| | | | |
|---|---|---|---|
| মচ্মচ্ | মচ্মচনি | মচ্মচ্কৈ/মচ্মচাই | মচ্মচা |
| হৰ্হৰ্ | হৰ্হৰণি | হৰ্হৰকৈ/হৰ্হৰাই | হৰ্হৰা ইত্যাদি। |

**পূৰ্ণ অভ্যাস হোৱা অধ্বন্যাত্মক শব্দ ঃ** এই শব্দবোৰৰো বিশেষ্য, ক্ৰিয়া বিশেষণ আৰু বিশেষণীয় বিশেষণৰূপে প্ৰয়োগ হয়। বিশেষ্যৰূপে প্ৰয়োগ তুলনামূলকভাৱে কম। এই শব্দবোৰৰ অৰ্থ ঘাইকৈ পঞ্চ-ইন্দ্ৰিয়ানুভূতিৰ ওপৰত নিৰ্ভৰশীল। শব্দবোৰৰ গঠন আৰু প্ৰয়োগ এনে ধৰণৰ ঃ

| অধ্বন্যাত্মক শব্দ | বিশেষ্য | ক্ৰিয়া বিশেষণ | বিশেষণীয় বিশেষণ |
|---|---|---|---|
| কিচ্কিচ্ | — | কিচ্কিচ্কৈ | কিচ্কিচীয়া (ক'লা) |
| জিৰ্জিৰ্ | — | — | জিৰ্জিৰীয়া (টান) |
| চেক্চেক | চেক্চেকনি | চেক্চেকাই | — |
| ধক্ধক্ | — | ধক্ধক্কৈ | ধক্ধকীয়া (বগা) |
| ভক্ভক্ | ভক্ভকনি | ভক্ভকাই | — |
| টিক্টিক্ | — | টিক্টিক্কৈ | টিক্টিকীয়া (ৰঙা) |
| মল্মল | মল্মলনি | মল্মলকৈ/ | মল্মলীয়া (গোন্ধ) |
| ৰম্ৰম্ | ৰম্ৰমনি | ৰম্ৰমাই | — |
| লিক্লিক্ (চেকনি) | লিক্লিকনি | লিক্লিককৈ/লিক্লিকাই | লিক্লিকীয়া |
| ফিৰ্ফিৰ্ | — | ফিৰফিৰকৈ | ফিৰ্ফিৰীয়া (বতাহ) |
| সেৰ্সেৰ্ | — | সেৰ্সেৰ্কৈ | সেৰ্সেৰীয়া (চাহ) |
| বিজ্বিজ্ | বিজ্বিজনি | বিজবিজাই | — |
| গম্গম্ | — | গম্গম্কৈ | গম্গমীয়া (আন্ধাৰ) |
| চেংচেং | চেঙ্চেঙনি | চেংচেঙাই | চেংচেঙীয়া (ৰ'দ) |

ইত্যাদি।

দুই-এটা অধ্বন্যাত্মক অনুকাৰ শব্দ প্ৰত্যয়ান্ত হৈহে ব্যৱহৃত হয়। যেনে— বেজবেজাই (ক্ৰিয়া বিশেষণ), বেজবেজীয়া (বিশেষণীয় বিশেষণ)। সাধাৰণতে খাদ্যত নিমখ চোকা হ'লে জিভাত এই অনুভৱ হয়। কেতিয়াবা টান কথাটো এনে অনুভৱ হয়। যেনে—গা বেজবেজাই যোৱা কথা।

**আংশিক অভ্যাস হোৱা ধ্বন্যাত্মক আৰু অধ্বন্যাত্মক অনুকাৰ শব্দ ঃ** আংশিক অভ্যাস হোৱা এনে শব্দবোৰৰ অধিকাংশই অধ্বন্যাত্মক। এনেবোৰ শব্দত সাধাৰণতে শব্দটোৰ দ্বিতীয় অংশৰ প্ৰথম ব্যঞ্জনটোৰ পৰিবৰ্তন ঘটে। এনে পৰিবৰ্তনো সকলো শব্দত একে নহয়। বিবিধ প্ৰক্ৰিয়াৰে পৰিবৰ্তন হৈ আংশিক অভ্যাস হোৱা ধ্বন্যাত্মক আৰু অধ্বন্যাত্মক অনুকাৰ শব্দৰ গঠন প্ৰক্ৰিয়া হৈছে এনে ধৰণৰ—

(ক) শব্দটোৰ দ্বিতীয় অংশৰ অৰ্থাৎ অভ্যস্ত (repeated) অংশটোৰ প্ৰথম ব্যঞ্জনৰ পৰিবৰ্তন হয়। মন কৰিবলগীয়া যে পৰিবৰ্তন হোৱা ব্যঞ্জনটো সাধাৰণতে প, দ, ব, ভ, ম, জ. ঢ হ'ব পাৰে। কেতিয়াবা অৱশ্যে ইয়াৰ ব্যতিক্ৰমো দেখা যায়। উদাহৰণ,

প— চেলেংপেটেং, জলৌপলৌ, লটংপটং, ধলংপলং, ঢেলেংপেলেং, হেকেৰপেকেৰ আদি।

ফ— ধৰ্ফৰ্, লৰক্ফৰক্, হেৰফেৰ্ আদি।

ভ— টুলুংভুটুং

ম— উখলমাখল, কেওমেও, কেৰ্মেৰ্, কেলেংমেলেং, ঘটংমটং, চিক্মিক্, জক্মক্, ধেহেৰ্মেহেৰ্

ঢ— সোলোক-ঢোলোক

জ— কেৰ্জেৰ্, খপ্জপ্, খপল্জলপ্, ৰমক্জমক্, ৰিম্জিম্ আদি।

(খ) আংশিক অভ্যাস হোৱা কিছুমান অধ্বন্যাত্মক শব্দত প্ৰথম অংশৰ প্ৰথম ব্যঞ্জনত থকা স্বৰটোৰ দ্বিতীয় অংশৰ প্ৰথম ব্যঞ্জনত পৰিবৰ্তন হৈ ব্যৱহৃত হয়। যেনে—

কাট্কুট, খুট্খাট্, খুচ্খাচ্, ধাৰ্ধুৰ, ফুচ্ফাচ্, ফিট্ফাট, মিট্মাট, চিকচাক ইত্যাদি।

(গ) কেতিয়াবা প্ৰথম অংশৰ দুয়োটা অক্ষৰত থকা স্বৰৰ দ্বিতীয় অংশত পৰিবৰ্তন হয়। যেনে—

কুৰুংকাৰাং, খুচুংখাচাং, চুচুক্চামাক্, তিৰিংতাৰাং, ধিমিক্-ধামাক্, থুনুক্-থানাক্, পিৰিক্পাৰাক, মিচিক্মাচাক্, মিজিং মাজাং আদি।

(ঘ) আংশিক অভ্যাস হোৱা কিছুমান অধ্বন্যাত্মক শব্দৰ প্ৰথম অংশটো স্বৰেৰে আৰম্ভ হ'লে দ্বিতীয় অংশৰ প্ৰথম ব্যঞ্জনটো ত বা জ হয়।

যেনে—আবোলতাবোল, আমনজিমন আদি।

(ঙ) আংশিক অভ্যাস হোৱা কিছুমান অধ্বন্যাত্মক শব্দত দ্বিতীয় অংশৰ শেষৰ ধ্বনিটোৰহে পৰিবৰ্তন ঘটে। যেনে—কেলৌকেচৌ, জলৌজপৌ, টিলৌটিপৌ, টুলুংটুপুং, ঠেলেংঠেপেং, ঢলংঢপং আদি।

(চ) আংশিক অভ্যাস হোৱা দুই-এটা অধ্বন্যাত্মক শব্দত দ্বিতীয় অংশটোৰ দুয়োটা ব্যঞ্জনৰে পৰিবৰ্তন ঘটে। যেনে—কলৌজপৌ।

(ছ) কিছুমান অধ্বন্যাত্মক শব্দত আদিত থকা স্বৰ বা ব্যঞ্জনটো লোপ পাই মাত্ৰ পিছৰ অংশ অভ্যাস বা পুনৰুক্ত হয়। যেনে—

আলেখ্‌লেখ্‌, আদৌদৌ, আলৌলৌ, আলৌলৌৱা, উথপ্‌থপ্‌, খদম্‌দম, টিঘিল্‌ঘিল্‌, ৰজন্‌জন আদি।[৯]

(জ) আংশিক অভ্যাস হোৱা দুই-এটা অধ্বন্যাত্মক শব্দৰ দ্বিতীয় অংশটোৰ মাজৰ ব্যঞ্জনৰহে পৰিবৰ্তন ঘটে। যেনে—

দলহ্‌দপহ্‌, অৰ্থাৎ চকুত লগাকৈ, চিকোণ হৈ।

(ঝ) কেতিয়াবা আংশিক অভ্যাস হোৱা অধ্বন্যাত্মক শব্দটোৰ প্ৰথম অংশৰ সম্পূৰ্ণ পৰিবৰ্তন ঘটে। যেনে—দলদোপহেন্দোলদোপ।

**অনুৰূপ শব্দ ঃ** গঠনৰ পিনৰ পৰা এই শ্ৰেণীৰ যৌগিক বা যুৰীয়া শব্দবোৰ অনুকাৰ শব্দৰ দৰেই দুটা অংশৰে গঠিত। ইয়াতো একোটা শব্দৰ অভ্যাস বা পুনৰুক্তি হয় আৰু এই অভ্যস্ত শব্দটোৰ নিজস্ব কোনো অৰ্থ নাথাকে। পাৰ্থক্য হৈছে, ইয়াত যিটো মূল শব্দৰ পুনৰুক্তি হয়, সি অৰ্থবহ। সেয়েহে এনে অনুৰূপ শব্দৰ অভাসক অৰ্থবহ শব্দৰ আংশিক অভ্যাস বোলা হয়। অভ্যাস হ'লে অৰ্থহীন অভ্যস্ত ৰূপটোৱে মূল শব্দৰ শক্তি বৃদ্ধি কৰি 'ব্যাপকতা, আদি, নিচিনা' ইত্যাদি ভাৱ প্ৰকাশ কৰে। সেই কাৰণে এনে অভ্যস্ত শব্দবোৰ বহু বচনৰ হয়।[১০] অনুৰূপ শব্দত যি অৰ্থবহ শব্দৰ অভ্যাস হয়, সি আংশিকহে। দ্বিত্ব হোৱা অংশৰ উচ্চাৰণ মূল শব্দটোৰ প্ৰায় অনুৰূপ হয় কাৰণেই এনে আংশিক অভ্যাস হোৱা শব্দবোৰক অনুৰূপ শব্দ বোলা হয়।

আংশিক অভ্যাস হোৱা অনুৰূপ শব্দবোৰ বিভিন্ন প্ৰকাৰে গঠন হ'ব পাৰে।

৯। অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১৬৮
১০। উল্লিখিত গ্ৰন্থ, পৃ. ১৭০



সেই গঠন প্ৰক্ৰিয়াবোৰ হৈছে এনে ধৰণৰ—

(ক) অভ্যস্ত হোৱা দ্বিতীয় অংশটোৰ প্ৰথম ব্যঞ্জন ধ্বনিটোৰ পৰিবৰ্তন হয়। এনে পৰিবৰ্তনো বিভিন্ন প্ৰকাৰৰ ঃ

১. মূল শব্দটোৰ আদ্য ব্যঞ্জন চ-ৰ বাহিৰে আন ব্যঞ্জন ধ্বনি হ'লে, দ্বিত্ব বা অভ্যস্ত হোৱা অংশৰ প্ৰথম ব্যঞ্জনটো সাধাৰণতে চ হয়। যেনে—কল-চল, কলম-চলম, কিতাপ-চিতাপ, খৰম-চৰম, খৰি-চৰি, ঘৰ-চৰ, টেবুল-চেবুল, নাক-চাক, নাৰিকল-চাৰিকল, ৰংচং, শাক-চাক ইত্যাদি।

২. মূল শব্দটোৰ আদ্য ব্যঞ্জন চ/ছ হ'লে, অভ্যস্ত অংশৰ আদ্য ব্যঞ্জনটো সাধাৰণতে ত হয়। যেনে— চাউল-তাউল, চৰাই-তৰাই, চকৰী-তকৰী, চকু-তকু, চৰু-তৰু, চুলি-তুলি, চছমা-তছমা, ছবি-তবি, ছাগলী-তাগলী ইত্যাদি।

৩. মূল শব্দটোৰ শেষৰ ব্যঞ্জন চ/ছ হ'লেও দ্বিত্ব অংশৰ আদ্য ব্যঞ্জন ত হয়। যেনে—খৰচ-তৰচ, গছ-তছ, চছ-তছ, বাছ-তাছ, বিছা-তিছা, ফেঁচা-তেছা, সঁচ-তছ ইত্যাদি।

কোনো কোনোৱে শেষৰ ব্যঞ্জন চ/ছ হ'লে অভ্যস্ত অংশতো আদ্য ব্যঞ্জন হিচাপে চ/ছ-কে ব্যৱহাৰ কৰে। সেয়েহে উল্লিখিত শব্দবোৰ খৰচ-চৰচ, গছ-চছ, ৰাছ-চাছ এনেদৰেও ব্যৱহাৰ হ'ব পাৰে।

৪. মূল শব্দটো ত বা ট-ৰে আৰম্ভ হ'লে, অভ্যস্ত অংশৰ আদিত সদায় চ হয়। যেনে—তৰা-চৰা, তমাল-চমাল, তাঁত-চাত, তাৰৈ-চাৰৈ, তাছ-চাছ, টৰ্ছ-চৰ্ছ, টকা-চকা, টোপনি-চোপনি ইত্যাদি।

৫. কিছুমান অনুৰূপ শব্দত অভ্যস্ত হোৱা অংশৰ প্ৰথম বৰ্ণৰ পৰিবৰ্তন কোনো নিৰ্দিষ্ট নিয়ম অনুযায়ী নহয়। যেনে—আন্ধাৰ-মুন্ধাৰ, আলহী-দুলহী, উদুলি-মুদুলি, উলহ-মালহ, ওকোল-মোকোল, ওলট-পালট, ক'লা-ম'লা, গা-পা, খেলা-ধূলা, খেতি-বাতি, জকাই-চকাই, জাল-তাল, নদন-বদন, পানী-দুনী, বান্ধি-কুন্ধি, মানুহ-দুনুহ, বাঘ-চাগ, মাটি-চাটি ইত্যাদি।

৬. দুই-এটা অনুৰূপ শব্দত অভ্যস্ত হোৱা অংশৰ কেতিয়াবা অকল মাজৰ ব্যঞ্জনৰ আৰু কেতিয়াবা প্ৰথম আৰু মাজৰ ব্যঞ্জনৰ পৰিবৰ্তন হয়। যেনে—কান্দোন-কাটোন, বান্ধোন-চাটোন।

৭. কিছুমান অনুৰূপ শব্দত অৰ্থহীন অভ্যস্ত অংশটো মূল শব্দটোৰ আগলৈ

আনি ব্যৱহাৰ কৰা হয়। যেনে—অকাই-পকাই, অলীয়া-বলীয়া, আলই-বিলই, আলাই-আথানি, আউলী-বাউলী, আশে-পাশে, আহল-বহল, ইচাত-বিচাত, ইননি-বিননি, ইনাই-বিনাই আদি।

কেতিয়াবা এনে অৰ্থহীন অভ্যস্ত অংশটো মূল শব্দৰ পাছতো যোগ হয়। যেনে—পকাই-জকাই, আথানি-আবানি, কেঁকনি-গোথনি আদি।

৮. কিছুমান অনুৰূপ শব্দত প্ৰথম অংশটোৰ লগত কোনো ধৰণৰ সাদৃশ্য নথকা অৰ্থহীন ৰূপ কিছুমান যোগ দিয়া হয়। যেনে—আহিলা-পাতি, কাজিয়া-পেচাল, কাবৌ-কোকালি, তেল-কুৰ, বিয়া-বাৰু, বজাৰ-সমাৰ, ৰূপ-বান, সৰু-সুৰা আদি।

৯. অসমীয়া ভাষাত আৰু এনে কিছুমান অনুৰূপ শব্দ আছে, যিবোৰত মূল শব্দৰ আদ্যক্ষৰত আ যোগ কৰি কেৱল সেই আ যুক্ত অক্ষৰটো পুনৰুক্তি হিচাপে মূল শব্দৰ আগত ব্যৱহাৰ কৰা হয়। যেনে—খা-খবৰ, খা-খৰচ, চা-চিনাকি, জা-জলপান, জা-জোৱালী, বা-বজাৰ, বা-বতাহ, ডা-ডাঙৰীয়া, মা-মচলা, হা-হুমুনিয়াহ, পা-পইচা আদি।

এনেদৰে মূল শব্দৰ এটা মাথোন অক্ষৰৰ অভ্যাস হৈ গঠন হোৱা শব্দক একশেষ অনুৰূপ শব্দ বোলা হয়।[১১]

মূল শব্দটো অ স্বৰেৰে আৰম্ভ হ'লে, তাৰ আগত আ স্বৰহে যুক্ত হয়। যেনে—আ-অলংকাৰ। কেতিয়াবা আ-ৰ সলনি অয় হয়। যেনে—অয়-অলংকাৰ।

১০. কিছুমান অনুৰূপ শব্দত মূল শব্দটোৰ আদ্য ব্যঞ্জনত দ্ব্যক্ষৰ স্বৰধ্বনি অয় যুক্ত হৈ মূল শব্দটোৰ আগত বহে। এনে শব্দ তেনেই সীমিত। যেনে—বয়-বস্তু, হয়-হস্তী।

কোনো নিয়মৰ ভিতৰত পেলাব নোৱাৰা অসমীয়া ভাষাৰ আন কিছুমান অনুৰূপ শব্দ হৈছে—উঠা-মেলা, কন্দা-কটা, খেলা-ধূলা, গাখীৰ-চাখীৰ, মিঠৈ-চিঠৈ, ৰন্ধা-বঢ়া, শাল-চাল আদি।

অসমীয়া ভাষাত আৰু এক প্ৰকাৰৰ যৌগিক বা যুৰীয়া শব্দ আছে। একোটা অৰ্থবহ মৌলিক শব্দ হুবহু একে ৰূপত পুনৰুক্ত বা অভ্যাস কৰি এই যৌগিক শব্দবোৰ গঠন কৰা হয়। অভ্যাস হোৱাৰ পাছত যৌগিক শব্দবোৰৰ অৰ্থৰ কিছু

১১। সত্যনাথ বৰা ঃ বহল ব্যাকৰণ, ষড়বিংশ [illegible]ঙৰণ, ১৯৭২, পৃ. ১১০



পৰিবৰ্তন ঘটে। এইদৰে অৰ্থবহ শব্দৰ সম্পূৰ্ণ একে ৰূপত অভ্যাস হোৱা প্ৰক্ৰিয়াক সাৰ্থক শব্দৰ সম্পূৰ্ণ অভ্যাস বোলা হয়।[১২] যেনে—

মূৰটো ঘূৰোৱা ঘূৰোৱা লাগিছে।
গাটো জ্বৰ জ্বৰ লাগিছে।
আঞ্জাখন পানী পানী লাগিছে।
বৰষুণ আহো আহো কৰিছে।
তেওঁ যাওঁ যাওঁ কৰিছে।
সিহঁতে খাওঁ খাওঁ লগাইছে।
কথাটো শুনি কান্দো কান্দো লাগিছে।
কোঠাটো মাছ মাছ গোন্ধাইছে।
ছোৱালীজনীয়ে হাঁহো হাঁহো কৰিছে।
মনটো ভাল ভাল লাগিছে।
ভোক ভোক লাগিছে।
মোৰচোন বমি বমি লাগিছে।

উল্লিখিত বাক্যবোৰত ক্ৰমে ঘূৰোৱা, জ্বৰ, পানী, আহো, যাওঁ, খাওঁ, কান্দো, মাছ, হাঁহো, ভাল, ভোক আৰু বমি একোটাহঁত বিশিষ্ট অৰ্থযুক্ত শব্দ। এই প্ৰতিটো অৰ্থযুক্ত শব্দৰে সম্পূৰ্ণ একে ৰূপত পুনৰুক্তি বা অভ্যাস হোৱাৰ কাৰণে ইয়াৰ অৰ্থৰো কিছু তাৰতম্য ঘটিছে। উদাহৰণ স্বৰূপে—মাছ গোন্ধাইছে আৰু মাছ মাছ গোন্ধাইছে, একে অৰ্থবাচক নহয়। সেইদৰে ভাল লাগিছে আৰু ভাল ভাল লাগিছে, ভোক লাগিছে আৰু ভোক ভোক লাগিছে, বমি লাগিছে আৰু বমি বমি লাগিছে-ৰ অৰ্থও সম্পূৰ্ণ একে নহয়। তথাপি শেষৰ তিনিটা বাক্যৰ পৰা ক্ৰমে প্ৰথমৰ ভাল, ভোক আৰু বমি শব্দ আঁতৰাই আনিলে বাক্যকেইটাৰ বিন্যাসত আউল নালাগে অৰ্থাৎ মনটো ভাল লাগিছে, ভোক লাগিছে আৰু মোৰচোন বমি লাগিছে কৰিলেও বাক্যকেইটা ভুল নহয়। অৰ্থগত দিশৰ পৰাও বাক্যকেইটা নিৰ্ভুল। কিন্তু বাকীবোৰ বাক্যৰ পৰা প্ৰথমৰ ক্ৰমে ঘূৰোৱা, জ্বৰ, পানী, আহো, যাওঁ, খাওঁ, কান্দো, মাছ আৰু হাঁহো শব্দ আঁতৰাই দিলে সেই বাক্যবোৰৰ প্ৰকৃত অৰ্থ নোলাব আৰু গাঠনিক দিশৰ পৰাও বাক্যবোৰ ভুল হ'ব। অৰ্থাৎ মূৰটো ঘূৰোৱা লাগিছে, গাটো

১২। অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১৬৯

জ্বৰ লাগিছে, বৰষুণ আহোঁ কৰিছে, সিহঁতে খাওঁ লগাইছে আদি বাক্য অৰ্থগত আৰু গাঠনিক, দুয়োটা দিশৰ পৰাই বিসংগতিপূৰ্ণ। এই বাক্যবোৰ অৰ্থবহ হ'বলৈ পুনৰুক্ত বা অভ্যাস হোৱা অংশটো সেই পৰিবেশত অপৰিহাৰ্য। সম্পূৰ্ণ অভ্যাস হ'লে সাধাৰণতে 'যেন', 'নিচিনা' বা 'দৰে' অৰ্থ বুজায়।[১৩] ঘূৰোৱা ঘূৰোৱা লাগে মানে 'ঘূৰোৱা যেন' বা 'ঘূৰোৱাৰ দৰে লগা। সেইদৰে জ্বৰ জ্বৰ মানে জ্বৰ হোৱাৰ দৰে লগা, পানী পানী লগা মানে পানীৰ দৰে সোৱাদ নোহোৱা, বৰষুণ আহো আহো কৰা মানে বৰষুণ অহাৰ দৰে পৰিবেশ হোৱা, কান্দো কান্দো, হাঁহো হাঁহো কৰা মানে কন্দা আৰু হঁহাৰ অনুভূতি হোৱা। অৰ্থবহ শব্দৰ সম্পূৰ্ণ অভ্যাসে কেতিয়াবা 'ইচ্ছা' অৰ্থও প্ৰকাশ কৰে। যাওঁ যাওঁ কৰা বা খাওঁ খাওঁ লগা মানে আচলতে যাবলৈ বা খাবলৈ অধিক ইচ্ছা প্ৰকাশ কৰা। মন কৰিবলগীয়া যে সদায় যোৰ পাতি বহে কাৰণেই এই যৌগিক শব্দবোৰো একপ্ৰকাৰ যুৰীয়া শব্দ।

অৰ্থবহ শব্দৰ সম্পূৰ্ণ অভ্যাস কৰি অসমীয়া ভাষাত আৰু বিভিন্ন ধৰণৰ সংযুক্ত বা যৌগিক শব্দ গঠন কৰা হয়। কেতিয়াবা সমগ্ৰতা, অবিচ্ছিন্নতা, বাৰম্বাৰতা, গভীৰতা আদি ভাৱ প্ৰকাশৰ বাবে কোনো শব্দক দুবাৰকৈ ব্যৱহাৰ কৰা হয়।[১৪] সাধাৰণতে বিশেষ্য, বিশেষণ, সৰ্বনাম, সংখ্যাবাচক শব্দ, ক্ৰিয়াৰ অসমাপিকা ৰূপ, বৰ্তমানকালিক কৃদন্ত, ক্ৰিয়া বিশেষণ আদিৰ উল্লিখিত অৰ্থত অভ্যাস বা পুনৰুক্তি হয়। দৰাচলতে বিশেষ্য, বিশেষণ, সৰ্বনাম আৰু সংখ্যাবাচক শব্দৰ সম্পূৰ্ণ অভ্যাস বা পুনৰুক্তিয়ে মুখ্যতঃ বহু বচনৰ অৰ্থহে প্ৰকাশ কৰে। সাধাৰণ বিশেষ্য শব্দৰ আৰু কিছুমান ক্ৰিয়া বিশেষণৰ সম্পূৰ্ণ অভ্যাসৰ ক্ষেত্ৰত এটি মন কৰিবলগীয়া কথা হৈছে যে ইয়াত শব্দবোৰৰ দুয়োটা অংশই-এ বিভক্তি যুক্ত হয়। ফলত এনে বিভক্তি যুক্ত যৌগিক শব্দৰ অভ্যস্ত অংশটো আঁতৰাই দিব নোৱাৰি। কিয়নো তেনে কৰিলে শব্দবোৰৰ অৰ্থ গ্ৰহণতো অসুবিধা হয় আৰু বাক্য বিন্যাসতো খেলিমেলি লাগে। যেনে—

—কথাটো সকলোৰে মুখে মুখে।

—বছৰে বছৰে বস্তুৰ দাম বাঢ়ি আছে।

উল্লিখিত বাক্য দুটাত ব্যৱহৃত ক্ৰমে মুখে মুখে আৰু বছৰে বছৰে যৌগিক

১৩। উল্লিখিত গ্ৰন্থ, পৃ. ১৬৯

১৪। অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ১১১



শব্দৰ পৰা একোটাকৈ শব্দ আঁতৰাই দিলে বাক্য দুটা ক্ৰমে এনে ধৰণৰ হ'ব— "কথাটো সকলোৰে মুখে ' আৰু 'বছৰে বস্তুৰ দাম বাঢ়ি আছে।" মন কৰিবলগীয়া যে এই বাক্য দুটা গাঠনিক দিশৰ পৰাও নিখুঁত নহয় আৰু বাক্য দুটাৰ অৰ্থও স্পষ্ট নহয়। সেয়েহে বাক্য দুটাত 'মুখে মুখে' আৰু 'বছৰে বছৰে' অপৰিহাৰ্য। কিন্তু বিশেষণ, সৰ্বনাম আৰু কেতিয়াবা সংখ্যাবাচক যৌগিক শব্দৰ পৰা অভ্যাস হোৱা শব্দটো আঁতৰাই দিলেও সাধাৰণতে বাক্য বিন্যাসত আৰু অৰ্থ গ্ৰহণত বিশেষ অসুবিধা নহয়, মাত্ৰ বহুত্ববোধটো প্ৰকাশ নহয়। এইদৰে অৰ্থবহ শব্দ সম্পূৰ্ণ অভ্যাস হৈ গঠিত হোৱা যুৰীয়া বা যৌগিক শব্দ কিছুমান হৈছে—

বিশেষ্য ঃ কাণে কাণে, গছে গছে, ঘৰে ঘৰে, জাকে জাকে, দলে দলে, পালে পালে, বনে বনে, মুখে মুখে আদি।

বিশেষণ ঃ বগা বগা, ৰঙা ৰঙা, ভাল ভাল, কেঁচা কেঁচা, ঘন ঘন, পকা পকা, পাতল পাতল, মিহি মিহি, সৰু সৰু আদি।

সৰ্বনাম ঃ ব্যক্তিবাচক সৰ্বনামৰ বাহিৰে আনবোৰ সৰ্বনাম ঃ যি যি, কি কি, কোন কোন, কাক কাক, নিজ নিজ, যাক যাক আদি।

সংখ্যাবাচক ঃ কৌটি কৌটি, শ শ, হাজাৰ হাজাৰ আদি। কিছুমান যৌগিক সংখ্যাবাচক শব্দৰ পাছত কৈ যোগ দি ক্ৰিয়া বিশেষণ ৰূপেও ব্যৱহাৰ কৰিব পাৰি।

ক্ৰিয়াৰ অসমাপিকা ৰূপ ঃ কান্দি কান্দি, হাঁহি হাঁহি, কৈ কৈ, শুনি শুনি, বহি বহি ইত্যাদি।

বৰ্তমানকালিক কৃদন্ত ঃ খাওঁতে খাওঁতে, চাওঁতে চাওঁতে, হাঁহোতে হাঁহোতে, যাওঁতে যাওঁতে আদি।

ক্ৰিয়া বিশেষণ ঃ দিনে দিনে, ধীৰে ধীৰে, বছৰে বছৰে, লাহে লাহে, মনে মনে ইত্যাদি।

### ২.২.৩ উৎস অনুযায়ী শব্দৰ শ্ৰেণী বিভাগ ঃ

অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰ অতি সমৃদ্ধ। সংস্কৃতৰ পৰা উদ্ভূত ভাষা হিচাপে অসমীয়াত সংস্কৃতমূলীয় শব্দৰ সংখ্যাই সৰ্বাধিক। কিন্তু ইতিহাসে ঢুকি পোৱাৰ আগৰ পৰাই বিভিন্ন সময়ত পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ পৰা প্ৰবজন কৰি

আহি অসমত বসবাস কৰা আৰ্যভিন্ন অনেক ভাষা-ভাষী লোকৰ লগত অসমীয়া ভাষা-ভাষীৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক কাৰণত হোৱা পাৰস্পৰিক আদান-প্ৰদানৰ ফলত অসমীয়া ভাষাত ভালেমান আৰ্যভিন্নমূলীয় ভাষাৰ শব্দ সোমাই পৰিছে। তদুপৰি অতি প্ৰাচীন কালৰ পৰা সঘনাই হোৱা মোগলৰ আক্ৰমণ আৰু শতাধিক কাল জুৰি চলা ব্ৰিটিছ শাসনৰ ফলত অসমীয়া ভাষালৈ অজস্ৰ বিদেশী ভাষাৰ শব্দ আহিছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰগতিৰ লগে লগে অহা ইংৰাজী ভাষাৰ শব্দইও অসমীয়া শব্দ ভাণ্ডাৰৰ এক বৃহৎ অংশ জুৰি আছে। এনেবোৰ দিশৰ পৰা বিচাৰ কৰি চালে দেখা যায় যে অসমীয়া শব্দ ভাণ্ডাৰৰ উৎস অতি বিচিত্ৰ। উৎসৰ ভিত্তিত অসমীয়া ভাষাৰ শব্দসমূহক এনেদৰে শ্ৰেণীবিভাগ কৰা হৈছে ঃ

**১. সংস্কৃত বা ভাৰতীয় আৰ্যমূলীয় শব্দ ঃ**

তৎসম
অৰ্দ্ধতৎসম
তদ্ভৱ

**২. আৰ্যভিন্নমূলীয় শব্দ ঃ**

অষ্ট্ৰিক
তিব্বতবৰ্মী
টাই-আহোম
দ্ৰাবিড়

**৩. ঋণ শব্দ ঃ**

(ক) আন ভাৰতীয় আৰ্য ভাষাৰ পৰা অহা শব্দ
(খ) বিদেশী শব্দ

**৪. অজ্ঞাত উৎসৰ পৰা অহা শব্দ ঃ**

**সংস্কৃতমূলীয় শব্দ ঃ** অসমীয়া ভাষাত সংস্কৃতৰ পৰা অহা তৎসম, অৰ্দ্ধতৎসম আৰু তদ্ভৱ শব্দৰ সংখ্যা আটাইতকৈ বেছি। সম্ভৱতঃ অসমীয়া ভাষাৰ সত্তৰ শতাংশ শব্দই সংস্কৃতমূলীয়। তাৰ ভিতৰত তৎসম আৰু তদ্ভৱ শব্দ সৰ্বাধিক।

**তৎসম শব্দ ঃ** সংস্কৃতৰ পৰা অবিকৃতভাৱে অসমীয়ালৈ অহা শব্দবোৰেই তৎসম শব্দ। তৎসম মানে 'তাৰ সমান' অৰ্থাৎ সংস্কৃতৰ সমান। কিন্তু অসমীয়া



ভাষাত তৎসম শব্দবোৰ লিখিত ৰূপতহে অবিকৃতভাৱে পোৱা যায়। উচ্চাৰণৰ পিনৰ পৰা বিশুদ্ধ তৎসম শব্দ অসমীয়াত নাই বুলিবই পাৰি। যেনে—

| সংস্কৃত | অসমীয়া উচ্চাৰণ |
|---|---|
| অসম (asam) | অসম (axam) |
| সত্য (satya) | সইত্ত (xaitta) |
| সুন্দৰ (sundar) | সুন্দৰ (xundar) আদি। |

মন কৰিবলগীয়া যে উল্লিখিত সংস্কৃত শব্দকেইটা অসমীয়াত সংস্কৃত বানান মতেই লিখা হয় আৰু অন্যান্য শব্দৰ ক্ষেত্ৰতো সংস্কৃত ব্যাকৰণৰ আৰ্হিত নত্ববিধি, ষত্ববিধি, সন্ধি, সমাস আদিও মানি চলা হয়। অসমীয়া ভাষাৰ প্ৰাণীবাচক-অপ্ৰাণীবাচক, মূৰ্ত-অমূৰ্ত (concrete-abstract) অধিকাংশ শব্দই তৎসম শব্দ। অসমীয়াত ব্যৱহৃত এনে কিছুমান তৎসম শব্দ হ'ল—

অতুল, আকাশ, ইন্দ্ৰ, ঈশ্বৰ, উদয়, ঊনবিংশ, ঋষি, ঐৰাৱত, কল্পনা, খগেন্দ্ৰ, গজানন, ঘনত্ব, চন্দ্ৰ, ছাত্ৰ, জগন্নাথ, তন্দ্ৰা, দয়ালু, নদী, পৰ্ণ, ফণা, বনানি, বৰ্ণ,ভদ্ৰ, মহান, যযাতি, ৰৌদ্ৰ, লতা, শশাংক, ষোড়শ, সনাতন, স্নেহ, হিমালয়, হিংস্ৰ ইত্যাদি।

**অৰ্দ্ধতৎসম শব্দ ঃ** 'আধা তৎসম' শব্দবোৰেই অৰ্দ্ধতৎসম শব্দ। তৎসম শব্দত থকা যুক্ত ব্যঞ্জনৰ মাজত বিভিন্ন স্বৰবৰ্ণ সুমুৱাই উচ্চাৰণ সৰল কৰা শব্দবোৰেই অৰ্দ্ধ তৎসম শব্দ। এই শব্দবোৰ লিখোঁতেও অসমীয়া উচ্চাৰণ মতে লিখা হয়। এনে কৰোঁতে অৰ্দ্ধ তৎসম শব্দৰ অৰ্থ তৎসম শব্দৰ দৰেই থাকে যদিও দুই-এটা শব্দৰ ক্ষেত্ৰত অৰ্থৰ পৰিবৰ্তন ঘটা দেখা যায়। যেনে—পীৰিতি (প্ৰীতি), মৰম (মৰ্ম), কইনা (কন্যা) আদি। অৰ্দ্ধ তৎসম শব্দৰ সংখ্যা তুলনামূলকভাবে বৰ কম। অসমীয়াত ব্যৱহৃত অৰ্দ্ধতৎসম শব্দ কিছুমান হৈছে—

অইন (অন্য), ধইন (ধন্য), ভকতি (ভক্তি), বৰষা (বৰ্ষা), ধৰম (ধৰ্ম), চেনেহ (স্নেহ), মেলেছ (ম্লেছ), দৰশন (দৰ্শন), পূৰণ (পূৰ্ণ), শতৰু (শত্ৰু), হৰিষ (হৰ্ষ) আদি।

**তদ্ভৱ শব্দ ঃ** তদ্ভৱ মানে 'তাৰ পৰা' অৰ্থাৎ সংস্কৃতৰ পৰা হোৱা। ভাষাৰ বিৱৰ্তনৰ ক্ৰম অনুযায়ী প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ অৰ্থাৎ সংস্কৃত শব্দবোৰৰ প্ৰাকৃত বা মধ্য ভাৰতীয় আৰ্য ভাষাৰ স্তৰত ভালেখিনি পৰিবৰ্তন ঘটিল। আধুনিক

ভাৰতীয় আৰ্য ভাষাৰ স্তৰ পাওঁতে সৰলীকৰণ প্ৰক্ৰিয়াৰ ফলত এই শব্দবোৰৰ আৰু অধিক পৰিবৰ্তন ঘটিল। এইদৰে প্ৰাকৃতৰ মাজেৰে আহি আধুনিক অসমীয়াত বিকাশ লাভ কৰা শব্দবোৰেই তদ্ভৱ শব্দ। ভাষা পৰিবৰ্তনশীল। ই সদায় জটিলতাৰ পৰা সৰলতাৰ ফালে গতি কৰে। মুখ্যতঃ এনে কাৰণতে অসমীয়া ভাষাত অপৰ্যাপ্ত তদ্ভৱ শব্দ গঢ় লৈ উঠিল। অসমীয়াত ব্যৱহৃত এনে কিছুমান তদ্ভৱ শব্দ হ'ল—

আন (<অন্‌ন < অন্য) আজি (<অজ্জ < অদ্য), ওজা (<উব্‌জ্‌ঝাঅ <উপাধ্যায়), কটাৰী (<কট্‌টাৰিআ < কৰ্তাৰিকা), জোনাক (<জোন্‌হা <জ্যোৎস্না), মাজ (<মজ্‌ঝ < মধ্য), কাম (<কম্‌ম < কৰ্ম), দাপোণ (<দপ্‌পণ <দৰ্পণ), হয় (<হোতি/হোই <ভৱতি), হাতী (<হট্‌ঠী <হস্তী) আদি।

**আৰ্যভিন্নমূলীয় শব্দ** ঃ অসমীয়া ভাষাটো আৰ্যভিন্ন ভাষাৰ সাগৰৰ মাজত থকা এটা দ্বীপৰ দৰে।[১৫] ইয়াৰ চৌপাশে বিভিন্ন গোষ্ঠীৰ অনা-আৰ্য ভাষা। তদুপৰি অসমীয়া ভাষা কেৱল আৰ্য-প্ৰজাতিৰে ভাষা নহয়, আৰ্য-অনাৰ্য উভয়ে ইয়াক ব্যৱহাৰ কৰে। অসমীয়া ভাষাত সেইবাবেই আৰ্যভিন্ন ভাষাৰ শব্দ আৰু আন ভাষিক উপাদান মিহলি হৈ আছে।

অসমৰ আৰ্যভিন্ন ভাষাবোৰ ঘাইকৈ তিনিটা ভাষা পৰিয়ালৰ অন্তৰ্গত— অষ্ট্ৰিক, চীন-তিব্বতীয় আৰু দ্ৰাবিড় ভাষা পৰিয়াল।

**অষ্ট্ৰিক** ঃ ভাষা-বৈজ্ঞানীকসকলে অষ্ট্ৰিক পৰিয়ালৰ ভাষাবোৰক দুটা শাখাত ভগাইছে—অষ্ট্ৰো-এচীয় আৰু অষ্ট্ৰোনেচীয়। ভাৰতত অষ্ট্ৰো-এচীয় শাখাৰ ভাষাবোৰ চলে। অসমত এই শাখাৰ অন্তৰ্গত খাচি (বৰ্তমান মেঘালয়ত) আৰু কোল-মুণ্ডা ভাষা-ভাষী লোক আছে। মংগোলীয় প্ৰজাতিৰ খাছি ভাষা-ভাষী লোকসকলেই অসমৰ অতি প্ৰাচীন অষ্ট্ৰিকভাষী লোক। আনহাতে কোল-মুণ্ডা, চাওঁতালী আদি অষ্ট্ৰিকভাষী লোকসকল অসমলৈ আহে অসমত চাহ বাগিছা খোলাৰ পাছতহে। আন আৰ্যভিন্ন ভাষাৰ দৰে অষ্ট্ৰিক ভাষাৰ পৰা অসমীয়া ভাষালৈ অহা শব্দসমূহ নিশ্চিতভাৱে অষ্ট্ৰিক ভাষাৰ হয় নে নহয়, সেয়া অষ্ট্ৰিক ভাষাৰ বিস্তৃত অধ্যয়ন নহ'লৈ খাটাংকৈ ক'ব নোৱাৰি। তথাপি ঘাইকৈ ধ্বনিগত তথা শব্দগত সাদৃশ্যলৈ লক্ষ্য কৰি বাণীকান্ত কাকতি প্ৰমুখ্যে ভাষাবিদসকলে অষ্ট্ৰিক ভাষাৰ পৰা অহা বুলি অনুমান কৰা শব্দ কিছুমান হৈছে—

১৫। বাণীকান্ত কাকতি ঃ Assamese, Its Formation and Development, p.৩৮০



খাছি ঃ টাঙোন, দাং, খং, কাবৌ, জহা, নোদোকা।

চাওঁতালী ঃ লবেজান, ধুমা, গোহাৰি, আজৰি, দাং।

মুণ্ডা ঃ ছৰাই, গান্ধি (পোক), খিচ (খিচা গীত), টাটি (বেৰ) ইত্যাদি।[১৬]

ড° কাকতিৰ মতে সম্বন্ধবাচক **ককাই** আৰু **বাই** শব্দ, স্থানবাচক প্ৰাগজ্যোতিষ, কামাখ্যা, কামতা, চামতা, হাব্দপেশ্বৰ আদি আৰু অষ্ট্ৰিক ভাষাৰ পানীবাচক **হো, হোং, তয়, তিউ** আদিৰে গঠিত নদীৰ নামবোৰো অষ্ট্ৰিক ভাষাৰ প্ৰভাৱতে গঢ় লৈ উঠিব পাৰে।[১৭] ভাষাবিদ ড° উপেন্দ্ৰনাথ গোস্বামীৰ মতে নদীবাচক শব্দৰ শেষাংশত -ঙ, -আঙ্‌, -লাও থকা দিহিং, দিবং, দিচাং, তিলাও (ব্ৰহ্মপুত্ৰ) আদি শব্দ অষ্ট্ৰিকৰ পৰা অসমীয়া ভাষালৈ আহিছে।[১৮]

**চীন-তিব্বতীয়** ঃ চীন-তিব্বতীয় ভাষা-ভাষীসকল মংগোলীয়। এই ভাষা পৰিয়ালৰ প্ৰধান শাখা দুটা—থাই বা শ্যাম-চীন আৰু তিব্বতবৰ্মী। শ্যাম-চীন শাখাৰ চীনা ভাষা চীন দেশত প্ৰচলিত। শ্যাম বা শান্‌ ভাষা ঘাইকৈ ব্ৰহ্মদেশত আৰু ইয়াৰ অন্তৰ্গত কিছুমান ভাষা উত্তৰ-পূব ভাৰতৰ অৰুণাচল প্ৰদেশ আৰু অসমত কথিত ৰূপত সিঁচৰতি হৈ আছে। অসমত প্ৰচলিত শ্যাম ভাষাৰ অন্তৰ্গত প্ৰধান ভাষা হৈছে টাই। ইয়াৰ অন্তৰ্গত ভাষা হৈছে আহোম, খামটি, আইতন, নৰা, টাই ফাকে আদি।

তিব্বতবৰ্মী শাখাৰ ভাষাবোৰক তিনিটা উপ-ভাষাত ভাগ কৰা হৈছে—তিব্বত-হিমালয়ী, উত্তৰ-অসম আৰু অসমবৰ্মী। অসমবৰ্মী শাখাৰ অন্তৰ্গত বড়ো গোষ্ঠীৰ ভাষাবোৰেই অৰ্থাৎ বড়ো-কছাৰী, লালুং, ডিমাছা, তিৱা, ৰাভা, গাৰো, দেউৰী-চুতীয়া আদি ভাষাবোৰেই অসমৰ প্ৰধান তিব্বতবৰ্মী ভাষা। বড়োসকল অসমৰ আদিম অধিবাসীসকলৰ অন্যতম। এওঁলোকে নিজৰ মাজত নিজ ভাষাৰে কথা পাতিলেও অসমীয়া ভাষা প্ৰায় প্ৰথম ভাষাৰ দৰেই ব্যৱহাৰ কৰে। সুদীৰ্ঘ কাল একে ধৰণৰ ভৌগোলিক, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক পৰিবেশত অসমীয়া ভাষা-ভাষীৰ লগত ওচৰা-ওচৰিকৈ থাকিব লগা হোৱাত স্বাভাৱিকতে অসমীয়া ভাষা আৰু বড়ো গোষ্ঠীৰ ভাষাৰ মাজত বিভিন্ন ক্ষেত্ৰত পাৰস্পৰিক

১৬। ৰমেশ পাঠক ঃ অসমীয়া ভাষাৰ ইতিহাস, পৃ.৬০

১৭। বাণীকান্ত কাকতি ঃ প্ৰাগুক্ত, পৃ.৪৮-৫০

১৮। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ, পৃ.৪৪

আদান-প্ৰদান ঘটিছে। ঘাইকৈ শব্দৰ ক্ষেত্ৰত অসমীয়া ভাষাত বড়ো গোষ্ঠীৰ ভাষাৰ প্ৰভাৱ অত্যন্ত বেছি। কিন্তু সেই শব্দবোৰ অসমীয়া ভাষাৰ লগত এনেদৰে মিলি পৰিছে যে সেইবোৰ শব্দ বড়ো-কছাৰী ভাষাৰ পৰা আহিছে বুলি খাটাংকৈ ক'ব নোৱাৰি। ধ্বনিগত আৰু শব্দগত সাদৃশ্যৰ ভিত্তিত অসমীয়া ভাষালৈ অহা বুলি অনুমান কৰা বড়োমূলীয় শব্দ কিছুমান হৈছে—

বড়ো ঃ চেলেক্, ৰেপ্, আগচ্, গচক্, চেপ্; খাম-বান্ধ, গবা মাৰ, বিৰ দি; হাঁফলু, জোং, হেঙাৰ, হাওঁফাওঁ, লফা, ডাউক আদি।[১৯]

বড়ো-কছাৰী গোষ্ঠীৰ অন্যান্য ভাষাৰ শব্দৰ লগত সাদৃশ্য থকা আন কিছুমান অসমীয়া শব্দ হ'ল—

হাজো, হাকমা, বিহানপুৰ, ডেকা, লেখীয়া, টঙালি, টোকোন, ফৰমুতি, হুদু, মৈ, চাং, হাবাং, ধেকি[২০], ইত্যাদি।

ড° উপেন্দ্ৰনাথ গোস্বামীয়ে অসমবৰ্মী শাখাৰ অন্তৰ্গত নগা আৰু কুকি-চীন (মেইতেই) ভাষাৰ দুই-এটা শব্দৰ লগতো অসমীয়া 'মেজি' শব্দৰ মিল দেখুৱাইছে। অকল সেয়ে নহয়, উত্তৰ-অসম শাখাৰ অৰ্থাৎ অৰুণাচলৰ মিচিমি আদি ভাষাৰ আৰু ত্ৰিপুৰাত প্ৰচলিত তিব্বতবৰ্মী গোষ্ঠীৰ কক্‌বৰক ভাষাৰ শব্দৰ সৈতে সাদৃশ্য থকা অসমীয়া শব্দ কেতবোৰৰ উদাহৰণো ড° গোস্বামীদেৱে 'অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ' (পৃ. ৫১) গ্ৰন্থত দাঙি ধৰিছে।

**টাই-আহোম শব্দ ঃ** দক্ষিণ-পশ্চিম চীনৰ পৰা অসমলৈ প্ৰব্ৰজন কৰা টাইসকলৰ ভিতৰত আহোমসকলেই আটাইতকৈ পুৰণি বুলি জনা যায়। ১২২৮ চনত চুকাফাৰ নেতৃত্বত অসম সোমোৱা দলটোৱে উজনি অসমৰ কিছু অংশ পৰাধীন কৰি অসমত আহোম ৰাজত্বৰ পাতনি মেলে আৰু এই বংশই ছশ বছৰ ৰাজত্ব কৰে। ৰাজ্য শাসনৰ সুবিধা আৰু অন্যান্য কাৰণত আহোমসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰে আৰু অসমীয়াকে মাতৃভাষা হিচাপে গ্ৰহণ কৰি এই ভাষাক ৰাজ ভাষাৰ মৰ্যাদা দিয়ে। সেয়েহে সুদীৰ্ঘ কাল ৰাজত্ব কৰিলেও আন আৰ্যভিন্ন ভাষাৰ তুলনাত অসমীয়া ভাষালৈ টাই-আহোমসকলৰ বৰঙণি তেনেই সামান্য।

টাই-আহোম ভাষা টাই শাখাৰে অন্তৰ্গত দুটা ভাষা। এই ভাষাৰ পৰা

১৯। বাণীকান্ত কাকতি ঃ প্ৰাগুক্ত, পৃ.৪৩
২০। উপেন্দ্ৰনাথ গোস্বামী ঃ প্ৰাগুক্ত, পৃ.৪৫-৫০



অসমীয়ালৈ অহা কিছুমান শব্দৰ মূল নিঃসন্দেহে আহোম ভাষাৰ। বিশেষকৈ অসমীয়াত ব্যৱহাৰ হোৱা সম্বন্ধ বুজোৱা, পদ মৰ্যাদাসূচক আইচু, এপাদেউ, নিচাদেউ, এনাইদেউ, পুথাও, গগৈ, বৰগোহাঞি, বৰবৰুৱা, ফুকন আদি শব্দ নিঃসন্দেহে আহোম ভাষাৰ আৰু এইবোৰ শব্দ আহোম সম্প্ৰদায়ৰ লোকসকলেহে ব্যৱহাৰ কৰে। টাই-আহোমমূলীয় আন কিছুমান শব্দ হৈছে—

মাইহাং, চাওদাং, চাংমাই, কাৰেং, হেংদাং, মৈদাম, ফেহু, জাংফাই, টাংবাং, টাংটিঙালি, টোকোন ইত্যাদি।

**দ্ৰাবিড় ভাষাৰ শব্দ ঃ** দ্ৰাবিড় ভাষীসকল অসমলৈ আহিছিল নে নাই, নিশ্চিতভাৱে জনা নাযায়। সংস্কৃত ভাষাত দ্ৰাবিড় ভাষাৰ ভালেমান শব্দ আছে। সম্ভৱতঃ সংস্কৃতৰ পৰাই অসমীয়া ভাষালৈ দ্ৰাবিড় ভাষাৰ কিছুমান শব্দ আহে। অসমীয়া ভাষাত থকা দ্ৰাবিড়মূলীয় সংস্কৃত তৎসম শব্দ কিছুমান হৈছে—কুটীৰ, কুটিল, কঠিন, কুণ্ডল, চূড়া আদি।

**ঋণ শব্দ ঃ** মানুহে যিদৰে প্ৰয়োজন হ'লে ধন ধাৰলৈ লয়, সেইদৰে ভাষাইও প্ৰয়োজন অনুসৰি আন ভাষাৰ পৰা ঘাইকৈ শব্দ ধাৰলৈ লয়। কিন্তু ভাষাই এই ধাৰ পৰিশোধ কৰিব নালাগে। বৰং ধাৰলৈ লোৱা শব্দবোৰ নিজৰ ভাষাৰ উচ্চাৰণৰ লগত মিলাই নতুনকৈ সজাই লয়। এটা ভাষাই আন এটা ভাষাৰ পৰা সাধাৰণতে দুটা কাৰণত শব্দ ধাৰ কৰে—এটা হৈছে অভাৱ পূৰণ আৰু আনটো হৈছে আন ভাষাৰ প্ৰতি সমীহ বা শ্ৰদ্ধা। এই দুয়োটা কাৰণতে অসমীয়া ভাষাই আন ভাৰতীয় আৰ্য ভাষাৰ লগতে বিদেশী ভাষাৰ পৰাও শব্দ ধাৰ কৰিছে।

**আন ভাৰতীয় আৰ্য ভাষাৰ পৰা অহা শব্দ ঃ** আৰ্য ভাষা হিচাপে অসমীয়াৰ লগত আন ভাৰতীয় আৰ্য ভাষাৰ সম্পৰ্ক অতি প্ৰাচীন। খ্ৰী. ৬ষ্ঠ-৭ম শতিকাৰ পৰা উত্তৰ-পূব ভাৰতৰ লগত অসমৰ ৰাজনৈতিক, সাংস্কৃতিক সম্পৰ্ক, "মহাপুৰুষ শংকৰদেৱৰ তীৰ্থ ভ্ৰমণ, কনৌজ মিথিলাৰ সৈতে উচ্চ-বৰ্ণৰ হিন্দুসকলৰ সম্পৰ্ক ৰক্ষা, ব্ৰিটিছ যুগত জীৱিকাৰ তাগিদাত ভাৰতৰ বিভিন্ন প্ৰান্তৰ মানুহৰ অসমলৈ আগমন, বাণিজ্যিক ক্ষেত্ৰত অনা-অসমীয়াৰ একচেটীয়া ৰাজত্ব, জোনাকী যুগৰ লিখকসকলৰ ওপৰত কলিকতীয়া প্ৰভাৱ, স্বাধীনতাৰ আন্দোলনৰ সময়ত সৰ্বভাৰতীয় চিন্তাৰ লগত একাত্মবোধ"— ইত্যাদি কাৰণত ভাৰতীয় অন্য ভাষাৰ শব্দ অসমীয়ালৈ আহে। কিন্তু আৰ্য ভাষা হিচাপে থকা পাৰস্পৰিক মিলনৰ বাবে

আটাইবোৰ শব্দকে বিচাৰি উলিওৱা সম্ভৱ নহয়। তলত বঙলা, হিন্দী, মাৰাঠী, গুজৰাটীৰ পৰা অহা বুলি ভবা কেইটামান শব্দৰ উদাহৰণ দাঙি ধৰা হ'ল—

**বাংলা ভাষাৰ শব্দ ঃ** বাতাচা, ৰসগোল্লা, সন্দেশ, ভেজাল, ঐক্যমত্য আদি।

**হিন্দী ভাষাৰ শব্দ ঃ** গুমটি, মুনাফা, খৈণী, খিলিপাণ, পকোৰা, পাংখা, সস্তা, ধান্দা, কলপ, ভাৰী।

**মাৰাঠী ভাষাৰ শব্দ ঃ** অসমীয়াত মাৰাঠী ভাষাৰ শব্দ তেনেই কম। ড° বাণীকান্ত কাকতিয়ে মাৰাঠী শব্দৰ সৈতে সাদৃশ্য থকা কেতবোৰ অসমীয়া শব্দৰ উল্লেখ কৰিছে। সেইবোৰ হৈছে— খঁক, খাপ, গাঁওবুঢ়া, তাঙৰণ, বৰঙণি, বেজী আদি।[১৫] অসমীয়াত ব্যৱহৃত 'হৰতাল' শব্দটো ড° উপেন্দ্ৰনাথ গোস্বামীয়ে গুজৰাটী ভাষাৰ পৰা অহা বুলি কৈছে।

**বিদেশী শব্দ ঃ** অসমীয়া ভাষাত ব্যৱহৃত বিদেশী শব্দবোৰ ঘাইকৈ তিনিটা উৎসৰ পৰা আহিছে—পৰ্তুগীজ, আৰবী-পাৰ্চী-তুৰ্কী আৰু ইংৰাজী।

**পৰ্তুগীজ শব্দ ঃ** দৈনন্দিন জীৱনত ব্যৱহৃত ভালেমান পৰ্তুগীজ শব্দ বাংলা ভাষাৰ পৰা অসমীয়ালৈ আহিছে। খ্ৰীষ্টীয় ষোড়শ শতিকাতে পৰ্তুগীজসকল বংগদেশলৈ আহিছিল আৰু তেওঁলোকৰ বহুতো শব্দ বাংলা ভাষাত সোমাইছিল। অসমীয়া ভাষাত ব্যৱহৃত এনে কিছুমান পৰ্তুগীজমূলীয় শব্দ হ'ল—

আনাৰস, আলপিন, আলকতৰা, ইস্তিৰি, কাজু, গামলা, গুদাম, চাগু, পাত্ৰী, চাবোন, বাল্টি, বুটাম, বৈয়াম, পিপা, মাস্তুল, মস্কৰা, চাবি[১৬] ইত্যাদি।

পৰ্তুগীজ শব্দৰ লগে লগে ইস্কাপন, ৰহিতন, হৰতন আদি ওলন্দাজ শব্দ, ফৰাচী ভাষাৰ কাৰ্তিজ, কুপন, জাপানী ভাষাৰ ৰিক্সা, হাৰাকিৰি, চীন ভাষাৰ চাহ আদি শব্দইও অসমীয়া শব্দ ভাণ্ডাৰ সমৃদ্ধ কৰিছে।

**আৰবী-পাৰ্চী আৰু তুৰ্কীমূলীয় শব্দ ঃ** এই শব্দবোৰৰো অধিকাংশই বাংলা-হিন্দী ভাষাৰ মাজেৰে অহা। তদুপৰি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশত মোগল অৰ্থাৎ মুছলমানসকলৰ প্ৰভাৱ সুস্পষ্ট। খ্ৰীষ্টীয় একাদশ-দ্বাদশ শতিকাৰ পৰাই অসমত পীৰ, উলেমা, দৰবেশ আদিয়ে ইছলাম ধৰ্ম প্ৰচাৰ কৰাৰ প্ৰমাণ পোৱা গৈছে। মন কৰিবলগীয়া যে মোগলে সোতৰবাৰ অসম আক্ৰমণ

১৫। বাণীকান্ত কাকতি ঃ Assamese, Its Formation and Development, p.৩৮০

১৬। ৰমেশ পাঠক ঃ অসমীয়া ভাষাৰ ইতিহাস, পৃ.৬০



কৰিছিল। প্ৰথম আক্ৰমণ হৈছিল বংগৰ শাসনকৰ্তা মহম্মদ বখ্‌তিয়াৰৰ নেতৃত্বত ১২২৬ চনত। এইদৰে অসমৰ ওপৰত উপৰ্যুপৰি হোৱা মোগল আক্ৰমণৰ ফলত অসংখ্য আৰবী-পাৰ্চীমূলীয় আৰু তুৰ্কী ভাষাৰ শব্দ অসমীয়া ভাষালৈ আহে। ধৰ্ম, শাসন আৰু আইন, সাহিত্য, সাজ-পাৰ, খাদ্য, মিঠাই, ব্যৱসায়, স্থাপত্য-ভাস্কৰ্য, স্বাস্থ্য, ঔষধ, সংগীত সম্পৰ্কীয় অলেখ আৰবী-পাৰ্চী আৰু তুৰ্কীমূলীয় শব্দই অসমীয়া শব্দ ভাণ্ডাৰ সমৃদ্ধ কৰিছে।

**অসমীয়াত ব্যৱহৃত আৰবীমূলীয় শব্দ**—আচল, ইজ্জত, ইস্তফা, এলাকা, এজাহাৰ, কাজিয়া, কলম, কিতাব, কিস্তি, খতম, খবৰ, খাতিৰ, গৰজ, ছুখ, ছুৰবত, ছাফা, ছালাম, চাবোন, জাহান, জিম্মা, জৰুৰ, তদাৰক, তহবিল, তমাছা, তাবীজ, দখল, দোৱাত, নজৰ, নকল, নগদ, নৱাব, নিছা, ফছল, বদল, বাব, বাবদ, বেঈমান, মামলা-মকৰ্দমা, মুৰব্বী, মছকিল, মেৰামত, মেজাজ, মেদ, মেহনত, ৰায়ত, ৰাজী, লায়ক, লেফাফা, লেপ, হজম, হাৰামী, হাৰামজাদা, হাজাৰ/হেজাৰ, হাৱা, হাজিৰা, হাইবান আদি।

**পাৰ্চীমূলীয় শব্দ ঃ** আইনা, আৱাজ, আপছোচ, আস্তে আস্তে, আন্দাজ, কমৰ, কাগজ, কাৰবাৰ, কাৰছাজী, খৰচ, খুন, খুছী, খোৰাক, খানছামা, কিচমিচ, গপ, গৰম, গোলাপ, ছৰদাৰ, জখম, জানোৱাৰ, জান (জীৱন), জেগা, তক্তা, তৰ্জু, দৰ্জী, দৰমহা, দৰজা, দস্তুৰ, দোকান, দানা, দাৰোগা, দালান, দেৰী, নাৰাজ, পছন্দ, পোছাক, পাঞ্জা, পিয়লা, বৰখাস্ত, বৰবাদ, বন্দবস্ত, বকছীছ, বালিছ, বেহুছ, মজা, মছলা, মোহৰ, মেতৰ, মোজা, ৰেহাই, লেকাম, হাংগামা আদি।

**তুৰ্কীমূলীয় শব্দ ঃ** উৰ্দু, কেঁচী, কুলী, কোৰ্মা, কাবু, খচ্চৰ, চামুচ, তুজ, তোপ, তোছক, বোকোছা, বেগম, বাহাদুৰ, বাবুৰ্চী, বীবী, বাৰুদ, মোগল, লাছ আদি।

ড° উপেন্দ্ৰনাথ গোস্বামীয়ে পস্তো ভাষাৰ পৰা অসমীয়ালৈ অহা পাঠান, আখৰোট, নাগাড়া আদি শব্দৰো উল্লেখ কৰিছে।[১৭] পাৰ্চী ভাষাৰ ভগ্নী স্থানীয় ভাষা পস্তো আফগানিস্থানত প্ৰচলিত।

**ইংৰাজী ভাষাৰ পৰা অহা শব্দ ঃ** অসমীয়াত থকা বিদেশী শব্দবোৰৰ ভিতৰত ইংৰাজী শব্দই প্ৰধান। ইংৰাজীৰ মাধ্যমেৰে পৃথিৱীৰ বিভিন্ন ভাষাৰ শব্দও

১৭। অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ, পৃ.২৩; আৰবী, পাৰ্চী আৰু তুৰ্কীমূলীয় শব্দবোৰ এই গ্ৰন্থৰ পৰা লোৱা হৈছে।

অসমীয়ালৈ আহিছে আৰু সেইবোৰ অসমীয়া ভাষাৰ লগত জীন গৈছে। অসমীয়া ভাষালৈ ইংৰাজী শব্দৰ আগমন ঘটে ঘাইকৈ অসমত ইংৰাজ শাসন (১৮২৬) প্ৰৱৰ্তিত হোৱাৰ পাছৰ পৰা। ইংৰাজ শাসন ব্যৱস্থাৰ লগে লগে অহা পাশ্চাত্য সভ্যতা-সংস্কৃতিয়ে অসমৰ সমাজ আৰু সাংস্কৃতিক জীৱনলৈ ব্যাপক পৰিবৰ্তন আনিলে। অসমৰ মানুহ ন ন ভাৱ আৰু বিষয়ৰ লগত পৰিচিত হৈ পৰিল। নতুন শাসন ব্যৱস্থা, ধৰ্ম, শিক্ষা, চিকিৎসা, সাজ-পোছাক, বৈজ্ঞানিক যন্ত্ৰপাতি আদিৰ আগমনৰ লগে লগে সেই সেই বিষয়ক অজস্ৰ শব্দ অসমীয়া ভাষালৈ আহিল। বৰ্তমান ইণ্টাৰনেট-কম্পিউটাৰ তথা বিশ্বায়নৰ যুগ। ফলত নতুন তথ্য আৰু প্ৰযুক্তি বিদ্যা সম্পৰ্কীয় অজস্ৰ ইংৰাজী শব্দ অসমীয়া ভাষাত সোমাই সেইবোৰ প্ৰায় অসমীয়া শব্দৰ দৰে হৈ পৰিছে। অসমীয়ালৈ অহা ইংৰাজী শব্দবোৰ প্ৰধানতঃ তিনিটা ৰূপত পোৱা যায়—

(ক) অসমীয়া উচ্চাৰণ মতে সজাই লোৱা নতুন শব্দ ৰূপত।

(খ) উচ্চাৰণ সম্পূৰ্ণ ইংৰাজী মতে নহ'লেও ঘাইকৈ শিক্ষিক লোকে অসমীয়া বা ইংৰাজী হৰফত লিখা ৰূপত।

(গ) অনুবাদ ৰূপত।

অসমীয়া উচ্চাৰণ মতে সজাই লোৱা ইংৰাজী শব্দ কিছুমান হৈছে— চাচপেন, গবৰমেণ্ট, চাইকেল, চুইচ, ইচকুল, বেঞ্চি, পেনচুল, চিলট, ফেল, পাছ, ডাক্তৰ, কম্পাঙাৰ, পেচ্‌কিপচন, গিলাচ, পেলেট, লংপেন, চাৰ্ট, হাফ্‌পেন, ইচ্‌কাৰ্ট ইত্যাদি।

প্ৰয়োজনৰ তাগিদা আৰু ইংৰাজী ভাষাৰ প্ৰতি থকা উচ্চ মনোভাৱ ইত্যাদি কাৰণত সময়ৰ লগে লগে বিচিত্ৰ ৰূপৰ ইংৰাজী শব্দ ইমান বেছি পৰিমাণে অসমীয়া ভাষালৈ আহিছে যে সেইবোৰ ইংৰাজী শব্দৰেই অসমীয়াত এখন শব্দকোষ প্ৰস্তুত কৰিব পাৰি। অসমীয়াত ব্যৱহৃত আন কিছুমান অসমীয়া হৰফত লিখা ইংৰাজী শব্দ হ'ল—অফিচ, ফৰ্ম, কৰ্ণেল, জুৰি, মটৰ, টায়াৰ, ইঞ্জিন, ছিগনেল, ট্ৰাক, টিউব, পেট্ৰল, টেলিগ্ৰাম, টেলিফোন, মবাইল, টি.ভি. ফাৰ্মাচী, কুইনাইন, জণ্ডিছ, কলেজ, মেপ, টেবুল, মাষ্টৰ, প্ৰফেছৰ, পাছ, বি. এ., এম. এ., পি. এইছ. ডি., নেট, ডি. লিট., ক্ৰিকেট, টেনিছ, ব্ৰিজ, ফুটবল, বেংক, প্ৰেছ, টাইপ, ডি. টি. পি., ডিমাই চাইজ, প্ৰুফ, ড্ৰয়িংৰুম, বিয়েৰ, বাথৰুম, বেছিন, টাৱেল, পাউদাৰ



ইত্যাদি।

অসমীয়া ভাষাত ইংৰাজী শব্দৰ ব্যৱহাৰৰ নিদৰ্শন হ'ল— প্ৰদীপে বি. এ., এম. এ. পাছ কৰি পি. এইচ. ডি.ও কৰিলে, নেটো পালে, তথাপি কলেজত কামটো নাপালে।

উল্লিখিত বাক্যটোৰ চৈধ্যটা শব্দৰ সাতোটাই ইংৰাজী; অথচ ই এটা অসমীয়া বাক্য। এনেদৰেই ইংৰাজী শব্দবোৰ অসমীয়া ভাষালৈ আহি অসমীয়া শব্দ হৈ পৰিছে।

কেতিয়াবা ইংৰাজী শব্দটো ধাৰ নকৰি তাৰ অৰ্থৰ লগত সংগতি ৰাখি নতুন অসমীয়া শব্দ গঠন কৰি লোৱা হয়। এনে শব্দবোৰেই অনুবাদ শব্দ। অনুবাদ শব্দ গঠনৰ প্ৰক্ৰিয়া 'অৰুণোদই' (১৮৪৬) কাকতৰ সময়তে আৰম্ভ হৈছিল। এই প্ৰক্ৰিয়া এতিয়াও চলি আছে আৰু ভৱিষ্যতেও চলি থাকিব। অসমীয়াত এনে অনুবাদ শব্দৰ সংখ্যাও অলেখ। তাৰে কেইটামান হ'ল—

দৃষ্টিকোণ (angle of vision), বাতৰি কাকত (News paper), মাহিলী বা মাহেকীয়া (Monthly), মাইলৰ খুঁটি (Milestone), স্বৰ্ণযুগ (Golden era), ৰজত জয়ন্তী (Silver Jubilee), হীৰক জয়ন্তী (Diamond Jubilee), সুবৰ্ণ সুযোগ (Golden opportunity), শতবাৰ্ষিকী (Centenary), তথাকথিত (so-called), কন্দুৰা গেছ (Tear gas), অদূৰ ভৱিষ্যত (in near future), সোঁহাত (Right hand) ইত্যাদি।

এই অনুবাদ শব্দবোৰ অসমীয়া ভাষাৰ লগত এনেদৰে মিলি পৰিছে যে ইংৰাজী ভাষাজ্ঞান নাথাকিলে সেইবোৰ অনুবাদ বুলি ধৰাই টান।

অনুবাদ শব্দৰ দৰেই অসমীয়া ভাষাত আৰু এক শ্ৰেণীৰ শব্দ আছে, যিবোৰক **পাৰিভাষিক** শব্দ বোলা হয়। অনেক ক্ষেত্ৰত এইবোৰ অনূদিত যদিও কিছুমান ক্ষেত্ৰত ভাবাৰ্থহে সাজি লোৱা শব্দবোৰত ৰক্ষা কৰা হৈছে। যেনে— উপপ্ৰতি সমাহৰ্তা (sub deputy collector)। "কেন্দ্ৰীয় চৰকাৰৰ সিদ্ধান্তক্ৰমে কাৰ্যালয়ৰ যোগাযোগ ভাৰতীয় ভাষাত কৰিবলৈ লোৱাত আৰু অসম চৰকাৰেও ৰাজ্য ভাষাতে এনেদৰে যোগাযোগ কৰিবলৈ লোৱাত অলেখ নতুন শব্দৰ প্ৰয়োজন হ'ল। শিক্ষাৰ মাধ্যম অসমীয়া কৰা বাবে বিজ্ঞান, অৰ্থনীতি, ৰাজনীতি, ভাষাবিজ্ঞান আদিৰ বাবে হাজাৰ হাজাৰ নতুন শব্দ গঠন কৰিব লগা হ'ল।" এনে কাৰণতেই

গুৱাহাটী বিশ্ববিদ্যালয়ে পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞান, অৰ্থনীতি, দৰ্শন, ৰাজনীতি আদি বিভিন্ন বিষয়ৰ পৰিভাষা প্ৰস্তুত কৰি উলিয়াইছিল। ইংৰাজী শব্দৰ আধাৰত এই পাৰিভাষিক শব্দবোৰ গঠন কৰোঁতে ভাব প্ৰকাশৰ সুবিধাৰ কাৰণে সংস্কৃত তৎসম শব্দৰ ওপৰত প্ৰাধান্য দিয়া হৈছিল। কিছুমান শব্দ আৰবী-পাৰ্চীমূলীয় শব্দ আধাৰিত। পাৰিভাষিক শব্দবোৰৰ অধিকাংশই ৰাষ্ট্ৰভাষা হিন্দীৰ পৰা অহা আৰু কিছুমান আহিছে বাংলা ভাষাৰ পৰা। সেয়েহে এই শব্দবোৰক ড° ৰমেশ পাঠকে 'অন্যান্য ভাৰতীয় আৰ্য ভাষাৰ শব্দ'ৰ শিতানত স্থান দি সেই বিষয়ে আলোচনা কৰিছে। তেওঁৰ মতে অসমীয়াত সম্ভৱতঃ দহ-পোন্ধৰ হাজাৰমান পাৰিভাষিক শব্দ আছে।

**অজ্ঞাত উৎসৰ পৰা অহা শব্দ** ঃ অসমীয়া ভাষাত আৰু এনে অনেক শব্দ পোৱা যায়, যিবোৰৰ উৎস বা মূল অজ্ঞাত। প্ৰসিদ্ধ বাংলা ভাষাবিদ ড° সুকুমাৰ সেনে এনে অজ্ঞাত উৎসৰ পৰা অহা শব্দবোৰক দেশী শব্দ আখ্যা দিছে। তেওঁৰ মতে এই 'শব্দগুলি বাহিৰেৰ কোন ভাষা হইতে আসে নাই। এগুলি আসিয়াছে দেশেৰ প্ৰাচীনতম অধিবাসীদেৰ ভাষা অষ্ট্ৰিক, দ্ৰাবিড় অথবা কোনো অজ্ঞাত ভাষাবংশ হইতে" (ভাষাৰ ইতিবৃত্ত, ১৯৬৫, পৃ. ১৬১)। সংস্কৃত ভাষাত থকা মূৰ্দ্ধন্য ধ্বনিৰে আৰম্ভ হোৱা টীকা, ডমৰ (uproar) আৰু ঢক্কা (a large drum) শব্দৰ মূল অজ্ঞাত। সংস্কৃতৰ পৰা অহা অসমীয়া টীকা আৰু ঢোল শব্দৰ মূলো সেয়েহে অজ্ঞাত। অসমীয়াত অজ্ঞাত মূলৰ পৰা অহা শব্দৰ বিষয়ে বিশেষ আলোচনা হোৱা নাই।

●●●

॥ ৩॥

# প্ৰত্যয় আৰু সৰ্গ

৩.১. (ক) অনাবৃষ্টিয়ে এইবাৰ কৃষকক জুৰুলা কৰিলে।
(খ) শহুৰেকেহঁত গড়মুৰীয়া গোঁসাইৰ শৰণীয়া।
(গ) ফুকননীয়ে এইমাত্ৰ চিঠিখন দি গ'ল।

উল্লিখিত (ক), (খ) আৰু (গ) শিতানৰ বৰ হ্ৰাতৰ শব্দকেইটা বিশ্লেষণ কৰিলে ক্ৰমে নিম্নলিখিত ৰূপবোৰ পোৱা যাব—

অনা + বৃষ্টি + এ, কৃষক + ক, কৰ্ + ইল্ + এ;
শহুৰ + এক + হঁত, গড়মুৰ + ঈয়া, গোসাঁই + ৰ,
শৰণ + ঈয়া;
ফুকন + অনী + এ, চিঠি + খন, যা + ল;

উল্লিখিত দহোটা শব্দত ব্যৱহৃত মৌলিক বা মূল শব্দ বা ৰূপ হৈছে ক্ৰমে **বৃষ্টি, কৃষক, কৰ্, শহুৰ, গড়মুৰ, গোঁসাই, শৰণ, ফুকন, চিঠি** আৰু **যা**। স্বাধীনভাৱে অৰ্থ প্ৰকাশ কৰিব পৰা এই শব্দকেইটাৰ আগত বহা অনা আৰু পাছত বহা ক্ৰমে—এ, -ক, -ইল, -এ; -এক, -হঁত, -ঈয়া, -ৰ, -ঈয়া, -অনী, -এ, -খন আৰু -ল—এই ৰূপকেইটাৰ নিজস্ব অৰ্থ আছে যদিও সিহঁতে সেই অৰ্থ অকলে প্ৰকাশ কৰিব নোৱাৰে; উল্লিখিত মূল ৰূপকেইটাৰ আগত বা পিছত বহিলেহে সিহঁত অৰ্থ প্ৰকাশক্ষম হয়। এইদৰে স্বাধীনভাৱে অৰ্থ প্ৰকাশ কৰিব নোৱাৰা ৰূপবোৰক আধুনিক ভাষা বিজ্ঞানত বদ্ধৰূপ (found morpheme) বোলা হয়। অসমীয়া ভাষাত এই ৰূপবোৰক সাধাৰণভাৱে প্ৰত্যয় বা সৰ্গ আখ্যা দিয়া হয়, যিবোৰক ইংৰাজীত বোলা হয় affix। সৰ্গ বা প্ৰত্যয় দুয়োটাই তৎসম শব্দ। সংস্কৃত ব্যাকৰণত এই শব্দ দুটাই সীমিত অৰ্থ প্ৰকাশ কৰে। সৰ্গৰ আগত 'উপ' যোগ হৈ হোৱা 'উপসৰ্গ' শব্দই সংস্কৃতত ধাতুৰ আগত যোগ হোৱা বদ্ধৰূপবোৰক (prefix) বুজায় আৰু 'প্ৰত্যয়' শব্দই ধাতু আৰু শব্দৰ পিছত যোগ হোৱা বদ্ধৰূপ (suffix) কৃৎ আৰু তদ্ধিতবোৰক বুজায়; আনহাতে 'বিভক্তি' শব্দই সংস্কৃতত

কেৱল 'সুপ্' আৰু 'তিঙ্' বিভক্তিবোৰক বুজায়। অৱশ্যে শব্দ বা ধাতুৰ পাছত যোগ হোৱা হিচাপে কৃৎ-তদ্ধিৎ আৰু সুপ্-তিঙ্ বিভক্তি আটাইবোৰেই suffix অৰ্থাৎ পৰপ্ৰত্যয়। অসমীয়া ব্যাকৰণবোৰত সংস্কৃতৰ দৰে উপসৰ্গ, প্ৰত্যয় আৰু বিভক্তি এই তিনিওটা শব্দৰ প্ৰয়োগ আছে যদিও সামগ্ৰিকভাৱে অসমীয়াত সৰ্গ বা প্ৰত্যয় শব্দই ইংৰাজী affix-ৰ দৰে উপসৰ্গ, প্ৰত্যয় আৰু বিভক্তি এই তিনিও বিধ বদ্ধৰূপকে সামৰি লয়। সেই হিচাপে অসমীয়া সৰ্গ বা প্ৰত্যয়, ইংৰাজী affix শব্দৰ সমাৰ্থক।

**সৰ্গ বা প্ৰত্যয়ৰ প্ৰকাৰভেদ** ঃ বাক্যত প্ৰয়োগৰ স্থান আৰু গুণ বা কাৰ্য— এই দুটা কথাৰ ভিত্তিত অসমীয়া ভাষাৰ সৰ্গ বা প্ৰত্যয়বোৰক প্ৰধানতঃ দুটা ভাগত ভগোৱা হয় ঃ অৱস্থানগত সৰ্গ (positional affix) আৰু গুণগত বা কাৰ্যগত সৰ্গ (funtional affix)। অৱস্থানগত সৰ্গৰ দুটা ভাগ ঃ উপসৰ্গ বা পূৰ্বসৰ্গ (prefix) আৰু পৰসৰ্গ বা পৰপ্ৰত্যয় (suffix)। গুণগত বা কাৰ্যগত সৰ্গৰো প্ৰধান ভাগ দুটা ঃ শব্দসাধনমূলক বা ব্যুৎপত্তিমূলক (derivatives) আৰু বিভক্তিমূলক (inflectives)। এই দুটা বিভাগৰো বিভিন্ন উপ বিভাগ আছে। তলত ৰেখাচিত্ৰৰ সহায়ত অসমীয়া ভাষাৰ সৰ্গ বা প্ৰত্যয়বোৰ শ্ৰেণী বিভাগ কৰি দেখুওৱা হ'ল—




উল্লিখিত তালিকাত অন্তৰ্ভুক্ত নোহোৱা সৰ্গবোৰৰ অৱস্থানগত আন এটা ভাগ হৈছে অন্তঃসৰ্গ বা মধ্যসৰ্গ। এই শ্ৰেণীৰ সৰ্গবোৰে শব্দমূল বা প্ৰকৃতিটোক ফালি তাৰ মাজত সোমাই নতুন অৰ্থবাচক শব্দ গঠন কৰে। সেয়েহে শব্দত প্ৰয়োগৰ দিশৰ পৰা এনেবোৰ সৰ্গক অন্তঃসৰ্গ বা মধ্যসৰ্গ (infix) বোলা হয়। বিশিষ্ট ভাষাতত্ত্ববিদ এইছ. এ. গ্লিছনৰ মতে "An infix is a morpheme which is inserted into the stem with which it is associated." (An introduction to Descriptive Linguistics, 1970, P. 73)। উদাহৰণস্বৰূপে তেওঁ দক্ষিণ-পূব এচিয়াৰ টাগালাগ ভাষাত কেঁচা শাক-পাচলি (green vegetables) বুজোৱা gulay শব্দটো উল্লেখ কৰিছে। এই মৌলিক শব্দটো ফালি মাজত 'in' যোগ কৰিলে শব্দটো হয় ginulay আৰু তেতিয়া তাৰ অৰ্থ হয় greenish blue।

ভাৰতীয় আৰ্য ভাষাত অন্তঃসৰ্গৰ ব্যৱহাৰ বিৰল। অসমীয়া ভাষাতো অন্তঃসৰ্গৰ ব্যৱহাৰ দেখা নাযায়। অসমীয়া ভাষাত কিছুমান সৰ্গ মূল শব্দৰ পাছত লেঠাৰি লাগি বহে। উদাহৰণস্বৰূপে, 'কিতাপকেইখনৰ'—এই যৌগিক শব্দটোৰ মূল বা প্ৰকৃতি হৈছে 'কিতাপ'; তাৰ পাছত ক্ৰমে অনিৰ্দিষ্টতাবাচক সৰ্গ 'কেই', বস্তুৰ আকৃতি-প্ৰকৃতি বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ 'খন' আৰু ষষ্ঠী-ৰ বিভক্তি যোগ কৰা হৈছে। ইয়াত 'কেই' বদ্ধৰূপ বা সৰ্গটোক এফালে 'কিতাপ' আৰু আনফালে 'খন' প্ৰত্যয়ে আগুৰি আছে। সেইদৰে 'কেই' আৰু '-ৰ' বিভক্তিৰ মাজত আছে 'খন' সৰ্গ। ইয়াত 'কেই' আৰু 'খন' দুয়োটা যৌগিক শব্দটোৰ মাজতহে বহিছে, মূল 'কিতাপ' শব্দটো ফালি তাৰ মাজত বহি নতুন অৰ্থবাচক শব্দ গঠন কৰা নাই। গতিকে 'কেই', 'খন' অন্তঃসৰ্গ নহয়;[১] মূল শব্দত অতিৰিক্ত অৰ্থ সংযোগ কৰা এই দুটা বিশেষ অৰ্থবাচক বিভক্তিমূলক সৰ্গহে।

ওপৰৰ ৰেখা চিত্ৰৰ পৰা দেখা যায় যে অৱস্থানগতভাৱে উপসৰ্গ আৰু পৰসৰ্গ বা পৰ প্ৰত্যয়ৰ অন্তৰ্গত কিছুমান সৰ্গ গুণগতভাৱে শব্দসাধনমূলক আৰু কিছুমান সৰ্গ বিভক্তিমূলক। উপসৰ্গ, কৃৎ আৰু তদ্ধিৎ প্ৰত্যয়বোৰ শব্দসাধনমূলক সৰ্গ। ইবোৰৰ বাহিৰে বাকী আটাইবোৰ সৰ্গই বিভক্তিমূলক। শব্দসাধনমূলক আৰু বিভক্তিমূলক সৰ্গবোৰৰ মাজত থকা কেইটামান প্ৰধান পাৰ্থক্য হৈছে এনে ধৰণৰ—

১. শব্দসাধনমূলক শব্দবোৰে মূল শব্দ বা প্ৰকৃতিৰ গাতে লাগি বহি সেই

১। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ.১১; এই গ্ৰন্থত তেখেতে উল্লিখিত পৰিবেশত থকা 'কেই'টোক মধ্যসৰ্গ বুলিছে, পৃ.৬

কেৱল 'সুপ্' আৰু 'তিঙ্' বিভক্তিবোৰক বুজায়। অৱশ্যে শব্দ বা ধাতুৰ পাছত যোগ হোৱা হিচাপে কৃৎ-তদ্ধিৎ আৰু সুপ্-তিঙ্ বিভক্তি আটাইবোৰেই suffix অৰ্থাৎ পৰপ্ৰত্যয়। অসমীয়া ব্যাকৰণবোৰত সংস্কৃতৰ দৰে উপসৰ্গ, প্ৰত্যয় আৰু বিভক্তি এই তিনিওটা শব্দৰ প্ৰয়োগ আছে যদিও সামগ্ৰিকভাৱে অসমীয়াত সৰ্গ বা প্ৰত্যয় শব্দই ইংৰাজী affix-ৰ দৰে উপসৰ্গ, প্ৰত্যয় আৰু বিভক্তি এই তিনিও বিধ বদ্ধৰূপকে সামৰি লয়। সেই হিচাপে অসমীয়া সৰ্গ বা প্ৰত্যয়, ইংৰাজী affix শব্দৰ সমাৰ্থক।

**সৰ্গ বা প্ৰত্যয়ৰ প্ৰকাৰভেদ ঃ** বাক্যত প্ৰয়োগৰ স্থান আৰু গুণ বা কাৰ্য— এই দুটা কথাৰ ভিত্তিত অসমীয়া ভাষাৰ সৰ্গ বা প্ৰত্যয়বোৰক প্ৰধানতঃ দুটা ভাগত ভগোৱা হয় ঃ অৱস্থানগত সৰ্গ (positional affix) আৰু গুণগত বা কাৰ্যগত সৰ্গ (funtional affix)। অৱস্থানগত সৰ্গৰ দুটা ভাগ ঃ উপসৰ্গ বা পূৰ্বসৰ্গ (prefix) আৰু পৰসৰ্গ বা পৰপ্ৰত্যয় (suffix)। গুণগত বা কাৰ্যগত সৰ্গৰো প্ৰধান ভাগ দুটা ঃ শব্দসাধনমূলক বা ব্যুৎপত্তিমূলক (derivatives) আৰু বিভক্তিমূলক (inflectives)। এই দুটা বিভাগৰো বিভিন্ন উপ বিভাগ আছে। তলত ৰেখাচিত্ৰৰ সহায়ত অসমীয়া ভাষাৰ সৰ্গ বা প্ৰত্যয়বোৰ শ্ৰেণী বিভাগ কৰি দেখুওৱা হ'ল—




উল্লিখিত তালিকাত অন্তৰ্ভুক্ত নোহোৱা সৰ্গবোৰৰ অৱস্থানগত আন এটা



ভাগ হৈছে অন্তঃসৰ্গ বা মধ্যসৰ্গ। এই শ্ৰেণীৰ সৰ্গবোৰে শব্দমূল বা প্ৰকৃতিটোক ফালি তাৰ মাজত সোমাই নতুন অৰ্থবাচক শব্দ গঠন কৰে। সেয়েহে শব্দত প্ৰয়োগৰ দিশৰ পৰা এনেবোৰ সৰ্গক অন্তঃসৰ্গ বা মধ্যসৰ্গ (infix) বোলা হয়। বিশিষ্ট ভাষাতত্ত্ববিদ এইছ. এ. গ্লিছনৰ মতে "An infix is a morpheme which is inserted into the stem with which it is associated." (An introduction to Descriptive Linguistics, 1970, P. 73)। উদাহৰণস্বৰূপে তেওঁ দক্ষিণ-পূব এচিয়াৰ টাগালাগ ভাষাত কেঁচা শাক-পাচলি (green vegetables) বুজোৱা gulay শব্দটো উল্লেখ কৰিছে। এই মৌলিক শব্দটো ফালি মাজত 'in' যোগ কৰিলে শব্দটো হয় ginulay আৰু তেতিয়া তাৰ অৰ্থ হয় greenish blue।

ভাৰতীয় আৰ্য ভাষাত অন্তঃসৰ্গৰ ব্যৱহাৰ বিৰল। অসমীয়া ভাষাতো অন্তঃসৰ্গৰ ব্যৱহাৰ দেখা নাযায়। অসমীয়া ভাষাত কিছুমান সৰ্গ মূল শব্দৰ পাছত লেঠাৰি লাগি বহে। উদাহৰণস্বৰূপে, 'কিতাপকেইখনৰ'—এই যৌগিক শব্দটোৰ মূল বা প্ৰকৃতি হৈছে 'কিতাপ'; তাৰ পাছত ক্ৰমে অনিৰ্দিষ্টতাবাচক সৰ্গ 'কেই', বস্তুৰ আকৃতি-প্ৰকৃতি বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ 'খন' আৰু ষষ্ঠী-ৰ বিভক্তি যোগ কৰা হৈছে। ইয়াত 'কেই' বদ্ধৰূপ বা সৰ্গটোক এফালে 'কিতাপ' আৰু আনফালে 'খন' প্ৰত্যয়ে আগুৰি আছে। সেইদৰে 'কেই' আৰু '-ৰ' বিভক্তিৰ মাজত আছে 'খন' সৰ্গ। ইয়াত 'কেই' আৰু 'খন' দুয়োটা যৌগিক শব্দটোৰ মাজতহে বহিছে, মূল 'কিতাপ' শব্দটো ফালি তাৰ মাজত বহি নতুন অৰ্থবাচক শব্দ গঠন কৰা নাই। গতিকে 'কেই', 'খন' অন্তঃসৰ্গ নহয়;[১] মূল শব্দত অতিৰিক্ত অৰ্থ সংযোগ কৰা এই দুটা বিশেষ অৰ্থবাচক বিভক্তিমূলক সৰ্গহে।

ওপৰৰ ৰেখা চিত্ৰৰ পৰা দেখা যায় যে অৱস্থানগতভাৱে উপসৰ্গ আৰু পৰসৰ্গ বা পৰ প্ৰত্যয়ৰ অন্তৰ্গত কিছুমান সৰ্গ গুণগতভাৱে শব্দসাধনমূলক আৰু কিছুমান সৰ্গ বিভক্তিমূলক। উপসৰ্গ, কৃৎ আৰু তদ্ধিৎ প্ৰত্যয়বোৰ শব্দসাধনমূলক সৰ্গ। ইবোৰৰ বাহিৰে বাকী আটাইবোৰ সৰ্গই বিভক্তিমূলক। শব্দসাধনমূলক আৰু বিভক্তিমূলক সৰ্গবোৰৰ মাজত থকা কেইটামান প্ৰধান পাৰ্থক্য হৈছে এনে ধৰণৰ—

১. শব্দসাধনমূলক শব্দবোৰে মূল শব্দ বা প্ৰকৃতিৰ গাতে লাগি বহি সেই

১। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ.১১; এই গ্ৰন্থত তেখেতে উল্লিখিত পৰিবেশত থকা 'কেই'টোক মধ্যসৰ্গ বুলিছে, পৃ.৬

প্ৰকৃতিক আশ্ৰয় কৰি নতুন অৰ্থবাচক শব্দহে গঠন কৰে। তদুপৰি এই সৰ্গবোৰে শব্দৰ শ্ৰেণী পৰিবৰ্তন কৰে। যেনে—

| উপসৰ্গ | মূল শব্দ | পৰসৰ্গ | নতুন অৰ্থবাচক শব্দ |
|---|---|---|---|
| আও | বাট (বিশেষ্য) | —— | আওবাট (নতুন বিশেষ্য) |
| বে | দখল (বিশেষ্য) | —— | বেদখল (নতুন বিশেষ্য) |
| | ফুল (বিশেষ্য) | -অনি (তদ্ধিত) | ফুলনি (নতুন বিশেষ্য) |
| | জোন (বিশেষ্য) | -আলী (তদ্ধিত) | জোনালী (নতুন বিশেষ্য) |
| | ঘন (বিশেষণ) | -আই (তদ্ধিত) | ঘনাই (ক্ৰিয়া বিশেষণ) |
| | খা (ধাতু) | -অন (কৃৎ) | খাৱন (কৃদন্তপদ) ইত্যাদি। |

আনহাতে বিভক্তিমূলক সৰ্গবোৰ মূল শব্দৰ গাতে লাগিও বহিব পাৰে, শব্দসাধনমূলক সৰ্গযুক্ত সাধিত শব্দৰ পাছতো যোগ হ'ব পাৰে অথবা সাধিত বা মৌলিক শব্দৰ পাছত লগ লগা বিভক্তিৰ পাছতো যোগ হ'ব পাৰে। তদুপৰি অসমীয়াত বিভক্তিমূলক সৰ্গবোৰ ইটোৰ পাছত সিটো লগ লাগি বহিবও পাৰে। এনে সৰ্গই মূল শব্দৰ অৰ্থ পৰিবৰ্তন নকৰে, মাত্ৰ শব্দটোৰ ৰূপাত্মক পৰিবৰ্তন ঘটায়। যেনে—

| মূল শব্দ | বিভক্তিমূলক সৰ্গ | ৰূপাত্মক শব্দ |
|---|---|---|
| দশৰথ (মৌলিক শব্দ) | + -এ | = দশৰথে |
| খাৰধীয়া (সাধিত শব্দ) | + -টো + -ক | = খাৰধীয়াটোক |
| দেউতা (মৌলিক শব্দ) | + -ক + -হঁত + -ৰ | = দেউতাকহঁতৰ ইত্যাদি। |

২. শব্দসাধনমূলক সৰ্গবোৰ মূল শব্দটোৰ গাতে লাগি থকা ভিতৰৰ তৰপৰ (inner layer) সামগ্ৰী।[২] ভাষাটোৰ জ্ঞান নাথাকিলে মূল শব্দ আৰু সৰ্গ কেতিয়াবা সহজে পৃথক কৰিব নোৱাৰি। তদুপৰি এনে সৰ্গৰ যোগত কেতিয়াবা সাধিত শব্দৰ গাঁথনিক ৰূপৰ কিছু পৰিবৰ্তন ঘটে। যেনে—ধাৰ + উৱা = ধৰুৱা। '-উৱা' প্ৰত্যয়ৰ যোগত মূল শব্দ ধাৰ > ধৰ হৈ 'ধৰুৱা' হৈছে।

আনহাতে বিভক্তিমূলক সৰ্গবোৰ বাহিৰৰ তৰপৰ (outer layer) সামগ্ৰী।[৩] সেয়েহে মূল শব্দৰ পৰা বিভক্তিবোৰ সহজে পৃথক কৰিব পাৰি। বিভক্তিমূলক

২। E.A.Nida : Morphology, p.99
৩। উল্লিখিত গ্ৰন্থ, পৃ.৭



সৰ্গৰ যোগত মূল শব্দৰ গাঁথনিক ৰূপৰ পৰিবৰ্তন নহয়। যেনে—ল'ৰাবোৰ গ'লগৈ। ইয়াত মূল শব্দ 'ল'ৰা' আৰু সৰ্গ 'বোৰ', সহজে পৃথক কৰিব পাৰি। তদুপৰি '-বোৰ' সৰ্গৰ যোগতো 'ল'ৰা' শব্দৰ গাঁথনিক ৰূপৰ কোনো পৰিবৰ্তন হোৱা নাই।

৩. শব্দসাধনমূলক সৰ্গবোৰৰ প্ৰয়োগত সীমাৱদ্ধতা আছে। এই সৰ্গবোৰ ৰূপ সাপেক্ষ। বিশেষ বিশেষ ৰূপৰ পাছতহে ইহঁত যোগ হয়। যেনে—'অনি' সৰ্গ ধান, মাহ, সৰিয়হ, ফুল, শাক আদি বিশেষ বিশেষ ৰূপৰ পাছতহে যোগ হ'ব পাৰে। কিন্তু বিভক্তিমূলক সৰ্গবোৰৰ প্ৰয়োগত তুলনামূলকভাৱে সীমাৱদ্ধতা কম। বিশেষকৈ শব্দ বিভক্তি আৰু ক্ৰিয়া বিভক্তিবোৰ যিকোনো ৰূপৰ পাছত যোগ হ'ব পাৰে।

এইদৰে দেখা যায় যে অৱস্থানগতভাৱে পৰসৰ্গ বা পৰ প্ৰত্যয়ৰ অন্তৰ্গত যদিও গুণগতভাৱে শব্দসাধনমূলক সৰ্গবোৰ ঘাইকৈ শব্দ গঠনাত্মক শ্ৰেণীৰ আৰু বিভক্তিমূলক সৰ্গবোৰ ৰূপাত্মক শ্ৰেণীৰ। বৰ্তমান অধ্যায়ত শব্দসাধনমূলক উপসৰ্গ, কৃৎ আৰু তদ্ধিতৰ বিষয়েহে আলোচনা কৰা হ'ব। পৰৱৰ্তী অধ্যায়বোৰত বিভক্তিমূলক সৰ্গৰ ব্যৱহাৰ দেখুৱাবলৈ যত্ন কৰা হ'ব।

উপসৰ্গ ঃ অসমীয়া ভাষাত ধাতু বা শব্দৰ আগত যোগ হৈ নতুন অৰ্থবাচক শব্দ গঠন কৰা উপসৰ্গৰ সংখ্যা সৰ্বমুঠ আঠৈকুৰিমান হ'ব। ইয়াৰে কুৰিটা তৎসম শব্দৰ জৰিয়তে অহা সংস্কৃত উপসৰ্গ। সংস্কৃতত ব্যৱহৃত কুৰিটা উপসৰ্গ আচলতে কুৰিটা অব্যয়হে। কিন্তু ধাতুৰ আগত যুক্ত হ'লে ইবোৰক উপসৰ্গ বোলা হয়। প্ৰতিটো উপসৰ্গই অৰ্থযুক্ত। কিন্তু ধাতু বা শব্দৰ আগত যোগ হ'লেহে ইহঁতৰ অৰ্থ প্ৰকাশ পায়। সেয়েহে ভিন ভিন উপসৰ্গৰ যোগত কেতিয়াবা একেটা ধাতুৰেই ভিন্ন অৰ্থ প্ৰকাশ কৰে; কেতিয়াবা বিপৰীত অৰ্থ সূচনা কৰে আৰু কেতিয়াবা ধাতুটোৰ অৰ্থ মাত্ৰ বিশেষকৈ প্ৰকাশ কৰে। উদাহৰণস্বৰূপে, 'গ্ৰহণ কৰা' অৰ্থ প্ৰকাশ কৰা 'গ্ৰহ' ধাতুৰ আগত 'আ' উপসৰ্গ যোগ কৰি 'আগ্ৰহ' কৰিলে অৰ্থ হয় 'হেপাঁহ', 'বি' যোগ কৰি 'বিগ্ৰহ' কৰিলে হয় 'যুদ্ধ' আৰু 'পৰি' যোগ কৰি 'পৰিগ্ৰহ' কৰিলে অৰ্থ হয় 'গ্ৰহণ কৰা'। এইদৰে কুৰিটা উপসৰ্গৰ যোগত ভিন্ন অৰ্থবাচক অজস্ৰ শব্দ সংস্কৃতত গঠন কৰা হয়। তদুপৰি সংস্কৃতত একেটা মাত্ৰ ধাতুৰ আগত একেলগে কেইবাটাও উপসৰ্গ যোগ হ'ব পাৰে। যেনে—অভি + আ + গম্ (ধাতু) + ক্ত = অভ্যাগত। এনেদৰে উপসৰ্গযুক্ত সংস্কৃত শব্দ তৎসম

প্ৰকৃতিক আশ্ৰয় কৰি নতুন অৰ্থবাচক শব্দহে গঠন কৰে। তদুপৰি এই সৰ্গবোৰে শব্দৰ শ্ৰেণী পৰিবৰ্তন কৰে। যেনে—

| উপসৰ্গ | মূল শব্দ | পৰসৰ্গ | নতুন অৰ্থবাচক শব্দ |
|---|---|---|---|
| আও | বাট (বিশেষ্য) | —— | আওবাট (নতুন বিশেষ্য) |
| বে | দখল (বিশেষ্য) | —— | বেদখল (নতুন বিশেষ্য) |
| | ফুল (বিশেষ্য) | -অনি (তদ্ধিত) | ফুলনি (নতুন বিশেষ্য) |
| | জোন (বিশেষ্য) | -আলী (তদ্ধিত) | জোনালী (নতুন বিশেষ্য) |
| | ঘন (বিশেষণ) | -আই (তদ্ধিত) | ঘনাই (ক্ৰিয়া বিশেষণ) |
| | খা (ধাতু) | -অন (কৃৎ) | খাৱন (কৃদন্তপদ) ইত্যাদি। |

আনহাতে বিভক্তিমূলক সৰ্গবোৰ মূল শব্দৰ গাতে লাগিও বহিব পাৰে, শব্দসাধনমূলক সৰ্গযুক্ত সাধিত শব্দৰ পাছতো যোগ হ'ব পাৰে অথবা সাধিত বা মৌলিক শব্দৰ পাছত লগ লগা বিভক্তিৰ পাছতো যোগ হ'ব পাৰে। তদুপৰি অসমীয়াত বিভক্তিমূলক সৰ্গবোৰ ইটোৰ পাছত সিটো লগ লাগি বহিবও পাৰে। এনে সৰ্গই মূল শব্দৰ অৰ্থ পৰিবৰ্তন নকৰে, মাত্ৰ শব্দটোৰ ৰূপাত্মক পৰিবৰ্তন ঘটায়। যেনে—

| মূল শব্দ | বিভক্তিমূলক সৰ্গ | ৰূপাত্মক শব্দ |
|---|---|---|
| দশৰথ (মৌলিক শব্দ) | + -এ | = দশৰথে |
| খাৱৰীয়া (সাধিত শব্দ) | + -টো + -ক | = খাৱৰীয়াটোক |
| দেউতা (মৌলিক শব্দ) | + -ক + -হঁত + -ৰ | = দেউতাকহঁতৰ ইত্যাদি। |

২. শব্দসাধনমূলক সৰ্গবোৰ মূল শব্দটোৰ গাতে লাগি থকা ভিতৰৰ তৰপৰ (inner layer) সামগ্ৰী।[২] ভাষাটোৰ জ্ঞান নাথাকিলে মূল শব্দ আৰু সৰ্গ কেতিয়াবা সহজে পৃথক কৰিব নোৱাৰি। তদুপৰি এনে সৰ্গৰ যোগত কেতিয়াবা সাধিত শব্দৰ গাঁথনিক ৰূপৰ কিছু পৰিবৰ্তন ঘটে। যেনে—ধাৰ + উৱা = ধৰুৱা। '-উৱা' প্ৰত্যয়ৰ যোগত মূল শব্দ ধাৰ > ধৰ হৈ 'ধৰুৱা' হৈছে।

আনহাতে বিভক্তিমূলক সৰ্গবোৰ বাহিৰৰ তৰপৰ (outer layer) সামগ্ৰী।[৩] সেয়েহে মূল শব্দৰ পৰা বিভক্তিবোৰ সহজে পৃথক কৰিব পাৰি। বিভক্তিমূলক

২। E.A.Nida : Morphology, p.99
৩। উল্লিখিত গ্ৰন্থ, পৃ.৭



সৰ্গৰ যোগত মূল শব্দৰ গাঁথনিক ৰূপৰ পৰিবৰ্তন নহয়। যেনে—ল'ৰাবোৰ গ'লগৈ। ইয়াত মূল শব্দ 'ল'ৰা' আৰু সৰ্গ 'বোৰ', সহজে পৃথক কৰিব পাৰি। তদুপৰি '-বোৰ' সৰ্গৰ যোগতো 'ল'ৰা' শব্দৰ গাঁথনিক ৰূপৰ কোনো পৰিবৰ্তন হোৱা নাই।

৩. শব্দসাধনমূলক সৰ্গবোৰৰ প্ৰয়োগত সীমাবদ্ধতা আছে। এই সৰ্গবোৰ ৰূপ সাপেক্ষ। বিশেষ বিশেষ ৰূপৰ পাছতহে ইহঁত যোগ হয়। যেনে—'অনি' সৰ্গ ধান, মাহ, সৰিয়হ, ফুল, শাক আদি বিশেষ বিশেষ ৰূপৰ পাছতহে যোগ হ'ব পাৰে। কিন্তু বিভক্তিমূলক সৰ্গবোৰৰ প্ৰয়োগত তুলনামূলকভাৱে সীমাবদ্ধতা কম। বিশেষকৈ শব্দ বিভক্তি আৰু ক্ৰিয়া বিভক্তিবোৰ যিকোনো ৰূপৰ পাছত যোগ হ'ব পাৰে।

এইদৰে দেখা যায় যে অৱস্থানগতভাৱে পৰসৰ্গ বা পৰ প্ৰত্যয়ৰ অন্তৰ্গত যদিও গুণগতভাৱে শব্দসাধনমূলক সৰ্গবোৰ ঘাইকৈ শব্দ গঠনাত্মক শ্ৰেণীৰ আৰু বিভক্তিমূলক সৰ্গবোৰ ৰূপাত্মক শ্ৰেণীৰ। বৰ্তমান অধ্যায়ত শব্দসাধনমূলক উপসৰ্গ, কৃৎ আৰু তদ্ধিতৰ বিষয়েহে আলোচনা কৰা হ'ব। পৰৱৰ্তী অধ্যায়বোৰত বিভক্তিমূলক সৰ্গৰ ব্যৱহাৰ দেখুৱাবলৈ যত্ন কৰা হ'ব।

উপসৰ্গ ঃ অসমীয়া ভাষাত ধাতু বা শব্দৰ আগত যোগ হৈ নতুন অৰ্থবাচক শব্দ গঠন কৰা উপসৰ্গৰ সংখ্যা সৰ্বমুঠ আঢৈকুৰিমান হ'ব। ইয়াৰে কুৰিটা তৎসম শব্দৰ জৰিয়তে অহা সংস্কৃত উপসৰ্গ। সংস্কৃতত ব্যৱহৃত কুৰিটা উপসৰ্গ আচলতে কুৰিটা অব্যয়হে। কিন্তু ধাতুৰ আগত যুক্ত হ'লে ইবোৰক উপসৰ্গ বোলা হয়। প্ৰতিটো উপসৰ্গই অৰ্থযুক্ত। কিন্তু ধাতু বা শব্দৰ আগত যোগ হ'লেহে ইহঁতৰ অৰ্থ প্ৰকাশ পায়। সেয়েহে ভিন ভিন উপসৰ্গৰ যোগত কেতিয়াবা একেটা ধাতুৱেই ভিন্ন অৰ্থ প্ৰকাশ কৰে; কেতিয়াবা বিপৰীত অৰ্থ সূচনা কৰে আৰু কেতিয়াবা ধাতুটোৰ অৰ্থ মাত্ৰ বিশেষকৈ প্ৰকাশ কৰে। উদাহৰণস্বৰূপে, 'গ্ৰহণ কৰা' অৰ্থ প্ৰকাশ কৰা 'গ্ৰহ' ধাতুৰ আগত 'আ' উপসৰ্গ যোগ কৰি 'আগ্ৰহ' কৰিলে অৰ্থ হয় 'হেপাঁহ', 'বি' যোগ কৰি 'বিগ্ৰহ' কৰিলে হয় 'যুদ্ধ' আৰু 'পৰি' যোগ কৰি 'পৰিগ্ৰহ' কৰিলে অৰ্থ হয় 'গ্ৰহণ কৰা'। এইদৰে কুৰিটা উপসৰ্গৰ যোগত ভিন্ন অৰ্থবাচক অজস্ৰ শব্দ সংস্কৃতত গঠন কৰা হয়। তদুপৰি সংস্কৃতত একেটা মাত্ৰ ধাতুৰ আগত একেলগে কেইবাটাও উপসৰ্গ যোগ হ'ব পাৰে। যেনে—অভি + আ + গম্ (ধাতু) + ক্ত = অভ্যাগত। এনেদৰে উপসৰ্গযুক্ত সংস্কৃত শব্দ তৎসম

শব্দ হিচাপে অসমীয়া ভাষালৈ আহি অসমীয়া শব্দৰাজিৰ লগত এনেদৰে জীন গৈছে যে সেইবোৰ নক'লে সংস্কৃত বুলি ধৰিব নোৱাৰি। তলত অসমীয়া ভাষাৰ লগত মিলি যোৱা সংস্কৃত উপসৰ্গযুক্ত তৎসম শব্দ কিছুমান উল্লেখ কৰা হ'ল। লগতে প্ৰদৰ্শনমূলক বাক্য একোটাৰ জৰিয়তে সেই উপসৰ্গবোৰৰ বাক্যত ব্যৱহাৰ দেখুওৱা হ'ল।

উপসৰ্গ ঃ

প্ৰ ঃ প্ৰস্থান, প্ৰসিদ্ধ, প্ৰগতি, প্ৰণাম, প্ৰক্ষিপ্ত আদি।
—দেশৰ **প্ৰগতিয়ে** ৰাইজৰ **প্ৰগতি**।

পৰা ঃ পৰাক্ৰম, পৰাজিত, পৰাভূত, পৰায়ণ, পৰাধীন আদি।
—অসমীয়া মানুহ বৰ অতিথিপৰায়ণ।

অপ ঃ অপকৰ্ম, অপযশ, অপকাৰ, অপচয়, অপবাদ আদি।
—**অপযশ অপবাদে** জীৱনলৈ হতাশা আনে।

সম ঃ সংগীত, সংযোগ, সংসাৰ, সংস্কাৰ, সংহাৰ আদি
—**সংসাৰ** মৰুভূমিত **সংগীত** মৰুদ্যান স্বৰূপ।

নি ঃ নিকৰুণ, নিদাৰুণ, নিধি, নিহত, নিলয় আদি।
—পুত্ৰৰ মৃত্যুৰ **নিদাৰুণ** বাতৰিত পিতৃ মৰ্মাহত হ'ল।

অৱ ঃ অৱদান, অৱকাশ, অৱতাৰ, অৱতৰণ, অৱসৰ আদি।
—আধুনিক অসমীয়া ভাষা-সাহিত্যলৈ অৰুনোদই এক মহৎ **অৱদান**।

অনু ঃ অনুগত, অনুচৰ, অনুজ, অনুতাপ, অনুমান আদি।
—অৰ্ণৱ মোৰ **অনুজ** ভাই।

নিৰ ঃ নিৰ্গুণ, নিৰ্দয়, নিৰ্বাণ, নিৰ্ঘাত, নিৰাকাৰ আদি।
—আজি **নিৰ্ঘাত** ধুমুহা আহিব।

দুৰ ঃ দুৰ্গতি, দুৰ্গন্ধ, দুৰ্বল, দুৰ্লভ, দুৰ্যশ আদি।
—এইবাৰ বানপানীত গুৱাহাটীবাসীৰ **দুৰ্গতিৰ** সীমা নোহোৱা হ'ল।

বি ঃ বিখ্যাত, বিদায়, বিনয়, বিপৰীত, বিলয় আদি।
—কাজিৰঙা এশিঙীয়া গঁড়ৰ কাৰণে **বিখ্যাত**।

অধি ঃ অধিকাৰ, অধিপতি, অধিবাস, অধ্যয়ন, অধিষ্ঠান আদি।
—কালিলৈ গৌতমৰ বিয়া, আজি **অধিবাস**।



সু ঃ সুকৰ্ম, সুগন্ধ, সুগম, সুনীতি, সুযোগ আদি।
—হাতলৈ অহা **সুযোগ** এৰি দিব নালাগে।

উৎ ঃ উৎকৃষ্ট, উচ্চাৰণ, উন্নতি, উৎপাত, উৎসৰ্গ আদি।
—"অসমীয়া ভাষাৰ **উন্নতি** অসমীয়া সাহিত্যৰ **উন্নতিৰ** প্ৰথম ঢাপ।"

পৰি ঃ পৰিচয়, পৰিতাপ, পৰিধান, পৰিণাম, পৰিমাণ আদি।
—মানুহৰ ব্যৱহাৰেই মানুহৰ **পৰিচয়**।

প্ৰতি ঃ প্ৰতিকাৰ, প্ৰতিপদ, প্ৰতিপন্ন, প্ৰতিবাদী, প্ৰত্যক্ষ আদি।
—সঁচা কথাটো **প্ৰতিপন্ন** কৰিব নোৱাৰি ৰবি দুখত ভাগি পৰিছে।

অভি ঃ অভিজ্ঞ, অভিবাদন, অভিমান, অভিলাস, অভিশাপ আদি।
—ডাক্তৰ অধিকাৰী এগৰাকী **অভিজ্ঞ** চিকিৎসক।

অতি ঃ অতিক্ৰম, অতিবৃষ্টি, অতিৰিক্ত, অতিশয়, অতীত আদি।
—**অতিবৃষ্টিয়ে** কৃষকক এইবাৰ জুৰুলা কৰিলে।

অপি ঃ অসমীয়াত এই উপসৰ্গযুক্ত শব্দৰ ব্যৱহাৰ বিৰল।

উপ ঃ উপকূল, উপক্ৰম, উপস্থিত, উপদেশ, উপযুক্ত আদি।
—**উপদেশতকৈ** আৰ্হি ভাল।

আ ঃ আজন্ম, আপদ আগমন, আভৰণ, আৰক্ত আদি।
—মানুহজন **আজন্ম** ৰুগীয়া।

এই কুৰিটাৰ উপৰিও অসমীয়াত আৰু ডেৰকুৰিমান উপসৰ্গ আছে। অসমীয়াত এই উপসৰ্গবোৰ শব্দৰ আগত অৰ্থাৎ বিশেষ্য বা বিশেষণৰ আগত বহে। আনকি সংস্কৃত নি, বি, অৱ, সু, আ, উপ আদি উপসৰ্গও ঘৰুৱা অসমীয়া শব্দৰ আগত যোগ হৈ সেইবোৰ অসমীয়া উপসৰ্গ হৈ পৰিছে। উপসৰ্গবোৰ বাহিৰৰ তৰপৰ (outer layer) সামগ্ৰী। ইয়াৰ যোগত মূল শব্দৰ কোনো গাঠনিক পৰিবৰ্তন নহয়; মাত্ৰ মূল শব্দৰ আগত যোগ হৈ নতুন অৰ্থবাচক শব্দ গঠন কৰে। অসমীয়া উপসৰ্গবোৰৰ মন কৰিবলগীয়া বিশেষত্ব হৈছে যে এইবোৰ তৎসম-তদ্ভৱ সকলো শব্দৰ আগত যোগ হয়।

শব্দৰ আগত ব্যৱহাৰ হোৱা অসমীয়া উপসৰ্গবোৰৰ অধিকাংশই সংস্কৃতৰ পৰা অহা। বিদেশীমূলৰ পৰাও অসমীয়ালৈ ভালেকেইটিমান উপসৰ্গ আহিছে। তলত প্ৰদৰ্শনমূলক একোটা বাক্যৰ লগতে বিভিন্ন শব্দত সেই উপসৰ্গবোৰৰ

ব্যৱহাৰ দেখুওৱা হ'ল।

উপসৰ্গ ঃ

অ ঃ অসমীয়াত এই উপসৰ্গৰ ব্যৱহাৰ সৰ্বাধিক। যেনে—অকামিলা, অচিনাকি, অপৈণত, অসময়, অহিত আদি।
—আনৰ **অহিত** চিন্তা কৰিব নাপায়।

অন ঃ অনিচ্ছা, অনুচিত, অনাৱশ্যক আদি।
—অৱশেষত **অনিচ্ছা** সত্বেও ভোট দিবলৈ গ'লোঁ।

অনা ঃ অনাহক, অনাকটা, অনাঅসমীয়া আদি।
—**অনাহকত** দ্বন্দ্ব-খৰিয়াল কৰিব নাপায়।

অৱ ঃ অৱহেলা; কোনো কামলৈ **অৱহেলা** কৰিব নালাগে।

আ ঃ আকাল, আবতৰ, আবেলি, আভঁজা, আভোক আদি।
—আজিচোন **আবতৰতে** মেঘে ওন্দোলাই আহিল!

আও ঃ আওপাক, আওপুৰণি, আওবাট, আওমৰণ, আওটোকোনা আদি।
—ল'ৰাটো **আওমৰণে** মৰিল।

উ ঃ উজান, উজুটি, উধাতু, উলাহ আদি।
— এইবাৰ বাৰিষা **উজানৰ** মাছে উভৈনদী হৈ পৰিছে।

এ ঃ এলাগী, একাঁঠু।
—**এলাগী** হৈও জীয়াই থাকিবলৈ প্ৰমিলাৰ প্ৰবল ইচ্ছা।

এনা ঃ এনাজৰী, এনাপাক।
—বন্ধুত্বৰ **এনাজৰী** ছিঙা কঠিন।

কা ঃ কাপুৰুষ
—**কাপুৰুষৰ** ক'তো সন্মান নাই।

কু ঃ কুঅভ্যাস, কুকাৰ্য, কুচক্ৰ, কুবুদ্ধি, কুসংস্কাৰ আদি।
—**কুকাৰ্যৰ** ফল সদায় বিষময় হয়।

দুৰ্ ঃ দুৰ্কপাল, দুৰ্কপলীয়া।
—**দুৰ্কপলীয়া** মানুহৰ এনে দুখ হয়েই।

নি ঃ নিখুঁত, নিমাত, নিভাঁজ, নিলাজ, নিগাজী আদি।
—সকলো কামেই **নিখুঁতকৈ** কৰিবলৈ চেষ্টা কৰিব লাগে।



ন ঃ নথৈ, নগণ্য।
—ছাৰ, আপুনি অহাত **নথৈ** আনন্দ পাইছোঁ।

না ঃ নাৰাজ, নামঞ্জুৰ, নাবালক, নাপছন্দ আদি।
—ৰমেন দিল্লীত পঢ়িবলৈ যাবলৈ **নাৰাজ**।

বি ঃ বিপাক, বিধৰ্মী, বিতং, বিজতৰীয়া আদি।
—বন্ধু, মই বৰ **বিপাকত** পৰিছোঁ।

স ঃ সগোত্ৰ, সজল, সজাতি, সঠিক, সপত্নী আদি।
—**সঠিক** সময়ত **সঠিক** সিদ্ধান্ত ল'ব পাৰিলে ভাল।

**বিদেশীমূলৰ পৰা অহা উপসৰ্গ ঃ**

বে ঃ বেআইন, বেদখল, বেনামী, বেপৰোৱা, বেৰসিক আদি।
—সকলো কথাতে **বেপৰোৱা** হোৱাটো ভাল নহয়।

গৰ ঃ গৰমিল, গৰহাজিৰ।
—তোমাৰ হিচাপত **গৰমিল** আছে।

কাৰ ঃ কাৰখানা, কাৰচাজি, কাৰবাৰ আদি।
—এনে ধৰণৰ **কাৰচাজি** মই ভাল নাপাওঁ।

বদ ঃ বদগুণ, বদনাম, বদহজম আদি।
—**বদনাম** কৰাটো মানুহৰ **বদগুণ**।

বৰ ঃ বৰখাস্ত, বৰদাস্ত, বৰবাদ আদি।
—অত্যধিক সুৰাপানে ল'ৰাটোৰ জীৱন **বৰবাদ** কৰিলে।

হৰ ঃ হৰকিচিম, হৰদম, হৰৰোজ আদি।
—নতুন ধনী কমলাকান্তই **হৰকিচিম** বস্তুৰে ঘৰখন ভৰাই পেলালে।

ইয়াৰ বাহিৰেও অসমীয়াত সচৰাচৰ ব্যৱহাৰ হোৱা তৎসম শব্দ কিছুমানকো উপসৰ্গ হিচাপে ব্যৱহাৰ কৰা হয়। তেনে কিছুমান শব্দ হৈছে—**অৰ্দ্ধ** (অৰ্দ্ধশিক্ষিত, অৰ্দ্ধনগ্ন), **বিনা**- (বিনামেঘে, বিনাশ্ৰমে), **যথা** - (যথাবিধি, যথাশক্তি), **সহ**- (সহচৰ, সহপাঠী, সহকৰ্মী) আদি। অসমীয়া নঞৰ্থক ক্ৰিয়াপদৰ ন-টো সদায় উপসৰ্গ হিচাপে ব্যৱহাৰ হোৱা দেখা যায়। যেনে—নকৰোঁ, নাখাওঁ, নিদিওঁ, নোধোওঁ আদি। মন কৰিবলগীয়া যে ন-উপসৰ্গ সদায় ধাতু বা ক্ৰিয়াপদটোৰ

আদ্যক্ষৰৰ স্বৰৰ লগত সমীভৱন হৈ যায়। উপসৰ্গবোৰৰ যথাস্থানত হোৱা শুদ্ধ প্ৰয়োগে ভাষাটোৰ শক্তি আৰু সৌন্দৰ্য বৃদ্ধি কৰে। সেয়েহে উপসৰ্গবোৰৰ ব্যৱহাৰত মাতৃভাষী সকলো সজাগ আৰু সচেতন হোৱা উচিত।

**কৃৎ প্ৰত্যয় ঃ** কৃৎ প্ৰত্যয়বোৰ সদায় ধাতুৰ পাছত যোগ হয়। উপসৰ্গৰ দৰে কৃৎ প্ৰত্যয়বোৰেও অকলে অৰ্থ প্ৰকাশ কৰিব নোৱাৰে। ভিন ভিন ধাতুৰ পাছত যোগ হ'লেহে ইহঁতৰ অৰ্থ প্ৰকাশ পায়। অৰ্থাৎ ধাতুৰ পাছত যোগ হৈ ইহঁতে নতুন অৰ্থবাচক কৃদন্ত পদ গঠন কৰে। কৃদন্ত পদবোৰ বিশেষ্য বা বিশেষণ হ'ব পাৰে। কোনো কোনো ব্যাকৰণত সিদ্ধা বা অসমাপিকা ক্ৰিয়াকো কৃদন্তৰ ভিতৰত ধৰা হৈছে। (বহল ব্যাকৰণ, ১৯৭২, পৃ. ২০৬)। অসমীয়া কৃৎ প্ৰত্যয়বোৰৰো কিছুমান তৎসম শব্দৰ জৰিয়তে সংস্কৃতৰ পৰা প্ৰত্যক্ষভাৱে অহা আৰু কিছুমান অসমীয়া ভাষাত নতুনকৈ গঢ় লৈ উঠা। নতুনকৈ গঢ় লৈ উঠা কৃৎ প্ৰত্যয়বোৰৰো অধিকাংশৰে মূল সংস্কৃত।

দৰাচলতে অসমীয়াত সংস্কৃত কৃৎ প্ৰত্যয়ৰ আলোচনা নিষ্প্ৰয়োজন। কিয়নো সংস্কৃত কৃৎ প্ৰত্যয়বোৰ অসমীয়া ভাষীৰ কাৰণে তেনেই অপৰিচিত। তদুপৰি ধাতুত যোগ হোৱাৰ পাছত এই প্ৰত্যয়বোৰৰ বিভিন্ন ধৰণৰ পৰিবৰ্তন হয়। কেতিয়াবা প্ৰত্যয়টোৰ গোটেইবোৰ অক্ষৰ ইৎ গৈ অৰ্থাৎ লোপ পাই কেৱল প্ৰত্যয়ৰ অন্ত্যক্ষৰত থকা 'অ' স্বৰহে থাকে। যেনে—পঠ্ + ঘঞ্ = পাঠ। কেতিয়াবা আকৌ ধাতুৰ অন্ত্য 'হ' আৰু 'ক্ত' প্ৰত্যয়ৰ 'ত' লগ লাগি 'গ্ধ' হয়। যেনে—দহ্ + ক্ত = দগ্ধ, মুহ্ + ক্ত = মুগ্ধ। অসমীয়াত কৃৎ প্ৰত্যয় আৰু ধাতুৰ এনে পৰিবৰ্তন দেখা নাযায়। সেয়েহে অসমীয়া ব্যাকৰণত সংস্কৃত কৃৎ প্ৰত্যয়ৰ আলোচনা নকৰিলেও চলে। মন কৰিবলগীয়া যে অসমীয়া ভাষালৈ সংস্কৃত কৃৎ প্ৰত্যয়বোৰ অহা নাই, সেই প্ৰত্যয়ান্ত তৎসম শব্দবোৰহে আহিছে। গতিকে আমি তৎসম 'পাঠ' শব্দ জানিলেই হ'ল; তাত কি প্ৰত্যয় লগ লাগি কি হৈছে, সেয়া সংস্কৃত ব্যাকৰণৰ কথা। উপসৰ্গ যোগতকৈ কৃৎ প্ৰত্যয় যোগ কৰি ন ন শব্দ সাধন কৰাটো সংস্কৃত ভাষাৰ এক জটিল প্ৰক্ৰিয়া। তথাপি সাধাৰণতে ব্যৱহৃত আৰু পৰিচিত কেইটিমান সংস্কৃত কৃৎ প্ৰত্যয়ৰ ব্যৱহাৰ উদাহৰণসহ দেখুওৱা হ'ল ঃ

**সংস্কৃত কৃৎ প্ৰত্যয় ঃ**

**অক্ (ণ্বক্)** ঃ গায়ক (গৈ-), নায়ক (নী-), কাৰক (কৃ-), নাশক (নশ্-) আদি।

-অন্ (অনট্) ঃ গমন (গম্-), ভোজন (ভুজ্-), পতন (পৰ্ত্-), স্খলন (স্খল্-), দহন (দহ্-) আদি।

-অনীয় ঃ কৰণীয় (কৃ-), পূজনীয় (পূজ্-), ৰমণীয় (ৰম্-), স্মৰণীয় (স্মৃ-) আদি।

-ঈ (-ইন<ণিনি) ঃ পৰিশ্ৰমী (পৰি-শ্ৰম্-), বিৰোধী (বি-ৰুধ্-), ত্যাগী (ত্যজ্-), মন্ত্ৰী (মন্ত্ৰী-)।

-ত (-ক্ত) ঃ জ্ঞাত (জ্ঞা-), ভীত (ভি-), স্নাত (স্না-) আদি।

-তব্য ঃ কৰ্তব্য (কৃ-), গন্তব্য (গম্-), দাতব্য (দা-), মন্তব্য (মন আদি।

-তি (-ক্তিন্) ঃ খ্যাতি (খ্যা-), কৃতি (কৃ-), ভক্তি (ভজ্-), মতি (মন্-), দৃষ্টি (দৃশ্-) আদি।

-য (-যৎ) ঃ কাৰ্য (কৃ-), মান্য (মন্-), লভ্য (লভ্-), ৰম্য (ৰম্-), সহ্য (সহ্-) আদি।

**অসমীয়া কৃৎ প্ৰত্যয় ঃ** অসমীয়া কৃৎ প্ৰত্যয় ডেৰকুৰিমান হ'ব। ধাতুৰ পাছত যোগ হৈ এই প্ৰত্যয়বোৰে কৃদন্ত বিশেষ্য, বিশেষণ শব্দ গঠন কৰে। এনেদৰে নতুন শব্দ গঠন কৰোঁতে ধাতুৰ শেষৰ ধ্বনি আৰু কৃৎ প্ৰত্যয়ৰ আদ্য ধ্বনিৰ মাজত সন্ধি হৈ কেতিয়াবা ধাতুটোৰ গাঠনিক ৰূপৰ সামান্য পৰিবৰ্তন ঘটে। তলত অসমীয়া কৃৎ প্ৰত্যয়ৰ শব্দত প্ৰয়োগ আৰু প্ৰদৰ্শনমূলক একোটা বাক্যত তাৰ ব্যৱহাৰ দেখুওৱা হ'ল।

**কৃৎ প্ৰত্যয়ৰ যোগত বিশেষ্য শব্দ গঠন ঃ**

-অক ঃ মৰক (মৰ্-), গণক (গণ্-), লিখক (লিখ্-) আদি। বিশেষ্য ৰূপত এই প্ৰত্যয়ৰ ব্যৱহাৰ বৰ কম। বাক্যত প্ৰয়োগ—
—বানপানীৰ পাছত হোৱা **মাৰি-মৰকত** ৰাইজ জুৰুলা হ'ল।

-অঙ্ ঃ মৰঙ্ (মৰ্-); এই প্ৰত্যয়ৰ ব্যৱহাৰ অসমীয়াত বিৰল।
—নগা ডেকাসকলে নিশা **মৰঙ্ঘৰত** উঠি গাঁও পহৰা দিয়ে।

-অতি ঃ খজুৱতি (খজুৱা-), ঘুমতি (ঘুম-), সিঁচৰতি (সিঁচৰ-) আদি।

—ল'ৰাটোৱে খজুৰতিত তৎ নোপোৱা হৈছে।

-অন ঃ উৰণ (উৰ্-), খাৱন (খা-), চলন (চল্), ফুৰণ (ফুৰ), বুৰণ (বুৰ্), শোৱন (শো-) আদি।

—খেতিৰ বতৰত হৰেণৰ **খাৱন-শোৱন** নাই।

-অনা ঃ খুন্দনা (খুন্দ-), জপনা (জপ- < জাপ), বাজনা (বাজ্-), বিন্ধনা (বিন্ধ-) আদি।

—**খুন্দনাত** খুন্দা তামোল খাবলৈ মজা লাগে।

-অনি ঃ উজনি (উজা-), কঁপনি (কঁপ-), গচকনি (গচক্-), জাননী (জান-), জিৰণি (জিৰা-) আদি। এই প্ৰত্যয়ান্ত শব্দ পৰ্যাপ্ত।

—কামৰ শেষত অলপ **জিৰণি** লোৱা ভাল।

-অনিয়াৰ ঃ দেখনিয়াৰ (দেখ্-);

—ৰীতা বৰ **দেখনিয়াৰজনী** হৈছে।

-অনী ঃ খোঁচনী (খোঁচ-), ৰোৱনী (ৰো-), দাৱনী (দা-), নাচনী (নাচ্), তিয়নী (তিয়া-), পাঁচনী (পাঁচ-) আদি।

—আজিকালি পথাৰত কাম কৰিবলৈ **ৰোৱনী-দাৱনী** নোহোৱা হৈছে।

-অনীয়া ঃ খোজনীয় (খোজ-), মগনীয়া (মাগ-), বিলনীয়া (বিলা-), জিৰণীয়া (জিৰা-) আদি।

—দিনটোত **খোজনীয়া-মগনীয়াৰ** অন্ত নাই।

-অৰীয়া ঃ খাৱৰীয়া (খা-), পলৰীয়া (পলা-) আদি।

—ঘৰখনত **খাৱৰীয়া** সৰহ, কৰোঁতাহে নাই।

-আৰু ঃ লিখাৰু (লিখ্-), যুঁজাৰু (যুঁজ্-), খেলাৰু (খেল-), শিকাৰু (শিক্) আদি।

—ৰমেন ক্ৰিকেটৰ ক্ষেত্ৰত **ন-শিকাৰু** যেনেই হৈ আছে।

-আল ঃ সৰাল (সৰ্-);



—হাঁহজনীয়ে পাখি সৰাল দিছে। অৰ্থাৎ তাইৰ পাখি সৰিবলৈ ধৰিছে (বহল ব্যাকৰণ, পৃ. ২৩২)

-ই ঃ উঠি (উঠ্-), বহি (বহ্-);

—নিজৰ ঘৰত মহেশ **উঠি ৰজা, বহিৰজা**।

-ঈয়া ঃ খৰিকটীয়া (খৰি কাট্-), মাছমৰীয়া (মাছ মাৰ্-), গৰুৰখীয়া। গৰখীয়া (গৰু ৰখ্-), ভেৰাৰখীয়া (ভেৰা ৰখ্-)।

—অ' খৰিকটীয়া, অ' **খৰিকটীয়া** খৰি নাকাট কিয়?

-উৰৈ ঃ পঢ়ুৱৈ (পঢ়্-), মাছুৱৈ (মাছ্-);

—**পঢ়ুৱৈৰ** কাম পঢ়া, **মাছুৱৈৰ** কাম মাছ মৰা।

-ওঁতা ঃ কৰোঁতা (কৰ্-), খাওঁতা (খা-), যাওঁতা (যা-)।

—ঘৰখনত **কৰোঁতা** নাই, **খাওঁতাহে** বহুত।

-ওনা ঃ পাওনা (পা-), দেওনা (দি-);

—মহেশ, মোৰ পাওনাখিনি সোনকালে দি দিবি।

**বিশেষণ গঠন কৰা কৃৎ প্ৰত্যয় ঃ**

-অতিয়াল ঃ লাগতিয়াল (লাগ্-);

—**লাগতিয়াল** বস্তু সাৱধানে ৰাখিব লাগে।

-তী ঃ ৰোৱতী (ৰো-), বোৱতী (বো< ব-), **ক্ষীৰতী(ক্ষীৰ<ক্ষীৰা-);**

—হৰেণহঁতৰ **ৰোৱতী** মাটি মাত্ৰ এবিঘাহে।

-অতীয়া ঃ সাঁচতীয়া (সাঁচ্-);

—খৰচ কৰি থাকিলে **সাঁচতীয়া** ধন শেষ হ'বলৈ কেতে পৰঙ্গ

-অনিয়াৰ ঃ দেখনিয়াৰ (দেখ্-), সাঁচনিয়াৰ (সাঁচ-);

—ৰীতা সঁচাকৈয়ে **দেখনিয়াৰ** ছোৱালী।

অসমীয়াত মগনিয়াৰ, চুকনিয়াৰ, সাঁচনিয়াৰ আদি '-অনিয়াৰ' প্ৰত্যয়ান্ত শব্দ আছে যদিও সাধাৰণতে এইবোৰৰ বাক্যত ব্যৱহাৰ কম। লাহে লাহে এনে শব্দৰ প্ৰয়োগ কমি আহিছে।

-অনী ঃ খোঁচনী (খোঁচ-), নাচনী (নাচ্-); বিশেষণৰূপে এনে প্ৰত্যয়ান্ত শব্দৰ ব্যৱহাৰ কম।

—নাচনী ছোৱালীজনীয়ে বৰ ভাল নাচিলে।

-অন্ত ঃ চলন্ত (চল্-), জ্বলন্ত (জ্বল-), জীৱন্ত (জী-) আদি।

—মানুহজনে চলন্ত ৰে'লৰ পৰা জাঁপ দিলে।

-উক/-উকা ঃ এই দুটা প্ৰত্যয় যোগ হোৱা শব্দৰ ব্যৱহাৰ বিৰল। 'অসমীয়া ভাষাৰ ব্যাকৰণ'ত এই প্ৰত্যয়ান্ত শব্দ হিচাপে 'মাৰুক' আৰু 'বহুকা' শব্দৰ উল্লেখ আছে। 'বহল ব্যাকৰণ'ত বহুকা ল'ৰা, বহুকা বন— এনে প্ৰয়োগ দেখুওৱা হৈছে। কিন্তু বাক্যত আৰু বৰ্তমান মানুহৰ মুখত এই দুটা শব্দৰ ব্যৱহাৰ দেখা নাযায়।

-উঙা ঃ উৰুঙা (উৰ্-); এনে প্ৰত্যয়ান্ত শব্দৰ ব্যৱহাৰো কম।

—ছোৱালীজনী উলিয়াই দিয়াৰ পিছত উৰুঙা ঘৰখনত থাকিবৰ মন নাযায়।

-উৱা/-উৱী ঃ '-উৱা' যোগত পুংলিংগবাচক আৰু '-উৱী' যোগত স্ত্ৰীলিংগবাচক শব্দ সাধিত হয়। যেনে—কান্দুৱা, কান্দুৱী(-কান্দ), মুতুৱী (মুত্-) আদি।

—কান্দুৱা ল'ৰাটোক লৈ মাকৰ বৰ অশান্তি।

উল্লিখিত কৃৎ প্ৰত্যয়ৰ বাহিৰেও অসমীয়া ভাষাত ধাতুৰ পাছত যোগ হোৱা আৰু ভালেমান কৃৎ প্ৰত্যয় আছে। সেইবোৰৰে কেইটামানৰ শব্দ আৰু বাক্যত ব্যৱহাৰ দেখুওৱা হ'ল ঃ

কৰ্মবাচ্য গঠন কৰা প্ৰত্যয় ঃ -আ/-ই; কৰা (কৰ্-), উঠা (উঠ্-), দেখি (দেখ্-), নুশুনি (নুশুন্-) আদি।

—পুৱা সোনকালে উঠা উচিত।

—দূৰৰ পাহাৰ নীলা দেখি।

বৰ্তমানকালিক কৃদন্ত গঠন কৰা প্ৰত্যয় ঃ -ওঁতে; হাঁহোতে (হাঁহ্-), ঘহোঁতে (ঘহ্-), কৰোঁতে (কৰ্-) আদি।

—ঘহোঁতে ঘহোঁতে শিলো ক্ষয় যায়।

ভূতকালিক কৃদন্ত গঠন কৰা প্ৰত্যয় ঃ আ, -লে/-ইলে, -লত/ইলত; পঢ়া (পঢ়্-), খালে (খা-), আহিলে (আহ্-), হ'লত (হ'-), আহিলত (আহ্-);

—এইখন মই আগতে পঢ়া কিতাপ।

—তুমি খালে ময়ো খাম।



—ৰবীন আহিলে মই যাম।

—কামটো হ'লতহে ৰীতা পালেহি।

—পুলিচ আহিলত চোৰবোৰ পলাল।

ভৱিষ্যত কৃদন্ত গঠন কৰা প্ৰত্যয় ঃ-লগীয়া; কৰিবলগীয়া (লগ্<লাগ-), যাবলগীয়া, চাবলগীয়া আদি।

—ক'বলগীয়া কথাটো সোনকালে কৈ দিয়া ভাল।

অতীতকাল গঠন কৰা প্ৰত্যয় ঃ-ল/-ইল; পালে (পা-ল-), খালে (খা-ল), কৰিলে (কৰ্-ইল-), আহিলা (আহ্-ইল-) আদি।

—দিগন্তই সময়ত কিতাপখন পালে।

—তুমি ঠিক সময়ত আহিলা।

স্বৰূপ বৰ্তমান গঠন কৰা প্ৰত্যয় ঃ -ইছ-; পঢ়িছোঁ (পঢ়্-ইছ-), খাইছো (খা-ইছ-) আদি।

—মই মৃত্যুঞ্জয় পঢ়িছোঁ।

অপূৰ্ণ ভূতকাল গঠন কৰা প্ৰত্যয় ঃ আছিল; আহিছিল (আহ্-ইছিল-), কৰিছিলা (কৰ্-ইছিল-), পঢ়িছিল (পঢ়্-ইছিল-) আদি।

—মোৰ ঘৰটো চাই যাবলৈ দেউতাই বৰ আশা কৰিছিল।

অসমাপিকা ক্ৰিয়া গঠন কৰা প্ৰত্যয় ঃ -ই; শুনি (শুন্-), পঢ়ি (পঢ়্-), দেখি (দেখ্-) আদি।

—মই পঢ়া শেষ কৰি খেলিবলৈ যাম।

এইদৰে দেখা যায় যে ক্ৰিয়া বিভক্তিৰ বাহিৰে ধাতুত যোগ হোৱা প্ৰতিটো প্ৰত্যয়কে কৃৎ প্ৰত্যয় আখ্যা দিব পাৰি।

তদ্ধিত প্ৰত্যয় ঃ ভিন্ন অৰ্থবাচক শব্দৰ পাছত যোগ হৈ নতুন নতুন অৰ্থবাচক শব্দ গঠন কৰা প্ৰত্যয়বোৰেই তদ্ধিত প্ৰত্যয়। ভিন্ন অৰ্থবাচক শব্দ গঠন কৰা অসমীয়া তদ্ধিত প্ৰত্যয় এশৰো অধিক হ'ব।[৪] তাৰ ভিতৰত সাতোটামান ঘাইকৈ হিন্দী, বঙলা ভাষাৰ মাজেৰে অহা আৰবী-পাৰ্চীমূলীয় তদ্ধিত প্ৰত্যয়। সংস্কৃত কৃৎ প্ৰত্যয়ান্ত শব্দৰ দৰে অসমীয়াতো সংস্কৃত তদ্ধিত প্ৰত্যয়ান্ত অজস্ৰ শব্দ আছে।

৪। প্ৰিয়দাস তালুকদাৰ ঃ উচ্চমানৰ অসমীয়া ভাষা বাধিকা, পৃ. ৯৪-১১৭, ইয়াত এশ তিনিটা প্ৰত্যয়ৰ উল্লেখ আছে।

কৃৎ প্ৰত্যয়ৰ দৰে সংস্কৃত তদ্ধিত প্ৰত্যয়বোৰো অসমীয়ালৈ পোনপটীয়াকৈ অহা নাই। তদ্ধিত প্ৰত্যয়ান্ত তৎসম শব্দৰ লগে লগে সেই প্ৰত্যয়বোৰো অসমীয়ালৈ আহিছে। অসমীয়া ভাষীসকল সংস্কৃত তদ্ধিত প্ৰত্যয়ৰ লগত পৰিচিত নহয়, তদ্ধিত প্ৰত্যয়ান্ত তৎসম শব্দবোৰহে অসমীয়া ভাষীৰ অতি আপোন। গতিকে সংস্কৃত কৃৎ প্ৰত্যয়ৰ দৰে অসমীয়াতো সংস্কৃত তদ্ধিত প্ৰত্যয়ৰ পৃথক আলোচনা নিষ্প্ৰয়োজন। তথাপি অসমীয়া ব্যাকৰণবোৰত দুকুৰিৰো অধিক সংস্কৃত তদ্ধিত প্ৰত্যয়ৰ ব্যৱহাৰ দেখুওৱা হৈছে। বৰ্তমান আলোচনাত অসমীয়া ভাষাৰ লগত জীন যোৱা কেইটিমান তদ্ধিত প্ৰত্যয়ান্ত তৎসম শব্দ আৰু তাৰ লগত যুক্ত তদ্ধিত প্ৰত্যয়ৰ ব্যৱহাৰ দেখুওৱা হ'ল। মন কৰিবলগীয়া যে সংস্কৃত কৃৎ প্ৰত্যয়ৰ দৰে সংস্কৃত তদ্ধিত প্ৰত্যয়বোৰৰো শব্দৰ পাছত যোগ হোৱাৰ লগে লগে বিভিন্ন ধৰণৰ পৰিবৰ্তন হয়। উদাহৰণ স্বৰূপে, 'ষ্ণ্য', প্ৰত্যয় শব্দৰ পাছত যুক্ত হ'লে 'ষ্ণ' লোপ পাই কেৱল '-য' থাকে। যেনে—অদিতি + 'ষ্ণ্য' = আদিত্য, গৰ্গ + 'ষ্ণ্য' = গাৰ্গ্য আদি। মন কৰিবলগীয়া যে কেৱল প্ৰত্যয়ৰে নহয়, কেতিয়াবা শব্দটোৰ আদ্যক্ষৰৰ স্বৰ বৃদ্ধি স্বৰলৈ ৰূপান্তৰ হয় আৰু কেতিয়াবা শব্দটোৰ অন্ত্য স্বৰ বা ব্যঞ্জন লোপ পায়। তলত সংস্কৃত তদ্ধিত প্ৰত্যয় কেইটামানৰ ব্যৱহাৰ দেখুওৱা হ'ল ঃ

-আলু ঃ দয়ালু (দয়া-), কৃপালু (কৃপা-), তন্দ্ৰালু (তন্দ্ৰা-) আদি।
—মানুহ সকলো জীৱৰ প্ৰতি দয়ালু হোৱা উচিত।

-ই (-ষ্ণি) ঃ দাশৰথি (দশৰথ-), ৰাৱণি (ৰাৱণ-), সৌমিত্ৰি (সুমিত্ৰা-) আদি।
—দাশৰথি ৰামে পিতৃবাক্য পালি বাৰ বছৰ বনবাস খাটিছিল।

-কি (-ষ্ণিক) ঃ দৈহিক (দেহ্-), মানসিক (মনস্-), আনুমানিক (অনুমান-), লৌকিক (লোক-) আদি।
—তেওঁ মানসিকভাৱে অসুস্থ।

-ঈ<ইন্ (-ইনি) ঃ দুখিন্ = দুঃখী, সুখিন্ = সুখী, হস্তিন্ = হস্তী আদি।
—সৰু সংসাৰখন লৈ শৰৎ সুখী।

-ইত (-ইতচ্) ঃ পুষ্পিত (পুষ্প-), পণ্ডিত (পাণ্ডা-), অংকুৰিত (অংকুৰ-), আনন্দিত (আনন্দ-) আদি।
—তোমাৰ সাফল্যত আমি অতি আনন্দিত।

-ইষ্ণু ঃ সহিষ্ণু (সহ্-), বৰ্ধিষ্ণু (বৃধ-) আদি।
—সৰুৰে পৰা সহিষ্ণু হ'বলৈ শিকিব লাগে।

-ত্ব ঃ দেৱত্ব (দেৱ-), অমৰত্ব (অমৰ-), মহত্ব (মহৎ-) আদি।
—সৎ কাম কৰি এই পৃথিৱীতে মানুহে অমৰত্ব লাভ কৰিব পাৰে।

-ল ঃ শীতল (শীত-), মৃদুল (মৃদু-) আদি।
—শীতল বতাহজাকত গা-মন জুৰ পৰিল। ইত্যাদি।



**অসমীয়া তদ্ধিত প্ৰত্যয় ঃ** শব্দৰ পাছত তদ্ধিত প্ৰত্যয় যোগ দি নতুন অৰ্থবাচক শব্দ গঠন কৰোঁতে অসমীয়াতো কেতিয়াবা মূল শব্দৰ অন্ত্য ধ্বনি আৰু প্ৰত্যয়ৰ আদ্য ধ্বনিৰ মাজত সন্ধি হৈ মূল শব্দটোৰ গাঠনিক ৰূপৰ সামান্য পৰিবৰ্তন ঘটে। শব্দৰ শ্ৰেণী পৰিবৰ্তনতো তদ্ধিত প্ৰত্যয়বোৰৰ বিশেষ ভূমিকা আছে। এই প্ৰত্যয়বোৰৰ যোগত বিশেষ্যৰ পৰা নতুন বিশেষ্য, বিশেষণৰ পৰা বিশেষণ, বিশেষণৰ পৰা অমূৰ্ত ভাৱ প্ৰকাশক বিশেষ্য অথবা বিশেষণৰ পৰা নতুন বিশেষণ আদি গঠন কৰিব পাৰি। অসমীয়াত ব্যৱহাৰ হোৱা তদ্ধিত প্ৰত্যয়বোৰ হৈছে—-অক -অকীয়া, -অচীয়া, -অতি, -অতী, -অতীয়া, -অনি -অনী, -অনীয়া, -অৰি/অৰী, -অৰীয়া, -অৰুৱা, -অল, -অলী, -আলী, -অলীয়া, -আৰ, -আৰী, -আল, -আলি, -আলী, -আহ, -আহী, -ই, -ইয়া, -ইয়াল, -ইলা, -ইলি, -ইলী, -ঈ, -ঈন, -ঈয়, -ঈয়া, -উ, -উনী, -উৰা, -উলা, -উলি, -উৱা, -উৱাল, -উৱৈ, -এতীয়া, -ঐ, -ওৱা, -ওৱাল, -ওৱালী, -কৰী, -কাৰ, -কাৰী, -কুৰি, -কুৰীয়া, -চি, -চীয়া, -চুৱা, -তলী, -তী, -ধাৰী, -ঠ, -নি, -ময়, -মা, -লা ইত্যাদি।

এই প্ৰত্যয়বোৰে অসমীয়া ভাষাত বিচিত্ৰ ৰূপৰ নামশব্দ সাধন কৰি অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰ সমৃদ্ধ কৰিছে। তলত এই প্ৰত্যয়বোৰৰ ব্যৱহাৰ দেখুওৱা হ'ল।[৫]

**বিশেষ্য আৰু বিশেষণ শব্দ সজা তদ্ধিত প্ৰত্যয় ঃ**

-অক ঃ খেতিয়ক (খেতি-), বুধিয়ক (বুধি-), ফন্দিয়ক (ফন্দ-)।
—এইবাৰ খৰাঙে খেতিয়কক নিগমে মাৰিলে।
—ৰবীন বেছ বুধিয়ক ল'ৰা।

৫। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ.১১৭-১৩২; ইয়াত দেশী-বিদেশী ৬৭ টা তদ্ধিত প্ৰত্যয় আছে।

-অতী ঃ আগলতী (আগল-), নামতী (নাম-), ফুলতী (ফুল-), লাহতী (লাহ-) আদি।

—**আগলতী** কলাপাত লৰে কি চৰে।

—**নামতীগৰাকীয়ে** বৰ ভাল নাম গালে।

-অৰীয়া ঃ নাৱৰীয়া (নাও-), বনৰীয়া (বন-), ভাৱৰীয়া (ভাও-), লগৰীয়া (লগ-) আদি।

—**বনৰীয়া** কচুৱে খজুৱায়।

—আমি প্ৰত্যেকেই সংসাৰ মঞ্চৰ একোজন **ভাৱৰীয়া**।

-অৰুৱা ঃ আধৰুৱা (আধ<আধা-), বাটৰুৱা (বাট-), হাটৰুৱা (হাট আদি।

—**আধৰুৱা** কাম পেলাই থ'ব নালাগে।

—**বাটৰুৱাজনে** কাৰোবাৰ ঘৰ বিচাৰিছে।

-আ ঃ অসমীয়াত এই প্ৰত্যয়ান্ত সাধিত শব্দ অজস্ৰ। যেনে— আহিনা (আহিন-), পনীয়া (পন<পানী-),শুকুৰ (শুকুৰ-) আদি।

—**আহিনা** বৰ ভাল মানুহ।

—**পনীয়া** গাখীৰ খাই একো লাভ নাই।

-আল ঃ এই প্ৰত্যয়ান্ত শব্দও অধিক। যেনে—খঙাল (খং-), গুৰিয়াল (গুৰি-), জোঙাল (জোঙ-), মঙহাল (মঙহ-) আদি।

—দেউতাকৰ মৃত্যুৰ পাছত মাকেই এতিয়া ঘৰখনৰ একমাত্ৰ **গুৰিয়াল**।

—**খঙাল** মানুহজন দেখিলেই ভয় লাগে।

-আহি ঃ মদাহী (মদ-), ছলাহী (ছল-)।

—**মদাহী** মানুহক বিশ্বাস কৰিব নালাগে।

—**ছলাহী** কথাৰে সকলো সময়তে কাম চলাব নোৱাৰি।

-ঈ ঃ এই প্ৰত্যয়ান্ত শব্দ সৰ্বাধিক। যেনে—অসমী (অসম-), কপাহী (কপাহ-), জাপানী (জাপান-), দানী (দান-), ধনী (ধন-), নিৰ্বাচনী (নিৰ্বাচন),

ভঁৰালী (ভঁৰাল-), হিন্দুস্থানী (হিন্দুস্থান-) আদি।

—গৰমত **কপাহী** কাপোৰে কিছু আৰাম দিয়ে।



—**হিন্দুস্থানীজনে** ভাল অসমীয়া ক'ব জানে।

-ঈয়া ঃ বিশেষ্য আৰু বিশেষণ গঠন কৰা এই প্ৰত্যয়ান্ত শব্দও পৰ্যাপ্ত।

যেনে—এঘৰীয়া (এঘৰ-), কুলীয়া (কুল-), ঢুলীয়া (ঢুল<ঢোল-), নলীয়া (নল<নোল-), সমনীয়া (সমন<সমান-), সোমবৰীয়া (সোমবৰ<সোমবাৰ) আদি।

—গাঁৱত মদখোৱা মানুহক ৰাইজে এইবাৰ **এঘৰীয়া** কৰিলে।

—গাঁৱত আজিকালি **ঢুলীয়া** ডেকা নোহোৱাই হ'ল।

-উ ঃ বাপু (বাপ-উ), মাজু (মাজ-), ৰাজু (ৰাজ-) আদি।

—**বাপু** দেওবাৰীয়া হাটলৈ গৈছে।

—**মাজু** ল'ৰাজন দিল্লীত থাকে।

-উৱা ঃ অসমীয়াত বিশেষ্য-বিশেষণ গঠন কৰা এই প্ৰত্যয়ান্ত শব্দও সৰহ। যেনে—এলেহুৱা (এলেহ-<এলাহ-), ঘৰুৱা (ঘৰ-), ধৰুৱা (ধৰ-<ধাৰ-), বজৰুৱা (বজৰ-<বজাৰ-), ভঙুৱা (ভঙ-<ভাঙ-), সাৰুৱা (সাৰ-) আদি।

—**ধৰুৱা** মানুহৰ সুখ নাই।

—**এলেহুৱাটোক** কোনে কাম দিব!

-কাৰী ঃ অভিযোগকাৰী, পিকেটিংকাৰী, সহায়কাৰী আদি।

—**পিকেটিংকাৰী** ল'ৰাজাক আবেলি পাঁচ বজাত গ'লগৈ।

—**অভিযোগকাৰীয়ে** সদায় অভিযোগেই কৰি থাকে।

**কেৱল বিশেষ্য শব্দ গঠন কৰা তদ্ধিত প্ৰত্যয় ঃ**

-অনি ঃ এই প্ৰত্যয়ান্ত বিশেষ্য শব্দৰ সংখ্যা অজস্ৰ। স্বৰান্ত শব্দৰ পাছত থকা '-অনি'ৰ অ>ৱ; উলুৱনি (উলু-), কচুৱনি (কচু-), কাঠনি (কাঠ-), ধাননি (ধান-), মাহনি (মাহ-), শাকনি (শাক-) আদি।

—উদণ্ডীয়া গৰুৱে **মাহনিডৰা** খাই তহিলং কৰিলে।

-অৰি/অৰী ঃ ভালৰি (ভাল-), লগৰী (লগ-), লাহৰী (লাহ-) আদি।

—আগেয়ে কেতেৰাই মাতি এতিয়া **ভালৰি** লগাব নালাগে।

-আক : এই প্ৰত্যয়ান্ত শব্দৰ সংখ্যা কম। যেনে—জোনাক (জোন-);
—জোনাকত উমলি ভাল লাগে।

-আকি : এই প্ৰত্যয়ান্ত শব্দৰ সংখ্যাও তেনেই কম।
যেনে—চিনাকি (চিন-);
—মানুহজন মোৰ চিনাকি।

-আমি : ঠগামি (ঠগ-), ভণ্ডামি (ভণ্ড-), মূৰ্খামি (মূৰ্খ-)।
—তোমাৰ মূৰ্খামিৰ কাৰণেই কামটো নাপালা।

-আৰী : জুৱাৰী (জুৱা-), পূজাৰী (পূজা-), সোণাৰী (সোণ-) আদি।
—পূজাৰীয়ে পূজাৰ কাম সমাপ্ত কৰিলে।

-আলি : অজলালি (অজলা-), ওজালি (ওজা-), চতুৰালি (চতুৰ-), মিতিৰালি (মিতিৰ-), ল'ৰালি (ল'ৰা-), সোৱোপালি (সোৱোপা-) আদি।
—মানুহ চাই মিতিৰালি কৰিবা।

-ই : জুৱাচুৰি (জুৱাচোৰ-), বাহাদুৰি (বাহাদুৰ-), মাষ্টৰী (মাষ্টৰ-) আদি।
—নতুন বাইক কিনি ৰবীনৰ বাহাদুৰি হ'ল।

-উলি : মাজুলি (মাজ-), ঠেঙুলি (ঠেং-);
—মাজুলি পৃথিৱীৰ এটা বৃহত্তম নদী-দ্বীপ।

-ওৱা : হালোৱা (হাল-), জালোৱা (জাল-);
—গাঁওবোৰত আজিকালি হালোৱা পাবলৈকে নোহোৱা হ'ল।

-নি : চপৰাণি (চপৰা-), নৰাণি (নৰা-);
—চপৰাণিত খোজাকঢ়াটো অতি কষ্টকৰ।

-লা : অন্ধলা (অন্ধ-), জধলা (জধা-);
—অন্ধলাক দান কৰিব লাগে।

ইয়াৰ বাহিৰেও আৰু হয়তো অনেক তদ্ধিত প্ৰত্যয় ওলাব, যিবোৰৰ দ্বাৰা কেৱল বিশেষ্য শব্দ গঠন কৰিব পাৰি।

**কেৱল বিশেষণ গঠন কৰা প্ৰত্যয় :**

-অচীয়া : ঘৰচীয়া (ঘৰ-), খৰচীয়া (খৰ-);
—দুদুলে বনৰীয়া হাতীটো ধৰি আনি ঘৰচীয়া কৰিলে।



-অতীয়া : আগতীয়া (আগ-), তলতীয়া (তল-), শেহতীয়া (শেহ-);
—খৰাঙৰ কাৰণে এইবাৰ শালি খেতি শেহতীয়া হ'ল।

-অনীয়া : আঁঠুৱনীয়া (আঁঠু-);
—গাঁৱৰ ৰাস্তাত এতিয়াও আঁঠুৱনীয়া বোকা।

-অলী : ৰাঙলী (ৰাঙ্-<ৰঙা-);
—বেলি লহিওৱাৰ লগে লগে পশ্চিমৰ আকাশখন ৰাঙলী হৈ পৰিছে।

-অলীয়া : গাঁৱলীয়া (গাঁও-), মিছলীয়া (মিছা-);
—মিছলীয়া মানুহ বিশ্বাসৰ অযোগ্য।

-আং : খৰাং (খৰ-), চোৰাং (চোৰ-), তৰাং (তৰ-), থিৰাং (থিৰ-);
—এইবাৰ খৰাং বতৰে ৰাইজক দুৰ্ভোগ ভোগালে।

-আলী : জোনালী (জোন-), ভোগালী (ভোগ-), ৰঙালী (ৰং-), ৰূপালী (ৰূপ-) আদি;
—ভোগালী বিহুলৈ দহদিন আছে।

-ইয়াল : মৰমিয়াল (মৰম-), ৰঙিয়াল (ৰং-), সাহিয়াল (সাহ-);
—বীৰেন বৰ সাহিয়াল ল'ৰা।

-ইলা : কামিলা (কাম-); ব্যৱহাৰ বৰ কম।
—কামিলা মানুহৰ মৰণ নাই।

-ঈন : ৰঙীন (ৰঙ্-)।
—আকাশখন ৰঙীন হৈ পৰিছে।

-উনী : দুখুনী (দুখ-); ব্যৱহাৰ কম। স্ত্ৰীলিংগবাচক বিশেষণ শব্দ গঠন কৰে।
—দুখুনী অসম মাতৃৰ উন্নতিয়েই আমাৰ উন্নতি।

-উলা : পেটুলা (পেট-), ঠেহুলা (ঠেহ-); পুংলিংগৰবাচক বিশেষণ শব্দ কৰে।
—পেটুলা মানুহটোৰ গাত কিন্তু বৰ বল।

-উৱাল : ভিতৰুৱাল (ভিতৰ-); ব্যৱহাৰ কম।
—আন মানুহৰ ভিতৰুৱাল কথাত কাণ নিদিয়াই ভাল।

-উৰা : দন্দুৰা (দন্দ-), কান্দুৰা (কান্দ-), মুতুৰা (মুত-) আদি পুংলিংগবাচক বিশেষণ শব্দ গঠন কৰে।
—**দন্দুৰা** ল'ৰাটোৰ পৰা আঁতৰি থাকিবা।

-উৰী : দন্দুৰী (দন্দ-), কান্দুৰী (কান্দ-), মুতুৰী (মুত-) আদি স্ত্ৰীলিংগবাচক বিশেষণ শব্দ গঠন কৰে।
—**কান্দুৰী** ছোৱালীক সকলোৱে জোকায়।

-ওৱালী : ৰূপোৱালী (ৰূপ-), সোণোৱালী (সোণ-);
—**ৰূপোৱালী** নদীৰ **সোণোৱালী** ঘাট।

-কুৰীয়া : লাজকুৰীয়া; —ছোৱালীজনী বৰ **লাজকুৰীয়া**।

-চুৰা : ৰঙচুৰা (ৰঙ্-); ব্যৱহাৰ কম।
—গছৰ আমবোৰ **ৰঙচুৰা** হৈছে।

-তী : পুৰতী (পুৰ-< পুৰা-); ব্যৱহাৰ কম।
—**পুৰতী** নিশাৰ টোপনি বৰ মিঠা।

-ধাৰী : আশাধাৰী (আশা-); ব্যৱহাৰ কম।
—মানুহ **আশাধাৰী** জীৱ।

-ময় : ধূলিময়, বোকাময়, শিলায়ম, হাবিময় আদি।
—বাৰিষা ৰাস্তা-পদূলি তেনেই **বোকাময়** হয়।

ইয়াৰ বাহিৰেও -কৰী (অৰ্থকৰী), -কাৰ (গীতিকাৰ), কুৰি (বাটকুৰি) আদিকে ধৰি কিছুমান তদ্ধিত প্ৰত্যয় আছে, যাৰ দ্বাৰা বিশেষণ শব্দ গঠন কৰিব পাৰি।

**ক্ৰিয়া বিশেষণ গঠন কৰা প্ৰত্যয়** : কিছুমান তদ্ধিত প্ৰত্যয়ে বিশেষ্য, বিশেষণ, ধ্বন্যাত্মক আৰু অধ্বন্যাত্মক শব্দৰ পাছত যোগ হৈ ক্ৰিয়া বিশেষণ গঠন কৰে। তেনে কেইটামান প্ৰত্যয়ৰ ব্যৱহাৰ শব্দত আৰু প্ৰদৰ্শনমূলক একোটা বাক্যত দেখুওৱা হ'ল।

-ইলি : মাহিলি (মাহ-); এই প্ৰত্যয়ৰ ব্যৱহাৰ কম।
—আমাৰ দৰমহা **মাহিলি** হয়।

-আই : -গিজগিজাই (গিজ্‌গিজ্-), ধপ্‌ধপাই (ধপ্‌ধপ্-), ফুচফুচাই (ফুচ্‌ফুচ্-), চেকচেকাই (চেক্‌চেক্-), মলমলাই (মল্‌মল্-), চেংচেঙাই (চেংচেং-) আদি।



—পকা বগৰীৰ গন্ধত কোঠাটো **মলমলাই** আছে।

কেতিয়াবা অধ্বন্যাত্মক শব্দৰ পাছতো '-আই' প্ৰত্যয় যোগ দি ক্ৰিয়া বিশেষণ গঠন কৰা হয়। যেনে—বেজবেজাই (বেজবেজা-)। সাধাৰণতে খাদ্যত নিমখ চোকা হ'লে জিভাত এই অনুভৱ হয়। কেতিয়াবা টান কথাতো এনে অনুভৱ হয়। যেনে—গা **বেজবেজাই** যোৱা কথা।

-কৈ : কুলকুলকৈ (কুলুকুলু-), গুণ্‌গুণকৈ (গুণগুণ-), হৰ্‌হৰকৈ (হৰ্‌হৰ্-), টংটংকৈ (টং টং-) আদি।
—এসময়ত নদীখন **কুলুকুলুকৈ** বৈ আছিল।

-ই : সাধাৰণতে বিশেষণ আৰু দ্বিত্ব বা অভ্যাস হোৱা সংখ্যাবাচক শব্দৰ পাছত এই প্ৰত্যয় যোগ হৈ ক্ৰিয়া বিশেষণ গঠিত হয়। যেনে—শুদাই (শুদা) কেঁচাই (কেঁচা-), শই শই (শ শ-);
—এইকেইটা আম **কেঁচাই** খাবলৈ ভাল।
—ভূমিকম্পত মানুহ **শই শই** মৰিল।

-কৰে : ধুপুচ্‌কৰে, ফচ্‌কৰে, হক্‌হককৰে আদি।
—যিকোনো কথা **ফচ্‌কৰে** কৈ দিব নালাগে।

ইয়াৰ বাহিৰেও কিছুমান বিশেষ্য, বিশেষণ আৰু সৰ্বনামৰ পাছত অনুযায়ী, অনুসৰি, কাৰণে, দৰে, ৰূপে, বাবে, বুলি আদি আনুষংগিক অব্যয় তদ্ধিত হিচাপে যোগ দিও ক্ৰিয়া বিশেষণ গঠন কৰিব পাৰি। যেনে—

—কথা **অনুযায়ী** বা **অনুসৰি** কাম কৰিবা।
—**সেই দৰে** নক'বা।
—তুমি নগ'লা, **সেই নিমিত্তে** তেওঁ নাহিল।
—কামটো **ভালৰূপে** কৰিবা।

**আৰবী-পাৰ্চীমূলীয় অসমীয়া তদ্ধিত প্ৰত্যয়** : আৰবী-পাৰ্চীমূলীয় কেইবাটাও তদ্ধিত প্ৰত্যয়ৰ যোগত নতুন অৰ্থবাচক বিশেষ্য আৰু বিশেষণ গঠন কৰিব পাৰি। শব্দ আৰু বাক্যত সেইবোৰৰ প্ৰয়োগ এনে ধৰণৰ—

-অৎ : বিশেষ্য শব্দ গঠন কৰা হয়। ইয়াৰ পাছত -ঈ প্ৰত্যয় যোগ হ'লে বিশেষ্যটো বিশেষণলৈ ৰূপান্তৰ হয়। যেনে—জালিয়ৎ (জালি-অৎ), জালিয়তী (জালি + অৎ + ঈ)।

—এনেবোৰ **জালিয়তী** কামত লিপ্ত হ'ব নাপায়।

-খানা ঃ ডাক্তৰখানা, জেলখানা, বৈঠকখানা ;

—**জেলখানা** জেপ লুৰুকাৰ যেন ভাতঘৰ।

-গিৰি ঃ কেৰাণীগিৰি, বাবুগিৰি, দাদাগিৰি আদি ;

—**কেৰাণীগিৰি** কৰি থাকোঁতেই জীৱনটো গ'ল।

-জাৰি ঃ নামজাৰি, ফুলজাৰি ;

—মাটিবাৰী কিনিলে সোনকালে **নামজাৰি** কৰাই ল'ব লাগে।

-দাৰ আৰু দাৰি/দাৰী ঃ বিশেষ্য আৰু বিশেষণ দুয়োবিধ শব্দ গঠন কৰা হয়। যেনে—মৌজাদাৰ, ঠিকাদাৰ, মহলদাৰ, পট্টাদাৰ, ফৌজদাৰী, ঠিকাদাৰী;

—**মৌজাদাৰৰ** সততাৰ ওপৰত ৰাইজৰ উন্নতি বহুখিনি নিৰ্ভৰ কৰে।

—**ঠিকাদাৰী** কাম চন্তালা বৰ সহজ কথা নহয়।

-ৱালা ঃ ৰিক্সাৱালা, পানীৱালা, ঠেলাৱালা, টুপীৱালা;

—**ঠেলাৱালাৰ** কাম ঠেলা চলোৱা।

-খোৰ ঃ ঘোচখোৰ, সুদখোৰ, গাজাখোৰ;

—**ঘোচখোৰ** বিষয়াজনক পুলিচে আজি হাতে-লোটে ধৰিলে।

-বাজ ঃ দগাবাজ, ফাকিবাজ, ভেলেকিবাজ;

—**ফাকিবাজ** মানুহৰ সন্মান নাই।

-বাজি/বাজী ঃ ভেলেকিবাজি/বাজী, ফাকিবাজি/বাজী, ধান্দাবাজি/বাজী

—কেৱল ফাকিবাজীৰে জীৱন নচলে।

-দানি ঃ ফুলদানি, পাদানি;

—**ফুলদানি** সজোৱাটো ৰীতাৰ এটা চখ।

এইদৰে দেখা যায় যে বিভিন্ন উৎসৰ পৰা অহা তদ্ধিত প্ৰত্যয়বোৰে ভিন্ন অৰ্থবাচক শব্দৰ পাছত যোগ হৈ ন ন অৰ্থবাচক শব্দ গঠন কৰি অসমীয়া শব্দ ভাণ্ডাৰ সমৃদ্ধ কৰিছে। কৃৎ প্ৰত্যয়ৰ দৰে তদ্ধিত প্ৰত্যয়বোৰো ৰূপ সাপেক্ষ। বিশেষ বিশেষ ৰূপৰ পাছতহে এই প্ৰত্যয়বোৰ যোগ হয়। অসমীয়া ভাষাটো শুদ্ধকৈ ক'বলৈ আৰু লেখিবলৈ এই প্ৰত্যয়বোৰৰ সঠিক ব্যৱহাৰ জনাটো অতি বাঞ্ছনীয়।

●●●

॥ ৪ ॥

## নিৰ্দিষ্টতাবাচক আৰু অন্যান্য সৰ্গ

৪.১. নিৰ্দিষ্টতাবাচক সৰ্গ বা প্ৰত্যয় অসমীয়াৰ ভাষাৰ এটি গুৰুত্বপূৰ্ণ ব্যাকৰণিক উপাদান। ভাৰতীয় আৰ্য ভাষাবোৰৰ ভিতৰত কেৱল অসমীয়া, বঙলা আৰু উৰীয়া ভাষাতহে এনে সৰ্গ আছে। তাৰ ভিতৰত অসমীয়াতেই এনে সৰ্গৰ সংখ্যা সৰ্বাধিক আৰু ইবোৰৰ ব্যৱহাৰ তথা প্ৰয়োগৰ বৈচিত্ৰ্যও অধিক।

অসমীয়া ভাষাত তিনি কুৰিতকৈও অধিক নিৰ্দিষ্টতাবাচক সৰ্গ আছে। সেইবোৰৰ কিছুমান হৈছে ঃ জন, জনী, টো, খন, ডাল, পাট, চটা, গছ, খিলা, যোৰ, যুৰি, হাল, গণ্ডা, কোছা, মুঠা, আখি, থোপা, থোকা আদি। আকৃতিৰ ফালৰ পৰা নিৰ্দিষ্টতাবাচক সৰ্গবোৰৰ অধিকাংশই ব্যঞ্জনান্ত। স্বৰান্ত প্ৰত্যয়বোৰ ঘাইকৈ আ-কাৰন্ত, ই/ঈ-কাৰান্ত, উ-কাৰান্ত আৰু ও-কাৰান্ত। এই প্ৰত্যয়বোৰে ঘাইকৈ ইংৰাজী definite article 'the'-ৰ অৰ্থ প্ৰকাশ কৰে। তদুপৰি প্ৰাণীবাচক শব্দৰ পাছত যোগ হ'লে এই প্ৰত্যয়বোৰে তুচ্চ-মান্য, এক নে একাধিক, পূৰ্ব পৰিচিত ইত্যাদিৰ ধাৰণা দিয়ে। কিন্তু অপ্ৰাণীবাচক শব্দৰ পাছত যোগ হ'লে এই সৰ্গবোৰে বহল-চেপেটা, দীঘল-ঘুৰণীয়া, গোটা, দীঘল, চেপেটা বা ঠেক আদি অৰ্থ অৰ্থাৎ বস্তুৰ আকৃতি-প্ৰকৃতি নিৰ্দেশ কৰে। সেয়েহে আধুনিক ভাষা বিজ্ঞানত এই সৰ্গবোৰক classifier বোলা হৈছে, যাৰ অসমীয়া প্ৰতিশব্দ কৰা হৈছে 'শ্ৰেণীনিৰ্দেশক'। কিন্তু অসমীয়া ভাষাত এইবোৰ বিশুদ্ধ শ্ৰেণীনিৰ্দেশক নহয়। কিয়নো মূৰ্ত (concrete) ৰূপৰ সলনি অমূৰ্ত (obstract) ৰূপৰ পাছত যোগ হ'লে এই সৰ্গবোৰে আকৃতি-প্ৰকৃতি নিৰ্দেশ নকৰি মাত্ৰ বুজাব খোজা ধাৰণাটো নিৰ্দিষ্ট কৰি দিয়ে। উদাহৰণ স্বৰূপে, মূৰ্ত গোটা আৰু চেপেটা-বহল বস্তুৰ পাছত লগ লগা '-টো' আৰু '-খন' (যেনে—কলটো, কিতাপখন) প্ৰত্যয় অমূৰ্ত বা স্পৰ্শাতীত মন আৰু হৃদয় বা অন্তৰ শব্দৰ পাছতো লগ লাগে এনেদৰে, মোৰ মনটো (the mind) বেয়া, তাৰ হৃদয়খন বা **অন্তৰখন** (the heart) বৰ ভাল।

এনে পৰিস্থিতিত প্ৰত্যয় দুটাই ক্ৰমে **মন** আৰু **অন্তৰক** আচলতে নিৰ্দিষ্ট কৰিহে দিছে অৰ্থাৎ মোৰ **মনটোহে** বেয়া, শৰীৰ ভালেই বা তাৰ **অন্তৰখনহে** ভাল, দেহাটো অথিৰ-অবিৰ। অৱশ্যে -টো আৰু -খন প্ৰত্যয়ে ক্ৰমে মনটো যে গোল আৰু অন্তৰ বা হৃদয়খন যে আঁহত পাতখিলাৰ দৰে চেপেটা, তেনে ধাৰণা এটাও মনলৈ আনি দিয়ে।

৪.২. নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ ৰূপসাপেক্ষ (morphologically conditioned)। কেতিয়াবা আকৃতিগতভাৱে সাদৃশ্য থকা দুটা ভিন্ন বস্তু বুজাবলৈ দুটা ভিন্ন প্ৰত্যয় ব্যৱহাৰ কৰা হয় আৰু কেতিয়াবা আকৃতিগত সাদৃশ্য নথকা সত্বেও দুটা ভিন্ন বস্তু বা প্ৰাণী বুজাবলৈ একেটা মাত্ৰ প্ৰত্যয় ব্যৱহাৰ কৰা হয়। উদাহৰণস্বৰূপে, **কলম** আৰু **পেন্সিল** দুয়োটা বস্তু দেখিবলৈ একে গোটা আৰু দীঘলীয়া। অথচ কলমত সাধাৰণতে -টো আৰু পেন্সিলত -ডাল প্ৰত্যয় যোগ হয়। **বিকল্পি** বা **হেয়** অৰ্থত কলমত -ডাল (কলমডাল) ব্যৱহাৰ হ'লেও পেন্সিলত -টো অৰ্থাৎ পেন্সিলটো কেতিয়াও নহয়। আনহাতে **হাত** আৰু **চকী**, **হাতী** আৰু **মাখিৰ** মাজত আকৃতিগত সাদৃশ্য নাই যদিও **হাত** আৰু **চকীত** -খন আৰু **হাতী** আৰু **মাখিত** -টো প্ৰত্যয় লগ লাগে। কিন্তু কিয় এনে হয়, ব্যাখ্যা কৰিব নোৱাৰি। এইখিনিতে উল্লেখ কৰিব পাৰি যে জীৱ-জন্তু, চৰাই-চিৰিকতি, কীট-পতংগ বুজোৱা প্ৰাণীবাচক শব্দৰ পাছত সদায় -টো প্ৰত্যয় যোগ হয়। কিন্তু মাইকী বুজালে এনে কিছুমান শব্দৰ পাছত প্ৰায়ে -জনী যোগ হয়। যেনে—হাতীজনী, গৰুজনী, কুকুৰজনী আদি। সেয়েহে অসমীয়া ভাষাত নিৰ্দিষ্টতাবাচক সৰ্গ বা প্ৰত্যয়বোৰ বিশুদ্ধ classifier নহয়।

৪.৩. নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ সকলো বিশেষ্য, কিছুমান বিশেষণ, সৰ্বনাম আৰু সকলো সংখ্যাবাচক শব্দৰ পাছত যোগ হয়। ধাতুৰ কৃদন্ত ৰূপৰ পাছতো এনে সৰ্গ লগ লাগে। বিশেষ্যৰ বাহিৰে আন শব্দৰ পাছত যোগ হ'লে এই সৰ্গবোৰে বুজাব খোজা বিশেষণটোৰ আকৃতি-প্ৰকৃতি অনুযায়ীহে ৰূপ লয়। যেনে—**ভালখন** (কিতাপ), **সৌটো** (পাহাৰ), (ল'ৰা), **দুজন**, (মানুহ) **অহাটো** (আহিল), **যোৱাটো** (গ'ল) আদি। মন কৰিবলগীয়া যে নিৰ্দিষ্টতাবাচক সৰ্গ যোগ হ'লে বিশেষণ আৰু কৃদন্তটোৱে বিশেষ্যৰ ৰূপ লয়। উল্লিখিত **ভাল** বিশেষণ আৰু **অহা-যোৱা** কৃদন্তত ক্ৰমে -খন আৰু -টো যোগ হোৱাত দুয়োটা বিশেষ্য হৈছে। নিৰ্দেশবোধক



সৰ্বনামত নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ হ'লে ইবোৰে ইংৰাজী this, that, those আদি নিৰ্দেশবোধক সৰ্বনামৰ (determiners) অৰ্থ প্ৰকাশ কৰে। যেনে—

এইজন ল'ৰা 'this (particular) boy'
সেইডাল সাপ 'that (particular) snake'
সৌসোপা কাপোৰ 'those (particular) cloths'

আনহাতে 'নিজ' আত্মবাচক সৰ্বনাম আৰু ব্যক্তিবাচক সৰ্বনামৰ প্ৰত্যক্ষ ৰূপৰ (direct form) পাছত নিৰ্দিষ্টতাবাচক সৰ্গ যোগ নহয়। সেই সৰ্বনামবোৰৰ সম্বন্ধপদৰ ৰূপৰ পাছতহে -জন, -খন, -ডাল আদি প্ৰত্যয় যোগ হয়। যেনে—

**মোৰখন** (কিতাপ) ভাল, **তোৰখন** বেয়া।
**আমাৰখন** (চোতাল) পৰিস্কাৰ।
**তাৰডাল** (পেন্সিল) জোঙা, **তোৰডাল** ভোটা।
**আমাৰজন** (মানুহ) আহিল, **আপোনাৰজন** পালেহিনে?

আন এটা উল্লেখনীয় কথা হৈছে, সংখ্যাবাচক শব্দৰ পাছত যোগ হোৱা নিৰ্দিষ্টতাবাচক সৰ্গবোৰক numeratives অৰ্থাৎ সংখ্যাবোধক নিৰ্দিষ্টতাবাচক সৰ্গ বোলা হয়। কিন্তু এক সংখ্যাবাচক শব্দৰ -এ-ৰ লগত যোগ হোৱা নিৰ্দিষ্টতাবাচক প্ৰত্যয়ে নামপদৰ আগত বা পাছত বহি সংখ্যাৰ ধাৰণাহে নিৰ্দিষ্ট কৰি দিয়ে, নাম শব্দটোক নিৰ্দিষ্ট কৰি নিদিয়ে। যেনে—এজন মানুহ বা মানুহ এজন '(any) one man'। আনহাতে দুইৰ পৰা আন সংখ্যাবাচক শব্দৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গ যোগ হৈ নাম শব্দটোৰ পাছত ব্যৱহাৰ হ'লে আৰু নাম শব্দটো জোৰ দি বুজালে, তেনে সংখ্যাবাচক শব্দই সংখ্যাৰ ধাৰণা দিয়াৰ লগতে নাম শব্দটোকো নিৰ্দিষ্ট কৰি দিয়ে; কিন্তু সংখ্যাবাচক শব্দটো আগত বহিলে নাম শব্দটো নিৰ্দিষ্ট নহয়, কেৱল তাৰ সংখ্যাটোহে নিৰ্দিষ্ট হয়। যেনে—

দুজন (যি কোনো) ল'ৰা আহিছে।
ল'ৰা দুজন (পূৰ্ব পৰিচিত নিৰ্দিষ্ট ল'ৰা) আহিছে।

বাক্যবিন্যাসগত দৃষ্টিভংগীৰে চালে দেখা যায় যে সংখ্যাবাচক শব্দ, নিৰ্দেশবোধক সৰ্বনামকে ধৰি বিশেষ কিছুমান সৰ্বনাম আৰু বিশেষণৰ পাছত যোগ হোৱা নিৰ্দিষ্টতাবাচক সৰ্গবোৰ আংশিকভাৱে ব্যাকৰণগত (grammatical)। পৰিবেশ বিশেষে বাক্যৰ গাঁথনিত এইবোৰে বিশেষ ভূমিকা গ্ৰহণ কৰে। যেনে—

**এইখন** মোৰ কিতাপ।

পেন্সিল **দুডাল** দিয়াচোন।

তোমালৈ কলম **দুটা** পঠালোঁ।

**ভালটো** ৰাখি **বেয়াটো** ওভোতাই দিবা।

এই বাক্যকেইটাৰ বৰ হাতৰ আখৰৰ শব্দকেইটাৰ পৰা ক্ৰমে **-খন, -ডাল, -টা, -টো** সৰ্গ আঁতৰাই দিলে **এই, দুই,** ভাল আৰু বেয়া শব্দৰ মৌলিক অৰ্থৰ কোনো পৰিবৰ্তন নহয়। কিন্তু বাক্যকেইটাৰ গাঁথনিত কেনা লাগিব। সৰ্গকেইটা আঁতৰাই দিলে উল্লিখিত বাক্যকেইটা ক্ৰমে এনে ধৰণৰ হ'ব—

এই মোৰ কিতাপ।

পেন্সিল দুই দিয়াচোন।

কলম দুই পঠালোঁ।

ভাল ৰাখি বেয়া ওভোতাই দিয়া।

পদ্যত আমি 'এই মোৰ দুই হাত, এই দুই ভৰি' বুলি ক'ব পাৰোঁ, কিন্তু গদ্যত 'এই **দুখন** হাত, এই **দুখন** ভৰি' বুলি ক'বই লাগিব। সেইদৰে ওপৰৰ বাক্যকেইটাতো সেই পৰিবেশত **এই**-ৰ লগত **-খন, দুই**-ৰ লগত ডাল, টা আৰু ভাল-বেয়া-ৰ লগত টো-ৰ ব্যৱহাৰ অপৰিহাৰ্য। গতিকে বিশেষ পৰিবেশত সৰ্বনাম আৰু বিশেষণৰ লগত আৰু প্ৰাণী বা বস্তু এক নে একাধিক, তাক নিৰ্দিষ্ট কৰি দিবলৈ সকলো পৰিবেশতে সংখ্যাবাচক শব্দৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গ বা প্ৰত্যয়ৰ ব্যৱহাৰ অপৰিহাৰ্য। অৰ্থগত দিশৰ পৰাও নামশব্দৰ পাছত যোগ হোৱা নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ অৰ্থগতভাৱে ব্যাকৰণগত। উদাহৰণস্বৰূপে— মানুহজন আহিছে। এই বাক্যৰ পৰা জন আঁতৰাই আনিলে বাক্যৰ গাঁথনিক দিশত আউল নালাগে, কিন্তু আগতে আহিম বুলি কোৱা নিৰ্দিষ্ট এজন মান্য পুৰুষ অহাৰ অৰ্থ প্ৰকাশ নাপায়। সেই অৰ্থ অটুট ৰাখিবলৈ হ'লে 'মানুহ' শব্দত জন-ৰ ব্যৱহাৰ অত্যাৱশ্যকীয়।

নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ বিভক্তিমূলক (inflectional)। এইবোৰে -অনি (ধাননি), -উৱা (ধৰুৱা) প্ৰত্যয়ৰ দৰে নতুন অৰ্থবাচক শব্দ গঠন নকৰে; মাত্ৰ যোগ হোৱা শব্দটোৰ মৌলিক অৰ্থৰ লগত অতিৰিক্ত অৰ্থ সংযোগ কৰি শব্দটোৰ ৰূপৰ কিছু পৰিবৰ্তন ঘটায়। উদাহৰণস্বৰূপে— **শিক্ষকজন** ভাল। এই বাক্যত



**শিক্ষক** শব্দত লগা জন-টোৱে নিৰ্দিষ্ট এগৰাকী শিক্ষককহে বুজাইছে, শিক্ষক শব্দৰ মৌলিক অৰ্থৰ পৰিবৰ্তন ঘটাই নতুন অৰ্থবাচক শব্দ গঠন কৰা নাই।[১]

অৱস্থানগত দিশৰ পৰা নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ পৰসৰ্গ বা পৰপ্ৰত্যয় (suffix)। কিন্তু পৰিবেশ বিশেষে এইবোৰ মূল শব্দৰ দৰে ব্যৱহাৰ হয়। মূল শব্দৰ দৰে প্ৰয়োগ হ'লে ইবোৰৰ পাছত -এ, -ই প্ৰত্যয় যোগ কৰি তাৰ পাছত প্ৰতি শব্দ ব্যৱহাৰ কৰা হয় আৰু তেতিয়া সেই ৰূপবোৰে প্ৰত্যেক (every) অৰ্থ প্ৰকাশ কৰে। যেনে—খনে প্ৰতি, ডালে প্ৰতি, জনে প্ৰতি, জোপাই প্ৰতি আদি। কেতিয়াবা খন-ৰ পাছত -ইয়া প্ৰত্যয় যোগ কৰি বিশেষণৰ দৰে ব্যৱহাৰ কৰা হয়। যেনে—**খনিয়া** তামোল। সেইদৰে জন প্ৰত্যয়ৰ লগত **মূৰি** লগাই জনমূৰি কৰা হয়; তেতিয়া জন-ৰ অৰ্থ মানুহলৈ সম্প্ৰসাৰিত হৈ **জনমূৰিৰ** অৰ্থ হয় 'মানুহজনে প্ৰতি'। কেতিয়াবা বিশেষ প্ৰসংগত এই প্ৰত্যয়বোৰৰ কিছুমান মূল শব্দৰ দৰে পুনৰুক্তি হৈ ব্যৱহৃত হয় আৰু তেতিয়া ইবোৰে ক্ৰিয়া বিশেষণৰ অৰ্থ প্ৰকাশ কৰে। যেনে—

তামোলটো **খন খন** কৰ।

বাঁহবোৰ ডাল ডাল হৈ আছে।

কেতিয়াবা পুনৰুক্তি হিচাপে মূল শব্দৰ দৰে ব্যৱহাৰ হোৱা দ্বিতীয় শব্দৰ পাছত কৈ বা কৰি আৰু এ- প্ৰত্যয় যোগ হয়। যেনে—

কাঠডাল কাটি **ডোখৰ ডোখৰকৈ** থ'বা।

লেতেকুবোৰ **থোপা থোপে** লাগিছে।

কেতিয়াবা পুনৰুক্তি হিচাপে ব্যৱহাৰ হোৱা নিৰ্দিষ্টতাবাচক প্ৰত্যয়টোত -এ যোগ দি বহুবচনৰ অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

**খনে খনে** তামোল খাই শেষ কৰিলে।

এইদৰে নিৰ্দিষ্টতাবাচক সৰ্গ বা প্ৰত্যয়বোৰ বিশেষ পৰিবেশত মূল শব্দৰ দৰে লাগে অথচ মূল নহয়, এনে অৰ্থতে ড° গোলোকচন্দ্ৰ গোস্বামীয়ে এই সৰ্গবোৰক **মূলাভাস প্ৰাকৃতি** বুলি কৈছে ((subroot morphema)। এনেদৰে

১। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, পৃ. ১১১; অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ২০৫-২৭; গ্ৰন্থ দুখনত এইবোৰক কিয় শব্দ-সাধনৰ সৰ্গ বোলা হৈছে বুজা নগ'ল।

বিশ্লেষণ কৰিলে দেখা যায় যে অসমীয়া ভাষাত নিৰ্দিষ্টতাবাচক সৰ্গৰ ব্যৱহাৰ আৰু প্ৰয়োগ অতি বিচিত্ৰ।

৪.৪. প্ৰাণী বা বস্তুৰ সংখ্যাৰ ধাৰণা দিয়াৰ দিশৰ পৰা অসমীয়া ভাষাৰ নিৰ্দিষ্টতাবাচক সৰ্গবোৰক বহলভাৱে চাৰিটা ভাগত ভগাব পাৰি ঃ

(ক) একবাচক (unit of one)
(খ) দ্বিবাচক (unit of two)
(গ) চতুৰ্বাচক (unit of four)
(ঘ) বহুত্ববাচক (unit of many)

ইয়াৰ বাহিৰে আশীটা বস্তু একেলগে বুজাবলৈও অসমীয়া ভাষাত এটা শব্দ আছে -'পোন', যিটো নিৰ্দিষ্টতাবাচক সৰ্গৰ দৰে ঘাইকৈ তামোল বা নেমু বুজাবলৈ বিশেষ্য, বিশেষণ, সৰ্বনাম আৰু সংখ্যাবাচক শব্দৰ পাছত যোগ হয়। যেনে—**তামোলপোন, এইপোন** নেমু, ভালপোন তামোল, এপোন বা দুপোন নেমু ইত্যাদি। কুৰিখিলা পাণ একেলগে বুজোৱা শব্দ এটাও আছে। সেইটো হৈছে **গুচি**। যেনে—পাণগুচি।

**৪.৪.১. একবাচক বা এটা বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ ঃ**

অসমীয়া ভাষাত এটা বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ প্ৰায় ডেৰকুৰিমান হ'ব। সেইবোৰৰ কিছুমান হৈছে —**কুৰা, খন/খনি, খিলা, খুতৰা, গছ, গৰাকী, চকল, চটা, চপৰা, জন/জনী, জোপা, টো/টা/টি, টুকুৰা, ডাল, ডোখৰ, পদ, পাট, পাৰ, পাহ, লদা, সুতা, কণ/কণি** ইত্যাদি। এই সৰ্গবোৰে (ক) সকলো বিশেষ্য (খ) বিশেষ বিশেষ বিশেষণ (গ) বিশেষ বিশেষ সৰ্বনাম আৰু (ঘ) সকলো সংখ্যাবাচক শব্দৰ পাছত বহি প্ৰাণী বা বস্তুক নিৰ্দিষ্ট কৰি দিয়াৰ লগতে সিবোৰৰ আকৃতি-প্ৰকৃতি আদিও নিৰ্দেশ কৰে। কাৰক-বিভক্তি এই সৰ্গবোৰৰ পাছত যোগ হয়। অসমীয়া ভাষাত এই সৰ্গবোৰৰ ব্যৱহাৰ আৰু প্ৰয়োগ এনে ধৰণৰ—

**-কুৰা** ঃ ই ৰূপ সাপেক্ষ। কেৱল জুই বুজাবলৈ ই বিশেষ্য, সৰ্বনাম আৰু সংখ্যাবাচক শব্দৰ পাছত যোগ হয়। যেনে—

(ক) **জুইকুৰা** বৰকৈ জ্বলিছে।
(খ) **জুইকুৰাত** পানী ঢালি দিয়া।
(গ) ঠাণ্ডাত জুই **একুৰা** পোৱা হ'লে ভাল আছিল।



-খন/খনি ঃ সাধাৰণতে বহল, দীঘল আৰু চেপেটা বস্তু বুজাবলৈ অপ্ৰাণীবাচক মূৰ্ত আৰু অমূৰ্ত ৰূপৰ পাছত -খন আৰু ক্ষুদ্ৰতা বা মৰম বুজাবলৈ খনি ব্যৱহাৰ কৰা হয়। যেনে—

(ক) **নৈখন** পানীৰে ওফন্দি পৰিছে।
**দুৱৰা** কবিৰ **হিয়াখনি** জেতুকা পাতৰ দৰে।
**ৰাতিখন** ইয়াত কি কৰিছা? (বিশেষ সময় অৰ্থত)
**আইমনিৰ ঘৰখন** বৰ ভাল। (পৰিয়াল অৰ্থত)
(খ) **ডাঙৰখন** বহী আনিবা।
(গ) **এইখন** কিতাপ দিলেই হ'ব।

কি প্ৰশ্নবোধক সৰ্বনামৰ পাছত খন যোগ হ'লে অবাঞ্চিত কিবা ঘটনা ঘটাৰ অৰ্থ প্ৰকাশ কৰে। যেনে—**কিখন** যে হ'ল!

(ঘ) একৰ পৰা কোটিলৈকে বিভিন্ন সংখ্যাৰ পাছত যোগ হৈ নাম শব্দৰ আগত বা পাছত বহে। যেনে—**এখন** কিতাপ, **দুডাল** পেন্সিল আৰু **চাৰিটা** কলম দিয়ক।

**-খিলা** ঃ ই ৰূপ সাপেক্ষ। বহল-চেপেটা অৰ্থ প্ৰকাশ কৰিবলৈ সাধাৰণতে পাণ, গছৰ পাত আৰু কাগজ বুজাবলৈ ব্যৱহৃত হয়। যেনে—

(ক) **কাগজখিলা** বৰ পাতল।
(খ) **ভালখিলা** পাণ দিয়া।
(গ) **এইখিলা** কাগজ ফটা।
(ঘ) **এখিলা** বা **দুখিলা** পাণ দিয়াচোন।

সময়ৰ লগে লগে এই প্ৰত্যয়ৰ ব্যৱহাৰ কমি আহিছে। বহুতে **কাগজখিলাৰ** ঠাইত **কাগজখন** ব্যৱহাৰ কৰে। **কাগজখন** শব্দই নিৰ্দিষ্ট এখিলা কাগজো বুজায় আৰু পৰিবেশ-পৰিস্থিতি অনুযায়ী বাতৰি **কাগজখনকো** বুজায়।

-খুতুৰা ঃ কেৱল মাছ বা মাংসৰ খণ্ড বুজাবলৈ ব্যৱহৃত হয়। যেনে—

(ক) মোৰ **মাছখুতুৰা** ডাঙৰ।
(খ) **এইখুতুৰা** মাংস ভাল নহয়।
(গ) **ভালখুতুৰা** চাই দিয়ক।
(ঘ) মাছ **এখুতুৰা** আৰু দিয়ক।

বৰ্তমান মাছ বা মাংসৰ খুতুৰা বুজাবলৈ 'ডোখৰ' প্ৰত্যয়হে ব্যৱহাৰ কৰা দেখা যায়। কিন্তু মাছ-মাংসৰ লগত খাপ খোৱা জতুৰা 'খুতুৰা' সৰ্গটো ব্যৱহাৰ কৰিলে ভাল।

-গছ/গছি ঃ এই সৰ্গ বা প্ৰত্যয়ো ৰূপ সাপেক্ষ। লেহুকা, নাতিদীৰ্ঘ অৰ্থ প্ৰকাশ কৰিবলৈ সাধাৰণতে বতিয়া, শলিতা, বন্তি আৰু চাকি শব্দৰ পাছত যোগ হয়। যেনে—

(ক) **বতিয়াগছ** ভালকৈ বতিবা।
(খ) **ভালগছ** শলিতা দিয়া।
(গ) **এইগছ** বন্তি ভালকৈ জ্বলিছে।
(ঘ) মোৰ হৈ মন্দিৰত চাকি **এগছ** জ্বলাবা।

-গৰাকী ঃ কেৱল মানুহৰ ক্ষেত্ৰ ত মান্যাৰ্থত ব্যৱহৃত হয়। ই লিংগ নিৰপেক্ষ বা উভয়লিংগবাচক। ব্যৱহাৰৰ উদাহৰণ—

(ক) **মানুহগৰাকী** বৰ ভাল।
(খ) **ভালগৰাকী** গায়কক মাতিবা।
(গ) **এইগৰাকী** ব্যক্তিক মই চিনি পাওঁ।
(ঘ) ঘৰলৈ **দুগৰাকী** অতিথি আহিছে।

মন কৰিবলগীয়া যে বিশেষণৰ পাছত যোগ হোৱা **গৰাকী** সৰ্গই বিশেষ পৰিবেশত জোৰ দি বুজালে হেয় বা অবাঞ্ছিত অৰ্থ প্ৰকাশ কৰে। যেনে— **ভালগৰাকীকে** মাতিলা।

-চকল ঃ ৰূপ সাপেক্ষ। সাধাৰণতে আম, নেমু আৰু মাছৰ পাতল টুকুৰা বুজাবলৈ ব্যৱহৃত হয়। যেনে—

(ক) **আমচকল** খাই ভাল লাগিল।
(খ) **ডাঙৰচকল** নেমু দিবা।
(গ) তই **মোৰচকল** আমকে খা।
(ঘ) মাছ **এচকল** নহ'লে ভাত খাব নোৱাৰোঁ।

মনকৰিবলগীয়া যে সময়ৰ লগে লগে **চকলৰ** এনে ব্যৱহাৰ নোহোৱা হৈ আহিছে। তাৰ ঠাইত **আমটুকুৰা** বা ডোখৰ, মাছ **এটুকুৰা** বা নেমু **এডোখৰ**, **ডাঙৰটুকুৰা** আম— এনে ব্যৱহাৰহে মানুহৰ মুখত শুনা যায়।



-চটা ঃ চেপেটা, ঠেক আৰু দীঘল ফলা বস্তু বুজাবলৈ ব্যৱহৃত হয়। যেনে—

(ক) পচা **কাঠচটা** পেলাই দে।
**খৰিচটা** সৰু সৰুকৈ দিয়া।
(খ) **ভালচটা** তক্তা থৈ দিয়া।
(গ) **এইচটা** বাঁহ নিনিবা।
(ঘ) **তিনিচটা** কাঠেই হ'ব।

-চপৰা ঃ কেৱল মাটিৰ টুকুৰা বুজাবলৈ ব্যৱহৃত হয়।

(ক) **মাটিচপৰা** বৰ টান।
(খ) **ডাঙৰচপৰা** মাটি ইয়াতে পেলাবা।
(গ) **এইচপৰা** মাটি নহ'লেও হ'ব।
(ঘ) খৰালিতে **এচপৰা-দুচপৰাকৈ** মাটি পেলাব লাগিছিল।

-জন/-জনা/-জনী ঃ জন পুলিংগবাচক আৰু মান্যাৰ্থক। সকলো ব্যক্তিবাচক নামশব্দৰ পাছত ই যোগ হয়। যেনে—

(ক) **ডাক্তৰজন** বৰ ভাল। **ৰোগীজন** ভাললৈ আহিছে।
(খ) তেওঁৰ **ডাঙৰজন** ল'ৰা দিল্লীত থাকে।
(গ) **সৌজন** মোৰ ছাত্ৰ।
(ঘ) কালিলৈ তোমালোক **তিনিজন** আহিবাচোন।

কেতিয়াবা বিশেষ পৰিবেশত **ভাল** বিশেষণত -জন আৰু তাৰ পাছত -কে যোগ কৰি বিশেষ জোৰ দি বুজালে হেয় বা অবাঞ্চিত অৰ্থ প্ৰকাশ কৰে। যেনে—**ভালজনকে** জোকাই ল'লা।

কেতিয়াবা অধিক মান্যাৰ্থ প্ৰকাশ কৰিবলৈ -জনা ব্যৱহাৰ কৰা হয়। যেনে—

(ক) **গোঁসানীজনা** বৰ ধুনীয়া হৈছে।
(খ) এখেত **সৰুজনা** গোসাঁই।
(গ) **এইজনা** আমাৰ স্কুলৰ প্ৰধান শিক্ষক।
(ঘ) গোঁসাই **দুজনা** আহিছে।

স্ত্ৰী বা মাইকী বুজোৱা সকলো প্ৰাণীবাচক শব্দৰ পাছত তুচ্চাৰ্থত -জনী

ব্যৱহাৰ হয়। যেনে—

(ক) মানুহজনী গ'লগৈ। গৰুজনীয়ে পোৱালি দিছে।

(খ) ডাঙৰজনী ছোৱালী বৰ ভাল।

(গ) সৌজনী আমাৰ ৰমলা দেখোন!

(ঘ) দেউতাই ছাগলী দুজনী বেচি দিলে।

কেতিয়াবা বিশেষ পৰিবেশত ভাল বিশেষণত -জনী আৰু তাৰ পাছত -কে যোগ কৰি জোৰ দি উচ্চাৰণ কৰিলে হেয় বা অবাঞ্চিত অৰ্থ প্ৰকাশ কৰে। যেনে—

ভালজনীকে ক'লা কথাটো।

সৰু ছোৱালীক মৰমেৰে মাতোঁতে নাম শব্দৰ পাছত -জনী যোগ কৰি সাধাৰণ অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

অ' মোৰ মাজনী/সোনজনী, এইপিনে আহাঁচোন।

-জোপা ঃ কেৱল বিভিন্ন গছ বুজাবলৈ সকলো নামশব্দৰ পাছত যোগ হয়। যেনে—

(ক) আমজোপা বৰ ওখ হৈছে।

ফুলজোপাৰ গুৰিটো চিকোনাই দিব লাগিব।

(খ) ভালজোপা নেমুকে কাটি পেলালে।

(গ) সৌজোপা বকুল গছ।

(ঘ) কৰ্দৈ দুজোপাত বহুত কৰ্দৈ লাগিছে।

-টো ঃ প্ৰাণীবাচক-অপ্ৰাণীবাচক, মূৰ্ত-অমূৰ্ত সকলো নামশব্দৰ পাছত যোগ হয়। প্ৰাণীবাচক শব্দৰ পাছত যোগ হ'লে ই সদায় পুৰুষক বুজায় আৰু সাধাৰণ তুচ্ছাৰ্থ প্ৰকাশ কৰে। যেনে—

(ক) মানুহটো বা ল'ৰাটো ভাল।

হাতীটো দঁতাল।

আজি মনটো ভাল নহয়।

তাৰ স্বভাবটো বেয়া।

(খ) ডাঙৰটো ল'ৰা পাঞ্জাবত থাকে।

(গ) এইটো কাৰ ঘৰ?



(ঘ) বিয়ালৈ মানুহ অহাটো আহিছে, যোৱাটো গৈছে।

-টা ঃ সদায় সংখ্যাবাচক শব্দৰ পাছত ব্যৱহাৰ হয়। যেনে—

মানুহ দুটা বা ল'ৰা দুটা গ'লগৈ।

আদৰ আৰু ক্ষুদ্ৰাৰ্থ বুজাবলৈ প্ৰাণীবাচক অৰ্থাৎ মানুহ বুজোৱা বিশেষ্য, সৰ্বনাম আৰু সংখ্যাবাচক শব্দৰ পাছত সদায় -টি যোগ হয়। যেনে—

ল'ৰাটি ভালে আছেনে?

পোনাটিক লৈ নাহিলা কিয়?

আইটি এইফালে আহাচোন।

এইটি কাৰ ল'ৰা?

পোনা দুটি ভালে আছেনে?

-ডাল ঃ গোটা, দীঘল, টান আৰু লেহুকা বস্তু বুজাবলৈ নাম শব্দৰ পাছত যোগ হয়। যেনে—

(ক) কাঠডাল ফলাব লাগিব।

জখলাডাল বেৰত ঠিকমতে লগাই ল'বা।

কুকুৰটোৰ শিকলিডাল ছিঙিব চাবা।

(খ) ডাঙৰডাল বাঁহ আনিবা।

(গ) এইডাল ৰচি ভাল নহয়, সৌডাল দিয়া।

(ঘ) দুডাল ৰচি হ'লেই হ'ব।

কেতিয়াবা মানুহ বুজোৱা নামশব্দৰ পাছত -ডাল যোগ হৈ পুৰুষক বুজালে গালি আৰু তুচ্ছাৰ্থ প্ৰকাশ কৰে। যেনে—

এই মানুহডালক কোনে মাতিছিল?

সৌডাললৈ চোৱা, কেনেখন কৰিছে।

-পাট ঃ চেপেটা, দীঘল, গোল আৰু ঠেক বস্তু বুজাবলৈ বিশেষকৈ শৰ, যাঠি, ব'ঠা, খাৰু শব্দৰ পাছত যোগ হয়। যেনে—

(ক) যাঠিপাট বৰ জোঙা।

ব'ঠাপাট ভালকৈ ধৰিবা।

সোণৰ খাৰুপাট ছিগি থাকিল।

(খ) চিকাৰলৈ ভালপাট যাঠি ল'বা।

(গ) এইপাট শৰ ভাল নহয়।
(ঘ) শৰ দুপাট ভালকৈ ৰাখিবা।

ব্যক্তিবাচক নাম শব্দৰ পাছত পাট যোগ হ'লে ই হেয় আৰু তুচ্চাৰ্থ প্ৰকাশ কৰে। যেনে—

সৌ ল'ৰাপাটলৈ চোৱা।
আহিল আৰু এইপাট আমনি কৰিবলৈ।

**৪.৪.২. দ্বিবাচক বা একেলগে দুটা বস্তুৰ গোট বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ ঃ** অসমীয়া ভাষাত দ্বিবচন নাই যদিও একেলগে দুটা বস্তুক বুজাবলৈ পাঁচোটা সৰ্গ আছে ঃ যোৰ/যুৰি, হাল, যুগল, দ্বয় আৰু উভয়। যোৰপাতি থকা প্ৰায়বোৰ নামশব্দৰ পাছতে এইকেইটা যোগ হৈ বুজাব খোজা প্ৰাণী বা বস্তুক নিৰ্দিষ্ট কৰি দিয়ে। যেনে—

(ক) **জোতাযোৰ** দেখিবলৈ বৰ সুন্দৰ।
**চেন্দাউৰিযোৰ** ইমান মিহি!
**মুজাযোৰ** ঠায়ে ঠায়ে ছিগিছে।
(খ) **ভালযোৰ** পাৰ আনিবা।
(গ) **এইযোৰ** হাঁহ নালাগে।
(ঘ) মোলৈ **এযোৰ** জোতা আৰু **দুযোৰ** মুজা আনিবা।

আদৰ আৰু ক্ষুদ্ৰাৰ্থ বুজাবলৈ **যুৰি** ব্যৱহাৰ কৰা হয়। যেনে—
**চকুযুৰি** ইমান ধুনীয়া।
**পাৰযুৰি** দেখিলেই মৰম লাগে।

-হাল ঃ বিশেষ প্ৰাণীবাচক আৰু সকলো সংখ্যা শব্দৰ পাছত এই সৰ্গ যোগ হয়। যেনে—

(ক) একমাত্ৰ পুত্ৰৰ মৃত্যুত **বুঢ়া-বুঢ়ীহাল** অকলশৰীয়া হ'ল।
সেইদৰে **গৰুহাল, ম'হহাল, ল'ৰা-ছোৱালীহাল** আদি।
(খ) **ডাঙৰহাল** গৰুকে পথাৰলৈ নে।
(গ) **এইহাল** গৰু বৰ লেধা।
(ঘ) ৰমা, গৰু **দুহাল** লৈ সোনকালে আহ।



-যুগল ঃ কেৱল তৎসম শব্দত সাধাৰণতে দেৱ-দেৱী বা গোসাঁই-মহন্তৰ হাত-ভৰি, চকু-কাণ বুজাবলৈ ব্যৱহৃত হয়। যেনে—

(ক) সৰস্বতী আইৰ পদযুগলত পুষ্পাঞ্জলি দিয়ক।

সেইদৰে **নয়নযুগল, হস্তযুগল, কৰ্ণযুগল, চৰণযুগল** আদি শব্দৰ ব্যৱহাৰ দেখা যায়।

-দ্বয় ঃ এই সৰ্গও কেৱল তৎসম শব্দত দুজন ব্যক্তিক একেলগে বুজাবলৈ ব্যৱহৃত হয়। যেনে—

নিৰ্দিষ্ট **বক্তাদ্বয়** আৰু বিশিষ্ট **অতিথিদ্বয়**।
ভ্ৰাতৃ আৰু মন্ত্ৰী শব্দৰ পাছতো দ্বয় যোগ হয়।

দুজন ব্যক্তি একেলগে বুজোৱা আনটো ৰূপ হৈছে **উভয়**। দুজনক বিশেষভাৱে বুজালে ইয়াৰ পাছত সদায় -এ প্ৰত্যয় যোগ হয়। যেনে—

বৰ-কইনা **উভয়কে** আশীৰ্বাদ দিলোঁ।
স্বামী-স্ত্ৰী **উভয়ে** আহিবা।

**৪.৪.৩. চতুৰ্বাচক বা চাৰিটা বস্তুৰ গোট বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ ঃ** অসমীয়াত এনে সৰ্গ তিনিটা ঃ গণ্ডা, অঁৰা আৰু হালি। প্ৰথম দুটা তামোল আৰু নেমুৰ ক্ষেত্ৰত আৰু **হালি** ঘাইকৈ কণীৰ ক্ষেত্ৰত চাৰিটা বস্তুৰ গোট বুজাবলৈ ব্যৱহাৰ কৰা হয়। যেনে—

**তামোলগণ্ডা** মোনাত ভৰাই থোৱা।
**এঅঁৰা** তামোল বা নেমু **এঅঁৰা** দিয়াচোন।
**কণীহালি** ভালকৈ বান্ধি দিবা।
**দুহালি** কণী হ'লেই হ'ব।

**৪.৪.৪. বহুত্ববাচক বা বহু বস্তুৰ গোট বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ ঃ** অসমীয়াত বহু বস্তুৰ গোট বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গৰ সংখ্যা একুৰিৰো অধিক হ'ব। সেইবোৰ হৈছে—কোছা, খিনি, গাল, চিৰা, টাঁৰ, টোপা, ডৰা, মুঠা/মুঠি, যাৰ, পোলা আদি। মখা, জাক, দল আদি সমূহবাচক শব্দইও নামশব্দৰ পাছত যোগ হৈ প্ৰাণী বা বস্তুক নিৰ্দিষ্টকৈ বুজায়। বহু বস্তুৰ থুপ বা গোট বুজালে এইবোৰ এক বচনৰ দৰে হয়। ইহঁতৰ আগত **এক** সংখ্যা শব্দ যোগ দি এক বচনৰ আৰু

দুইৰ পৰা আন সংখ্যাবাচক শব্দ যোগ দি বহু বচনৰ ৰূপ পাব পাৰি। যেনে— চুলিকোছা, একোছা বা দুকোছা চুলি। বহুত্ববাচক নিৰ্দিষ্টতাবাচক সৰ্গ কেইটামানৰ ব্যৱহাৰ এনে ধৰণৰ—

-কোছা ঃ কিছু দীঘল, লেহুকা বা টান বস্তুৰ গোট বুজাবলৈ সাধাৰণতে বিশেষ্য, দুই-এটা বিশেষণ, সৰ্বনাম আৰু সংখ্যাবাচক শব্দৰ পাছত এই সৰ্গ যোগ হয়। যেনে—

(ক) চুলিকোছা কিচকিচ্‌কৈ ক'লা।
খৰিকোছা শুকাল।
চাবিকোছা ভালকৈ থোৱা।
(খ) ভালকোছা খৰি ল'বা।
(গ) এইকোছা চাবি পুৰণি।
(ঘ) খৰি তিনিকোছা যেনেতেনে আনিবা।

-খিনি ঃ গোটা, জুলীয়া আদি বস্তুৰ গোট বুজাবলৈ নাম শব্দৰ পাছত ব্যৱহাৰ হয়। যেনে—

(ক) ভাতখিনি উদং হৈ আছে।
পানীখিনি পি লোৱা।
(খ) বেয়াখিনি মাছ পেলাই দিয়া।
সংখ্যাবাচক শব্দৰ পাছত এই সৰ্গৰ ব্যৱহাৰ সীমিত।

-চিৰা ঃ মাহজাতীয় শস্য বুজোৱা শব্দৰ পাছত যোগ হয়। যেনে—

(ক) মাহচিৰা এতিয়াও পূৰঠ হোৱা নাই।
(খ) ভালচিৰা মাহ দিয়া।
(গ) এইচিৰা মাহ।
(ঘ) মাহনিলৈ আহিছা যেতিয়া মাহ এচিৰা খোৱা।

-টাঁৰ ঃ দীঘল, লেহুকা বস্তুৰ গোট বুজাবলৈ সাধাৰণতে চুলি, বাঢ়নি শব্দৰ পাছত যোগ হয়। যেনে—

(ক) চুলিটাঁৰ দীঘল।
(খ) ভালটাঁৰ বাঢ়নি ল'বা।
(গ) এইটাঁৰ বাঢ়নি ভাল নহয়।



(ঘ) বজাৰৰ পৰা বাঢ়নি দুটাঁৰ আনিলোঁ।

-মুঠা/মুঠি ঃ ভাত, চাউল, খৰি, খেৰ আদিৰ গোট বুজাবলৈ বিভিন্ন নামশব্দৰ পাছত এই সৰ্গৰ ব্যৱহাৰ হয়। যেনে—

(ক) ককাই, ভাতমুঠি খাই লোৱা।
খেৰমুঠা ভালকৈ বান্ধি লোৱা।
(খ) ভালমুঠা খৰি দিবা।
(গ) দিনটো ভিক্ষা কৰি এইমুঠা চাউলহে পালোঁ।
(ঘ) খৰি দুমুঠি ভালকৈ থ'বা।

-পোলা ঃ গোটা, দীঘল বস্তুৰ গোট বুজাবলৈ সাধাৰণতে কুঁহিয়াৰ, ইকৰা, খৰি শব্দৰ পাছত যোগ হয়। যেনে—

(ক) কুঁহিয়াৰপোলা গাড়ীত উঠোৱা হ'ল।
ইকৰাপোলা বা খৰিপোলা ভালকৈ বান্ধি লোৱা।
(খ) ভালপোলা কুঁহিয়াৰ দিবা।
(গ) এইপোলা খৰিয়েই হ'ব।
(ঘ) ইকৰা দুপোলা থৈ দিয়া।

গাল (ভাতগাল), চমকা (মাটিচমকা), চলু (পানীচলু), চাম (লেখকচাম), জাউৰী (গালিজাউৰী), জোকা (বেঙেনাজোকা), আঁৰি (কলআঁৰি), থোকা (কলথোকা), ধাৰ (মালাধাৰ), ধোকা (পানীধোকা), পালি (দৰবপালি), ফেৰা (লোনফেৰা), -ষাৰ (মাতষাৰ) আদি ৰূপবোৰো বহুত্ববোধক নিৰ্দিষ্টতাবাচক সৰ্গ হিচাপে ব্যৱহাৰ কৰা হয়। কিন্তু এইবোৰো এক বচনৰ দৰে। দুইৰ পৰা আন সংখ্যাবাচক শব্দৰ পাছত যোগ কৰি এইবোৰৰো কিছুমান বহু বচনলৈ ৰূপান্তৰ কৰিব পাৰি। যেনে—দুচলু পানী, তিনিপালি ঔষধ, পাঁচআঁৰি কল, দুষাৰ কথা ইত্যাদি।

৪.৪.৫. ঃ জুলীয়া বা গোটা বস্তুৰ পৰিমাণ, মাটিৰ জোখ, পথৰ দূৰত্ব বা দৈৰ্ঘ নিৰ্দিষ্টভাৱে প্ৰকাশ কৰিবলৈ কিছুমান নামশব্দ তাৰ লগত সম্পৰ্ক থকা আন কিছুমান নামশব্দৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গৰ দৰে যোগ হয়। অৰ্থগত দিশৰ পৰা এনে নামশব্দ দুবিধ ঃ আধাৰবাচক আৰু পৰিমাণবাচক। আধাৰবাচক নামশব্দ

কিছুমান হৈছে ঃ **কাপ, গিলাচ, বাল্টি, বটল, কাঁহী,** বাতি, **কলহ,** দোন, ডুলি, পাচি ইত্যাদি। পনীয়া বা জুলীয়া, গোটা বস্তু বুজোৱা নাম শব্দবোৰ এইবোৰ আধাৰবাচক শব্দৰ আগত ব্যৱহাৰ হৈ সেই পনীয়া বা গোটা বস্তুবোৰক নির্দিষ্ট কৰি দিয়ে। এই আধাৰবাচক শব্দবোৰ নির্দিষ্টতাবাচক সর্গৰ দৰে বিশেষ্য, সর্বনাম, সংখ্যাবাচক শব্দ আৰু কেতিয়াবা বিশেষণৰ পাছতো যোগ হয়। যেনে—**চাহকাপ, পানীবাল্টি, ভাতকাঁহী, এইদোন** ধান, **সৌডুলি** সৰিয়হ, **এগিলাচ** পানী, **দুকলহ** গাখীৰ, **ভালকলহ** দৈ ইত্যাদি।

মন কৰিবলগীয়া যে আধাৰবাচক নাম শব্দবোৰ মূল শব্দৰ দৰে ব্যৱহাৰ হ'লে তাৰ পাছত নির্দিষ্টতাবাচক **-টো, -খন** আদি সর্গ যোগ হয়। যেনে—**গিলাচটো, কলহটো, কাঁহীখন** আদি।

নির্দিষ্টতাবাচক সর্গৰ দৰে ব্যৱহাৰ হোৱা পৰিমাণবাচক নামশব্দবোৰ হ'ল—মোন, সেৰ, গ্ৰাম, কুইন্টল, পূৰা, বিঘা, কঠা, লোচা, মাইল, ফার্লং, গজ, মিটাৰ, লিটাৰ আদি। এই পৰিমাণবাচক সর্গবোৰো নির্দিষ্টতাবাচক সর্গৰ দৰে বিশেষ্য, সর্বনাম, সংখ্যাবাচক শব্দ আৰু কেতিয়াবা দুই-এটা বিশেষণৰ পাছত যোগ হয়। যেনে—**ধানমোন, চাউলসেৰ, এইমোন** ধান, এক **কুইন্টল** চাউল, **মাটিপূৰা, দুবিঘা** মাটি, **দুকঠা** মাটি, **এমাইল** বাট, দুই **ফার্লং** দূৰ, **এইগজ** কাপোৰ, **দুই লিটাৰ** কেৰাচিন, **কাপোৰমিটাৰ** ইত্যাদি।

মন কৰিবলগীয়া যে পথৰ দূৰত্বসূচক মাইল, ফার্লং আদি শব্দ কেৱল সংখ্যাবাচক শব্দৰ পাছতহে ব্যৱহাৰ হয়। তদুপৰি আধাৰবাচক শব্দৰ দৰে পৰিমাণবাচক শব্দৰ পাছত **-টো, -খন** আদি নির্দিষ্টতাবাচক সর্গ ব্যৱহাৰ নহয়।

কেতিয়াবা বিশেষ এটা পৰিয়াল বুজাবলৈ 'মানুহ' শব্দৰ পাছত 'ঘৰ' শব্দ নির্দিষ্টতাবাচক সর্গৰ দৰে ব্যৱহাৰ কৰা হয়। যেনে—মানুহঘৰ।

**৪.৫. ঃ সম্বোধনবোধক নির্দিষ্টতাবাচক সর্গ ঃ** কোনো লোকক সম্বোধন কৰি মাতিবলৈ হ'লে যিজনে মাতিব তেওঁৰ সৈতে মতাজনৰ সম্বন্ধ কেনেকুৱা অর্থাৎ মতাজন তেওঁৰ সমনীয়া নে তেওঁতকৈ বয়সত ডাঙৰ নে সৰু আদি অর্থ প্ৰকাশ কৰিবলৈ সম্বোধন বুজোৱা ৰূপৰ পাছত কিছুমান প্ৰত্যয় ব্যৱহাৰ কৰা হয়। এই প্ৰত্যয় বা সর্গবোৰেই সম্বোধনবোধক নির্দিষ্টতাবাচক প্ৰত্যয় (অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ৩৬)। উল্লিখিত ধৰণৰ সম্বন্ধ বুজাবলৈ অসমীয়াত সম্বোধনৰ কাৰণে এটা মাত্ৰ স্বতন্ত্ৰ ৰূপ আছে **-হে**। ভগবানক সম্বোধন কৰিলে **-হে-**ৰ পাছত কোনো প্ৰত্যয় যোগ নহয়। যেনে—**হে হৰি, হে ভগবান** আদি। কিন্তু মানুহক সম্বোধন কৰি মাতিব লগা হ'লে **-হে-**ৰ পাছত তুচ্ছ, মান্য, অধিক মান্য অনুযায়ী **-ৰ, -ৰৌ** (তুচ্ছ), **-ৰা** (মান্য) আৰু **-ৰি, -ৰৈ/ৰেই** (অধিক মান্য) যোগ কৰা হয়। অসমীয়াত এনে প্ৰত্যয়ৰ ব্যৱহাৰ—

(ক) হে-ৰ', হে-ৰৌ ঃ **হেৰ'** বা **হেৰৌ** ল'ৰা, এইপিনে আহ।

(খ) হে-ৰা ঃ **হেৰা** ভণ্টি, এই ফালে আহাচোন।

(গ) হে-ৰি ঃ **হেৰি** ডাঙৰীয়া, কথাটো শুনকচোন।

(ঘ) হে-ৰৈ/ৰেই ঃ **হেৰৈ** বা **হেৰেই,** সোনকালে আহকচোন।

ওপৰৰ বাক্যকেইটাৰ প্ৰথমটোত মান আৰু বয়সত সৰু সাধাৰণ লোকক সম্বোধন কৰিবলৈ **হেৰ'/হেৰৌ**, দ্বিতীয় বাক্যত সমবয়সীয়াজনক বা স্বামী-স্ত্ৰীয়ে পৰস্পৰে পৰস্পৰক সম্বোধন কৰি মাতিবলৈ **হেৰা**, তৃতীয় বাক্যত মান আৰু বয়সত অধিক ডাঙৰজনক সম্বোধন কৰিবলৈ **হেৰি** আৰু চতুর্থ বাক্যত মৰমতে মানত সৰুজনক মাতিবলৈ বিশেষকৈ নবৌয়েকে বয়সত ডাঙৰ অথচ মানত সৰু দেউৰেকক মাতিবলৈ **হেৰৈ** বা **হেৰেই** ব্যৱহাৰ কৰে। উল্লিখিত কেউটা প্ৰত্যয়যুক্ত সম্বোধনাত্মক শব্দ ক্ৰমে দ্বিতীয় পুৰুষৰ তুচ্ছ (হেৰ', হেৰৌ), মান্য (হেৰা) আৰু অধিক মান্যার্থৰ (হেৰি, হেৰৈ/হেৰেই)। উল্লিখিত সম্বোধনাত্মক প্ৰত্যয়যুক্ত ৰূপকেইটা লিংগ নিৰপেক্ষ। স্ত্ৰী-পুৰুষ নির্বিশেষে সকলোকে সম্বোধন কৰোঁতে এই ৰূপকেইটা ব্যৱহৃত হয়। যেনে—

**হেৰৌ**, মানুহজনী, সঁচা কথা নকৱ কিয়?

**হেৰি** বৰদেউতা, ভিতৰলৈ আহকচোন।

মন কৰিবলগীয়া যে অসমীয়াত কেৱল স্ত্ৰীক সম্বোধন কৰিবলৈও এটা বিশেষ ৰূপ আছে— **-হঞে**। ইয়াৰ ব্যৱহাৰ এনে ধৰণৰ—

**হঞে** বকুলি, আজি আবেলি আহিবিচোন

কেতিয়াবা **-হঞে-**ৰ পাছত সম্বোধনত ব্যৱহৃত দ্বিতীয় পুৰুষৰ মান্যার্থক **-ৰা** প্ৰত্যয় যোগ দি স্নেহ বা আদৰ অর্থ প্ৰকাশ কৰা হয়। যেনে—

**'হঞেৰা** জেতুকী বাই'।

**৪.৬. ঃ অনির্দিষ্টতাবাচক সৰ্গ বা প্ৰত্যয় ঃ** কোনো প্ৰাণী বা বস্তুৰ কথা বা ভাবৰ অনির্দিষ্টতা প্ৰকাশ কৰা সৰ্গবোৰেই হৈছে অনির্দিষ্টতাবাচক সৰ্গ বা প্ৰত্যয়। সাধাৰণতে এক সংখ্যাবাচক শব্দৰ -এ-ৰ লগত নির্দিষ্টতাবাচক খন, জন আদি যোগ কৰি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰিলে নামশব্দৰ অনির্দিষ্টতা প্ৰকাশ পায়। যেনে—

এজন মানুহ বা মানুহ এজন আহিছে।

ইয়াত মানুহ যে এজন সেইটো নির্দিষ্ট, কিন্তু মানুহজন পূৰ্ব পৰিচিত নেকি, সেইটো নির্দিষ্ট নহয়। অসমীয়া ভাষাত মুখ্যত ঃ দুটা উপায়েৰে অনির্দিষ্টতাৰ ভাব প্ৰকাশ কৰা হয়—

১. বিভিন্ন সৰ্গ বা প্ৰত্যয় যোগ কৰি।

২. দুটা ভিন্ন সংখ্যাবাচক শব্দ ওচৰা-ওচৰিকৈ ব্যৱহাৰ কৰি।

**৪.৬.১. ঃ প্ৰত্যয় যোগত অনির্দিষ্টতাবাচক ভাব প্ৰকাশ ঃ** অসমীয়া ভাষাত এনে ভাব প্ৰকাশ কৰিবলৈ সৰ্গৰ দৰে ব্যৱহাৰ হোৱা ভালেকেইটামান ৰূপ আছে। সেইবোৰৰ ব্যৱহাৰ এনে ধৰণৰ—

-মান ঃ সংখ্যাবাচক শব্দৰ পাছত নির্দিষ্টতাবাচক প্ৰত্যয় যোগ কৰি তাৰ পাছত -মান ব্যৱহাৰ কৰিলে অনির্দিষ্টতাৰ ভাব প্ৰকাশ পায়। যেনে—

**দুজনমান** মানুহ, কিতাপ **দুখনমান**।

**দুডালমান** পেন্সিল আদি।

কেতিয়াবা ভাল বিশেষণটো এ-কাৰান্ত কৰি তাৰ পাছত মান ব্যৱহাৰ কৰিলে অনির্দিষ্টতা ভাব প্ৰকাশ পায়। যেনে—**ভালেমান** মানুহ।

-চেৰেক, -দিয়েক ঃ নির্দিষ্টতাবাচক প্ৰত্যয়ৰ পাছত চেৰেক আৰু দিয়েক যোগ কৰি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰিলে নামশব্দৰ অনির্দিষ্টতা প্ৰকাশ পায়। এই প্ৰত্যয় দুটাৰ ব্যৱহাৰ সীমিত। বৰ্তমান এই প্ৰত্যয় দুটাৰ ব্যৱহাৰ লাহে লাহে নাইকিয়া হৈ আহিছে। উদাহৰণ—

**জনচেৰেক** মানুহ, পুথি **খনচেৰেক**,

মনলৈ **গুটিদিয়েক** চিন্তা আহিছে।

চাউল **মুঠাদিয়েক** দিয়কচোন।

ৰ'বা, **গোটাচেৰেক** কথা কওঁ আদি।



**-এক** ঃ কেতিয়াবা নাম শব্দৰ পাছত এক সংখ্যাবাচক শব্দ সৰ্গৰ দৰে ব্যৱহাৰ কৰি অনির্দিষ্টতাৰ ভাব প্ৰকাশ কৰা হয়। যেনে—**মাহেকে পষেকে** আহি থাকিবাচোন।

**-কেই, -বা** ঃ কেই অসমীয়া ভাষাৰ এটা গুৰুত্বপূৰ্ণ সৰ্গ। সৰ্বনামমূল -ক-ৰ ভিত্তিত গঢ় লৈ উঠা -কেই-টোৰ পাছত সদায় নির্দিষ্টতাবাচক প্ৰত্যয় যোগ হয়। কিয়নো -কেই অকলে নামশব্দৰ আগত বা পাছত ব্যৱহাৰ হ'ব নোৱাৰে। কেই-টোৰ দ্বাৰা অসমীয়াত প্ৰধানতঃ দুটা কাৰ্য সম্পাদিত হয় ঃ নামশব্দৰ অনির্দিষ্টতা প্ৰকাশ আৰু প্ৰশ্ন সোধা। যেনে—

মানুহ**কেইজন** আহিল। সভালৈ মানুহ **কেইজন** আহিল?

উল্লিখিত প্ৰথম বাক্যত **কেইজনে** মানুহৰ সংখ্যাৰ অনির্দিষ্টতা প্ৰকাশ কৰিছে। আনহাতে দ্বিতীয় বাক্যটোত কেইজনৰ ওপৰত অধিক জোৰ দি প্ৰশ্ন সোধা হৈছে, সভালৈ কিমানজন মানুহ আহিল। **কেইজন**-টোত জোৰ দি ইয়াক মানুহ শব্দৰ আগলৈ আনিও প্ৰশ্ন সুধিব পাৰি এনেদৰে—সভালৈ **কেইজন** মানুহ আহিল?

কেতিয়াবা -কেই-ৰ লগত -বা যোগ দি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰিলেও অনির্দিষ্টতাৰ ভাব প্ৰকাশ পায়। যেনে—

ঘৰলৈ **কেইবাজনো** মানুহ আহিছে।

পানী পৰি **কেইবাখনো** কিতাপ নষ্ট হ'ল।

কেতিয়াবা **কেইবা**-ৰ পাছত নির্দিষ্টতাবাচক সৰ্গটো ও-কাৰান্ত কৰি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰিলেও অনির্দিষ্টতাৰ ভাব প্ৰকাশ পায়। যেনে—

দুৰ্ঘটনাত **কেইবাজনো** ছাত্ৰ নিহত হ'ল।

গ্ৰন্থমেলাত **কেইবাখনো** কিতাপ কিনিলোঁ।

একেলগে **কেইবাটাও** কথা মনত পৰিছে।

কেতিয়াবা নির্দিষ্টতাবাচক প্ৰত্যয়যুক্ত **-কেই-ৰ** পাছত **মান** ব্যৱহাৰ কৰি নামশব্দৰ আগত বা পাছত প্ৰয়োগ কৰিলে প্ৰাণী বা বস্তুৰ অনির্দিষ্টতা প্ৰকাশ পায়। যেনে—

**তামোলকেইখনমান** লৈ আহাচোন।

**কেইডালমান** পেন্সিল হ'লেই হ'ব।

নিৰ্দিষ্টতাবাচক প্ৰত্যয়যুক্ত সংখ্যাবাচক শব্দৰ পাছত -মান ব্যৱহাৰ কৰিও অনিৰ্দিষ্টতাৰ ভাব প্ৰকাশ কৰিব পাৰি। যেনে—

সভাৰ কাৰণে আৰু **দহখনমান** চকি লাগিব।

তোমালোক **দুজনমান** মোৰ লগত আহা।

কেতিয়াবা দুটা সংখ্যাবাচক শব্দ একেলগে বিশেষ্যৰ আগত ব্যৱহাৰ কৰি তাৰ পাছত মান যোগ কৰি অনিৰ্দিষ্টতা বুজোৱা হয়। যেনে—

**দুই-তিনিদিনমান** থাকি তেওঁ গ'লগৈ।

**-কেত ঃ** -কেই-ৰ দৰে -কেতটোও সৰ্বনাম মূল **ক**-ৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠা সৰ্গ। মন কৰিবলগীয়া যে বহুবচনৰ প্ৰত্যয় **-বোৰ** বা **-বিলাক** নহ'লে ই অকলে ব্যৱহাৰ হ'ব নোৱাৰে। এইদৰে বহুবচনবাচক প্ৰত্যয়যুক্ত হৈ নামশব্দৰ আগত বা পাছত বহি ই অনিৰ্দিষ্টতাৰ ভাব প্ৰকাশ কৰে। যেনে—

**কেতবোৰ** মানুহ গ'লগৈ।

ছাত্ৰ **কেতবিলাক** যাবলৈ ওলাইছে।

**৪.৬.২. ঃ** দুটা বা ভিন্ন সংখ্যাবাচক শব্দ একেলগে বিশেষ্যৰ আগত ব্যৱহাৰ কৰিও অনিৰ্দিষ্টতা বুজোৱা হয়। যেনে—

তেওঁ **তিনি-চাৰিদিনৰ** পাছত আহিব।

দেউতা **দুই-এদিনতে** দিল্লীৰ পৰা পাবহি।

কেতিয়াবা নিৰ্দিষ্টতাবাচক প্ৰত্যয়যুক্ত দুটা সংখ্যাবাচক শব্দৰ মাজত **কি** ব্যৱহাৰ কৰি অনিৰ্দিষ্টতা বুজোৱা হয়। যেনে—এডাল **কি** দুডাল চুলি পকিছে কেতিয়াবা পূৰণবাচক দুটা সংখ্যা শব্দৰ মাজত **কি** বা **নে** প্ৰয়োগ কৰিও প্ৰাণী বা বস্তুৰ অনিৰ্দিষ্টতা বুজোৱা হয়।

ৰীতা এবাৰ **কি** দুবাৰ আমাৰ ঘৰলৈ আহিছিল।

জয়ন্ত দুবাৰ **নে** তিনিবাৰ কাশ্মীৰলৈ গৈছিল।

কেতিয়াবা সংখ্যাবাচক শব্দযুক্ত দুটা নামশব্দৰ মাজত **কি, নে** প্ৰয়োগ কৰিও অনিৰ্দিষ্টতাৰ ভাব প্ৰকাশ কৰিব পাৰি। যেনে—

বিমল ঘৰত দুদিন **কি** তিনিদিন থাকিয়েই গ'ল।

লক্ষ্মী তিনিদিন **নে** চাৰিদিনৰ পাছত চেন্নাইলৈ যাব।

●●●

## ।। ৫।।

## নামশব্দৰ বচন

**৫.১. বচনে** নামশব্দৰ অৰ্থাৎ প্ৰাণী বা বস্তুৰ সংখ্যা বা পৰিমাণৰ ধাৰণা দিয়ে। অসমীয়াত নামশব্দবোৰ দুটা বচনত পোৱা যায়—এটাৰ ধাৰণা দিয়া একবচনত আৰু একাধিক বা এটাতকৈ অধিকৰ ধাৰণা দিয়া বহুবচনত। তলৰ বাক্যকেইটালৈ মন কৰক—

**দশৰথ** অযোধ্যাৰ ৰজা আছিল।

**মই** আজি স্কুললৈ নাযাওঁ।

**তুমি** অফিচৰ পৰা সোনকালে আহিবা।

**ল'ৰাজনৰ** ব্যৱহাৰ বৰ ভাল।

**কঁঠালটো** পকিছে।

**কিতাপখন** পঢ়ি ভাল লাগিল।

উল্লিখিত বাক্য ছটাৰ ক্ৰমে দশৰথ, মই, তুমি, ল'ৰা শব্দই নিৰ্দিষ্ট একোজন ব্যক্তিক বুজাইছে আৰু কঁঠালটো, কিতাপখন শব্দই নিৰ্দিষ্ট এটা কঁঠাল, নিৰ্দিষ্ট এখন কিতাপক বুজাইছে। উল্লিখিত ছওটা শব্দই একবচনৰ নামশব্দ। এতিয়া তলৰ বাক্যকেইটালৈ মন কৰক—

**আমি** কেৰম খেলি আছোঁ।

**আমাৰ** এতিয়া গৰমৰ বন্ধ।

**মাহঁত** পুৰীলৈ গৈছে।

**ফুলবোৰ** ৰ'দত শুকাই গৈছে।

এই বাক্য চাৰিটাৰ **আমি, আমাৰ** শব্দই কেৱল মোক নুবুজাই মোৰ লগতে মোৰ ভাই-ভনী বা বন্ধু-বান্ধৱ সকলোকে বুজাইছে। সেইদৰে **মাহঁতে** শব্দই মাৰ লগতে দেউতা, দাদা, বাইদেউহঁতক বুজাইছে আৰু **ফুলবোৰ** শব্দই এপাহ ফুলৰ সলনি বহুত ফুলক বুজাইছে। সেয়েহে বাক্যকেইটাত উল্লিখিত চাৰিওটা শব্দই

বহুবচনৰ নামশব্দ।

অসমীয়া ভাষাত আৰু এনে কিছুমান নামশব্দ আছে, যিবোৰ উচ্চাৰণ কৰিলে একবচন বা বহুবচনৰ ধাৰণা স্পষ্ট নহয়। যেনে—

**মানুহেই** মানুহৰ বন্ধু।
**চৰাই** আকাশত উৰে।
**বাঘ** হাবিত থাকে।
**কল** খালে বল পায়।

উল্লিখিত বাক্য চাৰিটাৰ বৰ হাতৰ মানুহ, চৰাই, বাঘ আৰু কল শব্দই এটা বা একাধিক প্ৰাণী বা বস্তুৰ ধাৰণা নিদিয়ে। এইদৰে কোনো ব্যক্তি, প্ৰাণী বা বস্তুৰ সংখ্যা বা পৰিমাণৰ স্পষ্ট ধাৰণা দিব নোৱাৰা নামশব্দক বচন নিৰপেক্ষ ৰূপ বোলা হয়। এই বচন নিৰপেক্ষ ৰূপবোৰলৈ লক্ষ্য কৰি ভাষাবিদ ড° গোলোক চন্দ্ৰ গোস্বামীয়ে বচনক তিনিটা ভাগত ভগাইছে—একবচন, বহুবচন আৰু বচন নিৰপেক্ষ ৰূপ (অসমীয়া ব্যাকৰণ প্ৰবেশ, পৃ. ২০৬)।

৫.২. অসমীয়া ভাষাত সাধাৰণতে বিশেষ্য, সৰ্বনাম, বিশেষণ আৰু সংখ্যাবাচক শব্দৰ বচন পোৱা যায়। বিশেষ্য আৰু সৰ্বনাম শব্দবোৰ একবচন, বহুবচন আৰু বচন নিৰপেক্ষ, এই তিনিওটা ৰূপত পোৱা যায়। যেনে—

| | একবচন | বহুবচন | বচন নিৰপেক্ষ ৰূপ |
|---|---|---|---|
| বিশেষ্য | ল'ৰাজন | ল'ৰাবিলাক | ল'ৰা |
| সৰ্বনাম | মই | আমি | যি |

আনহাতে বিশেষণ শব্দবোৰ সদায় বচন নিৰপেক্ষ ৰূপ। বচনৰ সৰ্গ বা প্ৰত্যয় লগ লগালে বিশেষণবোৰ বিশেষ্য হৈ পৰে। মন কৰিবলগীয়া, সকলো বিশেষণতে বচনবাচক সৰ্গ যোগ নহয়। বিশেষণৰ বচন অনুযায়ী ৰূপ—

| | বচন নিৰপেক্ষ ৰূপ | একবচন | বহুবচন |
|---|---|---|---|
| বিশেষণ | ভাল (আম) | ভালটো (আম) দিবা | বেয়াবিলাক নিদিবা |
| শব্দ | দুষ্ট (ল'ৰা) | দুষ্টটোক নামাতিবা | দুষ্টবোৰক লাই নিদিবা। |

সংখ্যাবাচক শব্দবোৰৰ 'এক' শব্দই একবচন আৰু দুইৰ পৰা বাকীবোৰ শব্দই বহুবচন বুজায়।



**৫.৩. একবচনৰ অৰ্থ প্ৰকাশ কৰাৰ উপায় আৰু একবচনবাচক ৰূপৰ ব্যৱহাৰ ঃ** অসমীয়া ভাষাত একবচনৰ অৰ্থ প্ৰকাশ কৰিবলৈ নিৰ্দিষ্ট কোনো সৰ্গ বা প্ৰত্যয় নাই। সাধাৰণতে প্ৰাণী বা বস্তুৰ আকৃতি-প্ৰকৃতি বুজোৱা এটা নিৰ্দিষ্টতাবাচক সৰ্গ (enclitic difinitives বা classifiers) কিছুমানকে নামশব্দ বা পদৰ পাছত ব্যৱহাৰ কৰি একবচনৰ অৰ্থ প্ৰকাশ কৰা হয়। যেনে—মানুহজন, গছজোপা, ব'ঠাপাট, নদীখন আদি। এই শব্দকেইটাত ব্যৱহৃত একবাচক জন, জোপা, পাট আৰু খন সৰ্গই নামশব্দকেইটাৰ আকৃতি-প্ৰকৃতি বুজোৱাৰ লগতে মানুহ, গছ, ব'ঠা আৰু নদীৰ সংখ্যা যে এক, সেয়া নিৰ্দিষ্ট কৰি দিছে। এইদৰে বিভিন্ন উপায়েৰে অসমীয়া ভাষাত একবচনৰ অৰ্থ প্ৰকাশ কৰিব পাৰি। তলত এই উপায় আৰু একবচনবাচক ৰূপবোৰৰ ব্যৱহাৰ দেখুওৱা হ'ল।

৫.৩.১. কোনো সৰ্গ যোগ নকৰাকৈ কেৱল বিশেষ সংজ্ঞাবাচক বিশেষ্য (proper noun) আৰু ঘাইকৈ কেইটামান ব্যক্তিবাচক আৰু নিৰ্দেশবোধক সৰ্বনাম (personal আৰু demonstrative pronoun) অকলে ব্যৱহাৰ কৰি একবচন বুজোৱা হয়। যেনে—

**নবীন** দিল্লীলৈ গৈছে।
**ৰীতাই** বৰ ভাল লেখে।
**মই** ৰামায়ণ-মহাভাৰত পঢ়িছোঁ।
**তুমি** বাৰু পঢ়িছানে?
**সি/তাই/তেওঁ** পথাৰৰ কামত লাগিছে।
**ই/এওঁ/এখেত** ঘৰতে আছে।

৫.৩.২. কেতিয়াবা বিশেষ সংজ্ঞাবাচক বিশেষ্যৰ পাছতো নিৰ্দিষ্টকৈ এটা বুজাবলৈ টো, জনী, খন আদি ব্যৱহাৰ কৰা হয়। যেনে—

**আকাশটো** বৰ ভাল ল'ৰা।
**অনুৰাধাজনী** এতিয়াও নাহিল।
**গুৱাহাটীখন** বৰ লেটেৰা হৈছে।

৫.৩.৩. এক সংখ্যা শব্দৰ এ-ৰ লগত বিশেষ বিশেষ নামশব্দৰ ব্যৱহাৰেও একবচন বুজায়। যেনে—

পেহী দিল্লীৰ পৰা আহি এদিন **এনিশা** মোৰ লগত থাকি গ'লহি।

পানী এগিলাচ দিবাচোন।

মোৰ পৰীক্ষালৈ আৰু মাত্ৰ এমাহ আছে।

৫.৩.৪. এক সংখ্যা শব্দৰ এ-ৰ লগত জন, খন, ডাল, পাট আদি নিৰ্দিষ্টতাবাচক সৰ্গ যোগ কৰি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰিলেও একবচনৰ অৰ্থ প্ৰকাশ পায়। যেনে—

ল'ৰা এজন আহিছে।

ধুমুহাত গছ এডাল ভাগি পৰিল।

ইয়াত এখন নদী আছিল।

৫.৩.৫. বচন নিৰপেক্ষ ৰূপৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গ যোগ কৰিও বচন নিৰপেক্ষ ৰূপটোক একবচনলৈ ৰূপান্তৰ কৰিব পাৰি। যেনে—

ছাত্ৰজন গ'লগৈ।

হাতীটো গছত বান্ধি থোৱা আছে।

যাঠিপাট বৰ জোঙা।

৫.৩.৬. প্ৰতি বা প্ৰত্যেক শব্দৰ পাছত নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ কৰি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰিলেও একবচনৰ অৰ্থ প্ৰকাশ পায়। যেনে—

প্ৰতিজন বা প্ৰত্যেকজন ছাত্ৰই পঢ়াত ভাল।

প্ৰতিখন কিতাপেই অতি মূল্যবান।

৫.৩.৭. কেতিয়াবা নিৰ্দিষ্টতাবাচক সৰ্গবোৰক এ-কাৰান্ত কৰি তাৰ পাছত প্ৰতি শব্দ ব্যৱহাৰ কৰিও একবচন বুজোৱা হয়। যেনে—

জনেপ্ৰতি ভাগত কেইটাকৈ কল পৰিল?

খনেপ্ৰতি ডলাৰ দাম পঞ্চাশ টকা।

বাঁহৰ দাম ডালেপ্ৰতি এশ টকা।

৫.৩.৮. বিশেষ পৰিবেশত জনমূৰি, গাইমূৰি বা গাইপতি শব্দ প্ৰয়োগ কৰিও একবচনৰ অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

অসমৰ মানুহৰ জনমূৰি আয় ভাল নহয়।

পনিয়ল গাইমূৰি বা গাইপতি ভাগত কেইটাকৈ পৰিল।

৫.৪. **বহুবচনৰ অৰ্থ প্ৰকাশ কৰাৰ উপায় আৰু বহুবচনবাচক ৰূপৰ ব্যৱহাৰ** : অসমীয়া ভাষাত বহুবচন বুজাবলৈ তিনিটা বিশুদ্ধ বহুবচনবাচক সৰ্গ বা প্ৰত্যয় আছে : -বোৰ, -বিলাক আৰু -হঁত। -বোৰ, -বিলাক সদায় বচন নিৰপেক্ষ ৰূপৰ পাছত আৰু -হঁত বচন নিৰপেক্ষ ৰূপৰ লগতে সদায় ব্যক্তিবাচক সৰ্বনাম সি, তাই, ওচৰ নিৰ্দেশক ই, এই আৰু বিশেষ সংজ্ঞাবাচক আৰু সম্বন্ধবাচক বিশেষ্যৰ পাছত যোগ হৈ সেই নামশব্দবোৰৰ বহুবচন বুজায়। এই বহুবচনৰ প্ৰত্যয় তিনিটা নামশব্দৰ আগলৈ আহি ব্যৱহাৰ হ'ব নোৱাৰে। সিহঁতৰ স্থান সদায় নামশব্দৰ পাছত। তৃতীয় পুৰুষৰ মান্যাৰ্থৰ সৰ্বনাম তেওঁ আৰু দ্বিতীয় পুৰুষৰ মান্যাৰ্থ আৰু অধিক মান্যাৰ্থৰ সৰ্বনামৰ তীৰ্যক ৰূপ তোমা- (<তুমি) আৰু আপোনা- (<আপুনি)ৰ লগত যোগ হোৱা আন এটা বহুবচনাত্মক প্ৰত্যয় হৈছে -লোক। যেনে—তেওঁলোক, তোমালোক, আপোনালোক। কিন্তু মানুহ অৰ্থত এই লোক বাক্যৰ আগলৈ আহিও এনেদৰে ব্যৱহাৰ হ'ব পাৰে : লোকে লোকাৰণ্য হৈ পৰিছে। ইবোৰৰ বাহিৰেও অসমীয়াত আৰু বিভিন্ন প্ৰকাৰে বহুবচনৰ অৰ্থ প্ৰকাশ কৰা হয়। বহুবচনৰ অৰ্থ প্ৰকাশ কৰা এইসমূহ প্ৰক্ৰিয়াক এনেদৰে ভগাব পাৰি—

(ক) বহুবচনবাচক সৰ্গ বা প্ৰত্যয় যোগ।

(খ) সমষ্টিবাচক বা সমূহবাচক শব্দ যোগ।

(গ) নিত্য বহুবচনাত্মক শব্দ প্ৰয়োগ।

(ঘ) কেৱল বচন নিৰপেক্ষ ৰূপৰ প্ৰয়োগ।

(ঙ) বহুত্ববাচক বিশেষণৰ প্ৰয়োগ।

(চ) সংখ্যাবাচক শব্দৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গ যোগ।

(ছ) বিভিন্ন শব্দৰ পুনৰুক্তি কৰি।

৫.৪.১. **বহুবচনাত্মক প্ৰত্যয়** : পূৰ্বে উল্লেখ কৰা হৈছে যে অসমীয়াত বিশুদ্ধ বহুবচনাত্মক প্ৰত্যয় তিনিটা : -বোৰ, -বিলাক আৰু -হঁত। প্ৰথম দুটা লিংগ নিৰ্বিশেষে মূৰ্ত (concrete) আৰু অমূৰ্ত (abstract), প্ৰাণীবাচক-অপ্ৰাণীবাচক সকলো শব্দৰ পাছত যোগ হয়। -বোৰ/-বিলাক যোগ হোৱা শব্দবোৰ সাধাৰণতে বচন নিৰপেক্ষ। বিশেষ্য, সৰ্বনাম, বিশেষণ আৰু কৃদন্ত বিশেষ্যৰ পাছত যোগ হৈ এই প্ৰত্যয় দুটাই নিৰ্দিষ্ট অৰ্থ প্ৰকাশ কৰে। প্ৰত্যয় দুটা তুচ্ছাৰ্থক বা সাধাৰণ ভাব প্ৰকাশক। কিন্তু তেওঁ, ই আৰু সি সৰ্বনামৰ পাছত ব্যৱহাৰ হ'লে -বিলাক প্ৰত্যয়ে মান্যাৰ্থ প্ৰকাশ কৰে। বিভিন্ন শব্দত -বোৰ আৰু -বিলাক প্ৰত্যয়ৰ ব্যৱহাৰ :

-বোৰ ঃ মানুহবোৰ, ছাত্ৰবোৰ, বনুৱাবোৰ, গৰুবোৰ, চৰাইবোৰ, পৰুৱাবোৰ, ঘৰবোৰ, কিতাপবোৰ, চিন্তাবোৰ, স্বভাৱবোৰ, কোনবোৰ, যিবোৰ, ইবোৰ, সিবোৰ, তিতাবোৰ, কেঁহাবোৰ, অহাবোৰ, যোৱাবোৰ ইত্যাদি।

-বোৰ প্ৰত্যয়ান্ত শব্দৰ বাক্যত ব্যৱহাৰ ঃ

সভালৈ অহা **মানুহবোৰ** গ'লগৈ।

**বনুৱাবোৰে** পথাৰত কাম কৰি আছে।

**চৰাইবোৰ** আকাশত উৰি আছে।

**চিন্তাবোৰে** মোক জুমুৰি দি ধৰিছে।

নিজৰ নিজৰ **স্বভাৱবোৰ** ভাল কৰিবলৈ চেষ্টা কৰিবা।

**যিবোৰ** কামে আনৰ অপকাৰ কৰে, তেনে কাম নকৰিবা।

**তিতাবোৰ** জিকা নিদিবা।

বিয়াঘৰলৈ মানুহ **অহাবোৰ** আহিছে, **যোৱাবোৰ** গৈছেগৈ।

-বিলাক ঃ উল্লিখিত একেবোৰ শব্দতে একে ধৰণে -বিলাক প্ৰত্যয় শব্দ আৰু বাক্যত ব্যৱহাৰ হয়। যেনে—

সকামলৈ অহা **মানুহবিলাক** গ'লগৈ।

সন্ধিয়া **চৰাইবিলাক** বাহলৈ ঘূৰি আহিছে।

এই **ভাব-চিন্তাবিলাক** মনৰ পৰা জোকাৰি পেলোৱা।

**কোনবিলাক** মানুহে ভোট নিদিওঁ বুলিছে?

সকামলৈ **অহাবিলাকক** ভালকৈ সোধপোছ কৰিবা।

মান্যাৰ্থত **বিলাকৰ** ব্যৱহাৰ ঃ কেতিয়াবা বিশেষ পৰিৱেশ-পৰিস্থিতিত **তেওঁ, ই** আৰু **সি** সৰ্বনামৰ পাছত -বিলাক যোগ হৈ মান্যাৰ্থ প্ৰকাশ কৰে। যেনে—

**তেওঁবিলাক** গ'লগৈ। (বিশিষ্ট মান্য ব্যক্তিৰ ক্ষেত্ৰত)

**ইবিলাকক** ভিতৰলৈ নিয়ক। } (বিশেষ অনুষ্ঠানত মান্য ব্যক্তিসকলক
**সিবিলাক** নাযায় নেকি? } জলপান খাবলৈ মতাৰ প্ৰসংগত।)

কেতিয়াবা সমূহবাচক শব্দৰ পাছতো-বোৰ আৰু -বিলাক যোগ হৈ বহুবচনৰ অৰ্থ প্ৰকাশ কৰে। যেনে—

সৈন্যৰ **দলবিলাক** গ'লগৈ।



চৰাইৰ **জাকবোৰে** আকাশ ছানি ধৰিছে।

গৰখীয়াবোৰ গৰুৰ **পালবোৰ** লৈ চৰাবলৈ গৈছে।

কেতিয়াবা প্ৰথম পুৰুষৰ ব্যক্তিবাচক সৰ্বনামৰ বহুবচনৰ ৰূপ -আমিৰ পাছতো বিশেষ পৰিৱেশত কিছুমান লোকক গুৰুত্ব দি নিৰ্দিষ্ট কৰি বুজাবলৈ -**-বোৰ, -বিলাক** যোগ দিয়া হয়। আমিবোৰ, আমিবিলাক। ড° গোলোকচন্দ্ৰ গোস্বামীয়ে (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ২২১) এনে প্ৰয়োগ ভুল বুলি কৈছে যদিও কথিত ৰূপত আৰু বৰ্তমান সময়ৰ সৃষ্টিশীল অসমীয়া সাহিত্যত এনে ৰূপৰ প্ৰয়োগ মন কৰিবলগীয়া। যেনে—

"**আমিবোৰ** বাৰু লঘোণে থাকিলোঁ, ল'ৰা-ছোৱালীকিটাকনো কেনেকৈ লঘোণে ৰাখোঁ।" (অৰূপা পতংগীয়া কলিতা, ফেলানী, ২০০৪, পৃ.২৪০)

-হঁত ঃ ই সদায় প্ৰাণীবাচক মানুহ বুজোৱা শব্দৰ পাছত কেতিয়াবা তুচ্ছাৰ্থ বা সামান্য অৰ্থত আৰু কেতিয়াবা 'আত্মীয়তা বা আদৰ' অৰ্থত ব্যৱহৃত হয়। ইয়াৰ ব্যৱহাৰ সীমিত। বিশেষ সংজ্ঞাবাচক বিশেষ্য, বচন নিৰপেক্ষ সাধাৰণ বিশেষ্য, সম্বন্ধবাচক বিশেষ্য আৰু দ্বিতীয় আৰু তৃতীয় পুৰুষৰ ব্যক্তিবাচক কেইটামান সৰ্বনামৰ পাছত তুচ্ছাৰ্থত **-হঁত** প্ৰত্যয়ৰ প্ৰয়োগ দেখা যায়। যেনে—

(ক) বিশেষ সংজ্ঞাবাচক বিশেষ্যৰ পাছত ঃ মহেশহঁত, জোনালীহঁত, ৰমেশহঁত আদি। বাক্যত ব্যৱহাৰ—

**মহেশহঁত** আজি চিনেমা চাবলৈ যাব।

**জোনালীহঁত** কৃষ্ণ জন্মাষ্টমীৰ মহোৎসৱত ব্যস্ত।

(খ) বচন নিৰপেক্ষ সাধাৰণ বিশেষ্য আৰু সম্বন্ধবাচক বিশেষ্যৰ পাছত ঃ ল'ৰাহঁত, বোপাহঁত, আইটিহঁত, মইনাহঁত, দেউতাহঁত, মাহীহঁত, পেহীহঁত আদি।

এই শব্দবোৰৰ বাক্যত ব্যৱহাৰ—

**বোপাহঁত, আইটিহঁত,** এইপিনে আহাচোন। (আদৰ অৰ্থত)

**দেউতাহঁত** আৰু **পেহীহঁত** এইবাৰ একেলগে হৰিদ্বাৰলৈ যাব। (সামান্য অৰ্থত)

(গ) কেইটামান ব্যক্তিবাচক সৰ্বনামৰ পাছত ঃ তহঁত, ইহঁত, সিহঁত, এইহঁত আৰু তাইহঁত। এই শব্দবোৰৰ বাক্যত ব্যৱহাৰ ঃ

**তহঁত** এতিয়া ঘৰলৈ যা।

**সিহঁত** আটাইমখা মাছ মাৰিবলৈ গৈছে।

**তাইহঁতক** এতিয়া কোনে আহিবলৈ কৈছে?

কেতিয়াবা সমূহীয়াকৈ গালি পাৰিবলৈ হ'লে জীৱজন্তুবাচক শব্দৰ পাছত -হঁত ব্যৱহাৰ কৰা হয়। যেনে—

**গৰুহঁত**, এই সৰু কথাটোকে নাজান।

**কুকুৰহঁতক** মই চাই ল'ম।

কেতিয়াবা বহুবচন বুজাবলৈ ক্ৰিয়াপদৰ পাছতো **-হঁত** আৰু বহুত্ববাচক -**হঁক** ব্যৱহাৰ কৰা হয়। যেনে—

এতিয়া **যাহঁত**।

মজিয়াত ভাত বাঢ়ি থোৱা আছে, **খাহঁত**।

আৰু **নাহিবিহঁক**।

কেতিয়াবা এক বুজোৱা **একো-**ৰ লগত **-টা**, **-খন**, **-জন**, **-জনী** আৰু **-গৰাকী** ৰূপ যোগ দি তাৰ পাছত বহুত্ববাচক **-হঁত** প্ৰত্যয় ব্যৱহাৰ কৰা হয়। তেতিয়া ই একোটা গোট বা সমূহৰ অন্তৰ্গত এটা এটা কথা বা এজন এজন ব্যক্তিৰ প্ৰত্যেককে বুজায়। যেনে—

**একোজনহঁত** বিশিষ্ট ব্যক্তি,

**একোজনীহঁত** ৰাংঢালী গাভৰু,

**একোগৰাকীহঁত** নমস্য গুৰু, ইত্যাদি।[১]

বহুবচনৰ সৰ্গ বা প্ৰত্যয়ৰ দৰে ব্যৱহাৰ হোৱা আন দুটা ৰূপ হ'ল **-লোক** আৰু **-খন**। **-লোক** দ্বিতীয় আৰু তৃতীয় পুৰুষৰ সৰ্বনামৰ পাছত মান্যাৰ্থত ব্যৱহৃত হয়। যেনে—

**তোমালোক** এতিয়া যোৱাগৈ।

**আপোনালোক** সময় মতে সভালৈ আহিব।

**এওঁলোক** যোৰহাটৰ পৰা আহিছে।

**তেওঁলোক** আমাৰ ছাত্ৰ-ছাত্ৰী।

কেতিয়াবা বিশেষ পৰিৱেশত নিৰ্দিষ্ট আৰু নম্ৰতা ভাব প্ৰকাশ কৰিবলৈ প্ৰথম পুৰুষৰ ব্যক্তিবাচক সৰ্বনামৰ বহুবচনৰ তীৰ্যক ৰূপ আমা-ৰ পাছত -লোক

১। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণ প্ৰবেশ, পৃ. ২১৭



ব্যৱহাৰ কৰা হয়। যেনে—

**আপোনালোকৰ** খোৱা হ'লনে?

হয়, **আমালোকৰ** খোৱা হ'ল, এওঁলোকহে আছে।

**-খন** এটা বুজোৱা নিৰ্দিষ্টতাবাচক সৰ্গ। কিন্তু তুচ্ছাৰ্থত ঘাইকৈ মানুহ বুজোৱা শব্দৰ পাছত যোগ হৈ ই বহুবচন বুজায়। যেনে—

**ল'ৰাখনে** বা **ছোৱালীখনে** ইয়াত কি কৰিছে?

**এইখনে** (ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত) কিয় ইমান হুলস্থুল কৰিছে?

জীৱ-জন্তু বুজোৱা শব্দৰ পাছত **-খন** যোগ হ'লে ই বহুবচনৰ লগতে গালি অৰ্থ প্ৰকাশ কৰে। যেনে—

এই **গৰুখনে** খেলিবলৈ আৰু ঠাই নাপালে।

**৫.৪.২. সমষ্টিবাচক বা সমূহবাচক শব্দ-যোগত বহুবচন ঃ** অসমীয়া ভাষাত বহুত্ববাচক ভালেমান সমষ্টি বা সমূহবাচক শব্দ আছে। এই শব্দবোৰ প্ৰাণীবাচক-অপ্ৰাণীবাচক বিশেষ বিশেষ নামশব্দৰ পাছত ব্যৱহাৰ হয়। দেৱতা বা মানুহৰ ক্ষেত্ৰত ব্যৱহাৰ হোৱা এনে সমূহবাচক শব্দই সাধাৰণতে মান্যাৰ্থ বুজায়। এই শব্দবোৰৰ ব্যৱহাৰ এনে ধৰণৰ—

**-সকল** ঃ মহিলাসকল, ছাত্ৰ-ছাত্ৰীসকল, ভকতসকল, এখেতসকল, যিসকল, সিসকল, সমজুৱাসকল আদি। বাক্যত ব্যৱহাৰৰ নিদৰ্শন হ'ল—

—দুৰ্নীতিৰ প্ৰতিবাদ কৰিবলৈ **মহিলাসকলো** ৰাজপথলৈ ওলাই আহিছে।

-সমাজ ঃ সুধিসমাজ, ছাত্ৰসমাজ;

—নৈতিক চৰিত্ৰ অক্ষুণ্ণ ৰখাটো **ছাত্ৰ সমাজৰ** কৰ্তব্য।

-বৃন্দ ঃ অতিথিবৃন্দ, সুধীবৃন্দ, সদস্যবৃন্দ আদি।

—উপস্থিত **সুধীবৃন্দলৈ** নমস্কাৰ জনাইছোঁ।

-গণ ঃ দেৱ-দৈত্যগণ, অপ্সৰাগণ, গন্ধৰ্বগণ আদি।

আধুনিক অসমীয়াত এই সমূহবাচক শব্দৰ ব্যৱহাৰ কম।

-পুঞ্জ, ৰাশি, ৰাজি ঃ থূপ খাই থকা বুজাবলৈ অপ্ৰাণীবাচক শব্দৰ পাছত যোগ হয়। যেনে—দ্বীপপুঞ্জ, গ্ৰহপুঞ্জ, নক্ষত্ৰৰাশি, ৰচনাৰজি, গ্ৰন্থৰাজি আদি।

—মহৎ লোকৰ **ৰচনাৰাজি** বা **গ্ৰন্থৰাজি** অধ্যয়ন কৰাটো ভাল।

-মালা ঃ সাধাৰণতে কেইবাটাও পৰ্বতৰ শাৰী বুজাবলৈ **পৰ্বত** শব্দৰ পাছত যোগ হয়। যেনে—হিমালয় **পৰ্বতমালা**। কেতিয়াবা **নিবন্ধমালা** এনে ব্যৱহাৰো দেখা যায়।

গুচ্ছ ঃ কোনো গল্প বা প্ৰবন্ধৰ একত্ৰ সংগ্ৰহ বুজাবলৈ ব্যৱহাৰ কৰা হয়। যেনে—

—তোমাৰ **গল্পগুচ্ছৰ** গল্পকেইটা বৰ ভাল হৈছে।

—অলপতে মোৰ এখন **প্ৰবন্ধগুচ্ছ** প্ৰকাশ পাইছে।

-মখা, জাক ঃ প্ৰাণীবাচক শব্দৰ পাছত তুচ্ছাৰ্থত ব্যৱহাৰ হয়।

যেনে—ল'ৰামখা, গৰুজাক, ছাগলীজাক, ম'হজাক আদি।

—**ল'ৰামখাৰ** উৎপাতত পঢ়িব পৰা নাই।

—সৰুধনে **গৰুজাক** পথাৰত চৰাবলৈ নিছে।

জন্তুবাচক শব্দৰ পাছত মখা যোগ কৰি মানুহৰ ক্ষেত্ৰত প্ৰয়োগ কৰিলে গালি বুজায়। যেনে—

—এই দুপৰীয়াখন **গৰুমখাই** কি কৰিছে ইয়াত?

-সোপা ঃ অপ্ৰাণীবাচক শব্দৰ পাছত হীন অৰ্থত ব্যৱহাৰ কৰা হয়। যেনে—

—**ভাতসোপা** ঢাকি থ, এতিয়া নাখাওঁ।

—**কাপোৰসোপা** ধুই আমনি লাগিছে।

—**মাছসোপা** এতিয়া নাবাছোঁ।

ইয়াৰ বাহিৰেও প্ৰাণীবাচক কুল (জীৱকুল), অপ্ৰাণীবাচক চয় (প্ৰবন্ধচয়), প্ৰাণীবাচক **মণ্ডলী** (পণ্ডিতমণ্ডলী), **মহল** (ছাত্ৰমহল) আদি শব্দ নামশব্দৰ পাছত যোগ কৰিও বহু বচনৰ অৰ্থ প্ৰকাশ কৰা হয়। কেতিয়াবা বহুবচন বুজাবলৈ **সকলো** আৰু **সমূহ** শব্দ নামশব্দৰ আগত ব্যৱহাৰ কৰা হয়। যেনে—সকলো মানুহ, সমূহ ছাত্ৰ, সমূহ ৰাইজ আদি।

**৫.৪.৩. নিত্য বহুবচনাত্মক শব্দ** ঃ অসমীয়া ভাষাত থকা **ৰাইজ** আৰু **প্ৰজা** দুটা নিত্য বহুবচনাত্মক শব্দ। ইহঁতে অকলে বহুত মানুহৰ অৰ্থ প্ৰকাশ কৰে। কেতিয়াবা নিৰ্দিষ্টকৈ বুজাবলৈ ৰাইজৰ পাছত **সকল** লগাই **ৰাইজসকল** আৰু প্ৰজাৰ পাছত বৃন্দ যোগ দি 'প্ৰজাবৃন্দ কৰা হয়।

**৫.৪.৪. বচন নিৰপেক্ষ ৰূপৰ প্ৰয়োগত বহুবচনৰ অৰ্থ প্ৰকাশ** ঃ চিৰন্তনতা



(universality) আৰু কেতিয়াবা সাধাৰণ ভাব প্ৰকাশ কৰা বচন নিৰপেক্ষ ৰূপ কিছুমানে বহুবচনৰ সৰ্গ নোলোৱাকৈ বহুবচনৰ অৰ্থ প্ৰকাশ কৰে। যেনে—

—মানুহ মৰে।

—গৰুৱে ঘাঁহ খায়।

—চৰায়ে কণী পাৰে।

—গায়ে গাখীৰ দিয়ে।

এই বাক্যকেইটাত ব্যৱহৃত বচনৰ নিৰপেক্ষ ৰূপ **মানুহ, গৰু, চৰাই** আৰু **গাই** শব্দত বহুবচনৰ প্ৰত্যয় যোগ হোৱা নাই যদিও ইহঁতে সকলো মানুহ মৰা, সকলো গৰুৱে ঘাঁহ খোৱা, সকলো চৰায়ে কণী পৰা আৰু সকলো গায়ে গাখীৰ দিয়া এই চিৰন্তন ভাব প্ৰকাশ কৰিছে। সেইদৰে **ল'ৰাই** খেলিছে, **মানুহে** মাছ মাৰিছে আদি বাক্যটো বহুত ল'ৰাই খেলা আৰু বহুত মানুহে মাছ মৰা, এই সাধাৰণ ভাব প্ৰকাশ পাইছে।

**৫.৪.৫. বহুত্ববাচক বিশেষণৰ প্ৰয়োগত বহুবচনৰ অৰ্থ প্ৰকাশ** ঃ অসমীয়াত সংখ্যা বা পৰিমাণ বুজোৱা ভালেমান বহুত্ববাচক বিশেষণ আছে। সেইবোৰ হৈছে ঃ অনেক, অসংখ্য, অগণন, অধিক, অজস্ৰ, কিছু, কিছুমান, ঢেৰ আৰু বহুত। এই বিশেষণসমূহে বচন নিৰপেক্ষ বিশেষ্যৰ আগত বা পাছত ব্যৱহাৰ হৈ সেই বিশেষ্যবোৰৰ বহুত্বৰ ধাৰণা দিয়ে। সেইবোৰৰ ব্যৱহাৰ এনে ধৰণৰ—

—সভালৈ **অনেক** মানুহ আহিছে।

—ছাত্ৰ-ছাত্ৰী **বহুত** গোট খাইছে।

—ভাওনা ঘৰত **অগণন** দৰ্শক।

—এইবাৰ বানপানীত **ঢেৰ** মাছ আহিছে।

—মাঘ বিহু উপলক্ষ্যে ল'ৰা **কিছুমানে** মেজি সাজিছে। ইত্যাদি।

**৫.৪.৬. সংখ্যাবাচক শব্দৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গ যোগ দি বহুবচনৰ অৰ্থ প্ৰকাশ** ঃ দুইৰ পৰা বিভিন্ন সংখ্যাবাচক শব্দৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গ যোগ দি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰি নামশব্দৰ বহুবচনৰ অৰ্থ প্ৰকাশ কৰিব পাৰি। সেইবোৰৰ ব্যৱহাৰ এনে ধৰণৰ—

—**দুজন** মানুহ আহিছে।

—কিতাপ **ছখন** দিবা।

—বাঁহ পাঁচডাল লৈ আহিবা।

—দহচটা তক্তাই হ'ব।

**৫.৪.৭. বিভিন্ন শব্দৰ পুনৰুক্তিৰ দ্বাৰা বহুবচনৰ অৰ্থ প্ৰকাশ ঃ** সাধাৰণতে বিশেষ্য, বিশেষণ, সৰ্বনাম আৰু ক্ৰিয়া বিশেষণ শব্দ পুনৰুক্তি বা দ্বিৰুক্তি কৰি বহুবচনৰ অৰ্থ প্ৰকাশ কৰা হয়। এইবোৰৰ ব্যৱহাৰৰ নিদৰ্শন ঃ

**বিশেষ্য ঃ** বিশেষ্য শব্দ পুনৰুক্তি হ'লে শব্দটো এ-বিভক্তি যুক্ত হৈ পৰে। ব্যৱহাৰৰ নিদৰ্শন—

—ঘৰে ঘৰে আইসকল ওলাইছে।

—ল'ৰাটোৱে ফূৰ্তিতে গছে গছে বগাই ফুৰিছে।

—বলীয়া মানুহটো বাটে বাটে ঘূৰি ফুৰিছে।

—ম'হযুঁজ চাবলৈ মানুহবোৰ পথাৰে পথাৰে দৌৰিছে।

**বিশেষণ ঃ** বিশেষণ শব্দৰ পুনৰুক্তিৰ ব্যৱহাৰ—

—পকা পকা বগৰীবোৰ ছিঙিবা।

—ৰৌ মাছবোৰ বৰ ডাঙৰ ডাঙৰ।

—সৰু সৰু ল'ৰাবোৰ যোৱাগৈ।

—ৰঙা ৰঙা ফুলবোৰ আনিবা।

পুনৰুক্তি হোৱা অন্যান্য বিশেষণবোৰ হৈছে—ধুনীয়া ধুনীয়া, বগা বগা, ক'লা ক'লা, বৰ বৰ, কেঁচা কেঁচা আদি।

**সৰ্বনাম ঃ** সাধাৰণতে ব্যক্তিবাচক সৰ্বনামৰ বাহিৰে আনবোৰ সৰ্বনাম শব্দৰহে পুনৰুক্তি হয়। ব্যৱহাৰৰ নিদৰ্শন—

—মিটিঙলৈ কোন কোন যাবা?

—বন্ধত তুমি কি কি কাম কৰিলা?

—পাঠটো প্ৰথমে নিজে নিজে বুজিবলৈ চেষ্টা কৰা ইত্যাদি।

পুনৰুক্তি হোৱা অন্যান্য সৰ্বনাম শব্দবোৰ হৈছে—যি যি, যাক যাক, কাক কাক, নিজ নিজ, যাৰ যাৰ আদি।

**ক্ৰিয়াবিশেষণ ঃ** ক্ৰিয়াবিশেষণ পুনৰুক্তি হ'লে শব্দ দুটা -এ কাৰান্ত হয়। যেনে—

—মালৈ ঘনে ঘনে মনত পৰি আছে।



—বাৰে বাৰে একেটা কথাকে পেঘেনিয়াই নাথাকিবা।

—কথাটো কাণে কাণে কোৱাচোন।

—অন্যায় দেখিলে মনে মনে নাথাকিবা।

কেতিয়াবা বহুত্ববাচক হাজাৰ, কোটি, লাখ আদি সংখ্যাবাচক শব্দও পুনৰুক্তি কৰি বহুত্বৰ ধাৰণাক অধিক স্পষ্ট কৰা হয়। যেনে—হাজাৰ হাজাৰ, লাখ লাখ মানুহ, কোটি কোটি টকাৰ কেলেংকাৰী আদি।

কেতিয়াবা নামশব্দটোৰ পাছত -এই সৰ্গ যোগ কৰি পাছত মুল নামশব্দটো পুনৰুক্তি কৰি বহুবচন বুজোৱা হয়। যেনে—

—মাছেই মাছ, ধানেই ধান।

—মানুহেই মানুহ, পানীয়েই পানী ইত্যাদি।

●●●

## ।।৬।।
# লিংগ

৬.১. লিংগ এটা ব্যাকৰণিক নাম বা সংজ্ঞা। ইয়াৰ আভিধানিক অৰ্থ হৈছে চিহ্ন, যিবোৰ চিহ্নই পুৰুষ-স্ত্ৰী বা মতা-মাইকীৰ ধাৰণা স্পষ্ট কৰে। পৃথিৱীত সংস্কৃতৰ দৰে এনে কিছুমান ভাষা আছে, যিবোৰ ভাষাত প্ৰাণীবাচক-অপ্ৰাণীবাচক সকলো শ্ৰেণীৰ শব্দৰে লিংগভেদ কৰিব পাৰি। কিন্তু অসমীয়াত কেৱল প্ৰাণীবাচক শব্দৰহে লিংগভেদ কৰিব পাৰি। বিশেষকৈ প্ৰাণী বুজোৱা সংজ্ঞা বা নামবাচক বিশেষ্য (proper noun) আৰু কেইটামান ব্যক্তিবাচক সৰ্বনাম সদায় পুংলিংগ আৰু স্ত্ৰীলিংগ ৰূপত পোৱা যায়। ইয়াৰ বাহিৰে প্ৰাণীবাচক যিবোৰ নামশব্দ আছে, সেইবোৰে পুৰুষ-স্ত্ৰীৰ ধাৰণা স্পষ্ট কৰিব নোৱাৰে। এনেদৰে পুৰুষ-স্ত্ৰীৰ ধাৰণা স্পষ্ট কৰিব নোৱাৰা প্ৰাণীবাচক শব্দবোৰক অসমীয়া ভাষাত উভয় লিংগ বা লিংগ নিৰপেক্ষ ৰূপ (common gender) বোলা হয়। অসমীয়া ভাষাৰ লিংগৰ আলোচনাত এই লিংগ নিৰপেক্ষ ৰূপবোৰৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। প্ৰাণী বুজোৱা জাতিবাচক বিশেষ্যবোৰ যেনে—মানুহ, গৰু, চৰাই, বাঘ, সিংহ, গঁড় আদি অসমীয়াত সদায় উভয়লিংগবাচক। সেই হিচাপে অসমীয়া ভাষাৰ লিংগ তিনি প্ৰকাৰ—

(ক) পুংলিংগ
(খ) স্ত্ৰীলিংগ আৰু
(গ) উভয় লিংগ

৬.২. অসমীয়া ভাষাত লিংগ সংস্কৃতৰ দৰে ব্যাকৰণগত (grammatical) নহয়। সেয়েহে লিংগই বাক্যৰ গাঁথনিত প্ৰভাৱ বিস্তাৰ নকৰে। অৰ্থাৎ বিশেষ্যৰ লিংগ অনুযায়ী বিশেষণ বা ক্ৰিয়াপদৰ কোনো পৰিবৰ্তন নহয়। যেনে—

**ভাল ল'ৰাই** কিতাপ পঢ়ে।
**ভাল ছোৱালীয়ে** কিতাপ পঢ়ে।



ৰবীন বৰ ধুনীয়া ল'ৰা।
ৰীতা বৰ ধুনীয়া ছোৱালী। ইত্যাদি।

কিন্তু কিছুমান তৎসম আৰু তদ্ভৱ শব্দত সংস্কৃতৰ দৰে বিশেষ্যৰ লিংগ অনুযায়ী বিশেষণৰো লিংগ পৰিবৰ্তন হোৱা দেখা যায়। অৰ্থাৎ পাছত থকা পুলিংগ বা স্ত্ৰীলিংগবাচক শব্দ অনুযায়ী আগত থকা বিশেষণটোও পুংলিংগ বা স্ত্ৰীলিংগবাচক হয়। যেনে—

**তৎসম শব্দ ঃ**

| | |
|---|---|
| বিদ্বান পুৰুষ | বিদুষী নাৰী |
| মহান পুৰুষ | মহীয়সী নাৰী |
| সুন্দৰ যুৱক | সুন্দৰী যুৱতী আদি। |

**তদ্ভৱ শব্দ ঃ**

| | |
|---|---|
| ৰূপহ ডেকা | ৰূপহী গাভৰু |
| কণা ল'ৰা | কাণী ছোৱালী |
| অজলা ল'ৰা | আজলী ছোৱালী |
| পগলা ল'ৰা | পাগলী ছোৱালী |
| ফেদেলা ল'ৰা | ফেদেলী ছোৱালী আদি।[১] |

উল্লিখিত ৰূপবোৰলৈ লক্ষ্য কৰি অসমীয়া ভাষাত লিংগ আংশিকভাবে ব্যাকৰণগত বুলি ক'ব পৰা যায়। কিন্তু তদ্ভৱ শব্দবোৰত স্ত্ৰীবাচক শব্দৰ আগত ব্যৱহৃত বিশেষণটোত স্ত্ৰী প্ৰত্যয় যে যোগ কৰিবই লাগিব, তেনে কোনো ধৰা-বন্ধা নিয়ম নাই। সেইদৰে পুংলিগবাচক বিশেষণটো স্ত্ৰী লিংকবাচক শব্দৰ আগতো ব্যৱহাৰ হ'ব পাৰে নতুবা পাছতো ব্যৱহাৰ হ'ব পাৰে। যেনে—

কণা ছোৱালী বা ছোৱালীজনী কণা।
পগলা ছোৱালী বা ছোৱালীজনী পগলা।
ফেদেলা তিৰোতা বা তিৰোতাজনী ফেদেলা আদি।

মন কৰিবলগীয়া যে বিশেষণটো পাছত বহিলে স্ত্ৰীবাচক শব্দটোৰ পাছত নিৰ্দিষ্টতাবাচক সৰ্গ '-জনী' যোগ হয়।

৬.৩. অসমীয়া ভাষাত লিংগনিৰ্ণয় প্ৰক্ৰিয়া ঃ অসমীয়া ভাষাত সাধাৰণতে

১। লীলাৱতী শইকীয়া বৰা ঃ অসমীয়া ভাষাৰ ৰূপতত্ত্ব; ২য় সংস্কৰণ, ২০১১, পৃ. ৬৬

পাঁচোটা উপায়েৰে লিংগ নিৰ্ণয় বা লিংগভেদ কৰা হয়। (ক) পুৰুষ আৰু স্ত্ৰী বুজোৱা ভিন ভিন শব্দ ব্যৱহাৰ কৰি (খ) উভয় লিংগবাচক বা লিংগ নিৰপেক্ষ ৰূপৰ আগত মতা-মাইকী আৰু পুৰুষ-মহিলা শব্দ ব্যৱহাৰ কৰি (গ) উভয় লিংগবাচক শব্দৰ পাছত -টো, -জন আৰু -জনী প্ৰত্যয় যোগ কৰি (ঘ) অকল স্ত্ৰীবাচক আৰু অকল পুৰুষবাচক শব্দ ব্যৱহাৰ কৰি আৰু (ঙ) স্ত্ৰী প্ৰত্যয় যোগ কৰি।

৬.৩.১. অসমীয়া ভাষাত পুৰুষ আৰু স্ত্ৰী বুজোৱা ভালেমান ভিন ভিন শব্দ আছে। মানুহৰ ক্ষেত্ৰত পুৰুষ-স্ত্ৰী ভেদ বুজোৱা শব্দবোৰৰ অধিকাংশই সম্বন্ধবাচক বিশেষ্য শব্দ। জীৱ-জন্তুৰ ক্ষেত্ৰতো মতা-মাইকীক পৃথকে বুজোৱা ভালেমান শব্দ আছে। সেই শব্দবোৰৰ কিছুমান হৈছে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| পিতৃ | মাতৃ |
| দেউতা/পিতা | মা/আই |
| ককা | আইতা |
| পৈ | ঘৈণী |
| গিৰিয়েক/স্বামী | ঘৈণীয়েক/স্ত্ৰী |
| ককাইদেউ | বাইদেউ/নবৌ বা বৌ |
| ভাই | ভনী |
| দেওৰ | জা, ননন্দ |
| ভিনদেউ | বাইদেউ |
| জোঁৱাই | জী |
| শহুৰ | শাহু |
| পো | জী |
| ল'ৰা | ছোৱালী |
| দৰা | কইনা |
| ৰজা | ৰাণী |
| তাঁৱৈ | আমৈ |
| চাহাব | বিবি/মেম |
| নবাব/বাদছাহ | বেগম |
| দঁতাল | মাখুন্দী |
| বোন্ধা | জাঁই |
| দমৰা | চেউৰী |
| শৰ | ভেলেঙী আদি। |



উল্লিখিত শব্দবোৰ বাক্যত কৰ্তা, কৰ্ম বা সম্বন্ধ পদ যিকোনো ধৰণে ব্যৱহাৰ হ'ব পাৰে। যেনে—

মা-দেউতাই (কৰ্তা) ককা-আইতাক (কৰ্ম) বৰ শ্ৰদ্ধা কৰে।

বলদটোৱে (কৰ্তা) চেঁউৰীজনীক (কৰ্ম) খুঁচি তেজ উলিয়াই দিলে।

ৰমেশ মহেশ্বৰ তাঁৱৈয়েকৰ (সম্বন্ধ পদ) একমাত্ৰ ল'ৰা।

৬.৩.২. উভয়লিংগবাচক বা লিংগ নিৰপেক্ষ ৰূপৰ আগত মতা বা পুৰুষ আৰু মাইকী বা মহিলা শব্দ ব্যৱহাৰ কৰি পুলিংগ আৰু স্ত্ৰীলিংগৰ ভেদ নিৰ্দেশ কৰিব পাৰি। মতা আৰু মাইকী শব্দ তুচ্ছাৰ্থত আৰু পুৰুষ আৰু মহিলা শব্দ মান্যাৰ্থত ব্যৱহৃত হয়। মন কৰিবলগীয়া যে জীৱ-জন্তুৰ ক্ষেত্ৰত সদায় পুংলিংগ বুজাবলৈ মতা আৰু স্ত্ৰীলিংগ বুজাবলৈ মাইকী শব্দ ব্যৱহাৰ কৰা হয়। যেনে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| পুৰুষ কবি | মহিলা কবি |
| পুৰুষ প্ৰতিনিধি | মহিলা প্ৰতিনিধি |
| পুৰুষ ৰাষ্ট্ৰপতি | মহিলা ৰাষ্ট্ৰপতি |
| মতা মানুহ | মাইকী মানুহ |
| মতা ম'হ | মাইকী ম'হ |
| মতা ছাগলী | মাইকী ছাগলী ইত্যাদি। |

৬.৩.৩. উভয়লিংগবাচক ৰূপৰ পাছত পুংলিংগ বুজাবলৈ -টো, -জন আৰু স্ত্ৰীলিংগ বুজাবলৈ -জনী ব্যৱহাৰ কৰা হয়। -টো আৰু -জন সদায় পুৰুষ বুজাবলৈ, -টো, -জনী ক্ৰমে জীৱ-জন্তুৰ মতা আৰু মাইকী বুজাবলৈ আৰু -জনী কেৱল তুচ্ছাৰ্থত নাৰী বুজাবলৈ ব্যৱহাৰ কৰা হয়। মন কৰিবলগীয়া যে পুৰুষ বুজোৱা -টো সৰ্গ সদায় তুচ্ছাৰ্থত ব্যৱহৃত হয়। যেনে—

—ল'ৰাটো বৰ ভাল। —ছোৱালীজনী ধুনীয়া।

| | |
|---|---|
| —মানুহজন গ'লগৈ। | —মানুহজনী বৰ দুখীয়া। |
| —কুকুৰটো বৰ চোকা। | —কুকুৰজনী নোদোকা। |
| —ভাটৌটো পোহনীয়া। | —মেকুৰীজনী মৰম লগা। |

৬.৩.৪. অকল স্ত্রীবাচক আৰু অকল পুৰুষবাচক শব্দ ব্যৱহাৰ কৰিও অসমীয়াত লিংগভেদ নির্দেশ কৰা হয়। কেৱল নাৰীক বুজোৱা স্ত্রীলিংগবাচক শব্দবোৰ হৈছে ঃ **ৰাংঢালী, ৰচকী, আয়তী, সধৱা, বিধৱা, ধাই, ডাইনী, লাহতী, পোৱাঁতী** আদি। কেৱল পুৰুষক বুজোৱা পুলিংগবাচক শব্দ তুলনামূলকভাৱে কম। তেনে কেইটামান শব্দ হৈছে—**দড়ীয়া, গুফীয়া, ৰৱলা** আৰু **ডঙুৱা**।

বিশেষ বিশেষ কার্য কৰা অনুযায়ী মহিলাক বুজাবলৈ আৰু কেতবোৰ স্ত্রীলিংগবাচক শব্দ আছে। যেনে—**নামতী, ফুলতী, বোৱনী, দাৱনী, শিপিনী, ৰোৱনী, পোহাৰী, ৰান্ধনী** আদি।

মন কৰিবলগীয়া যে এসময়ত ঘাইকৈ মহিলাৰ মাজত আবদ্ধ থকা তাঁতত ফুল তোলা, ভূঁই ৰোৱা, কাপোৰ বোৱা, ধান কটা, ৰন্ধা-বঢ়া কৰা আদি কার্যবোৰ লাহে লাহে পুৰুষেও কৰিবলৈ লোৱাত বর্তমান এই সম্পর্কীয় শব্দবোৰক উভয়লিংগ বা লিংগ নিৰপেক্ষ ৰূপ হিচাপে ধৰা হয় আৰু এনেবোৰ শব্দৰ পাছত পুৰুষবাচক -টো বা -জন আৰু স্ত্রীবাচক -জনী যোগ দি শব্দবোৰ পুংলিংগ আৰু স্ত্রী লিংগলৈ ৰূপান্তৰ কৰা হয়। স্ত্রীবাচক 'ৰান্ধনী' শব্দটো এসময়ত হ্রস্ব-ইকাৰান্ত 'ৰান্ধনি' কৰি পুৰুষ ৰান্ধনীক বুজাবলৈ ব্যৱহাৰ কৰা হৈছিল। কিন্তু বর্তমান 'ৰান্ধনী'ৰ পাছত ক্রমে পুৰুষবাচক -টো, -জন ব্যৱহাৰ কৰি ৰন্ধা-বঢ়া কাম কৰা পুৰুষক বুজোৱা হয়। যেনে—**ৰান্ধনীটো** বা **ৰান্ধনীজন** এতিয়াও আহি পোৱা নাই।

৬.৩.৫. অসমীয়াত স্ত্রী প্রত্যয় মূলতঃ তিনিটা ঃ -ঈ, -নী আৰু -ৰী। -নী প্রত্যয়ৰ আৰু তিনিটা প্রসাৰিত (extended) ৰূপ আছে ঃ -অনী, -ইনী আৰু -উনী। সেইদৰে শব্দত যোগ হ'লে -ৰী প্রত্যয়েও -অৰী, -উৰী আৰু -এৰী— এই তিনিটা প্রসাৰিত ৰূপ লাভ কৰে। গতিকে আকৃতিগতভাৱে অসমীয়া ভাষাত স্ত্রী প্রত্যয়ৰ এইকেইটা ৰূপ পোৱা যায় ঃ -ঈ, -নী, -অনী, -ইনী, উনী, ৰী, -অৰী, -উৰা আৰু -এৰী। এই প্রত্যয়বোৰৰ কেইটামান ধ্বনি সাপেক্ষ (phonologically conditioned) আৰু কেইটামান আংশিকভাৱে ধ্বনি সাপেক্ষ



আৰু আংশিকভাৱে ৰূপ সাপেক্ষ (morphologically) অর্থাৎ কেতিয়াবা মূল শব্দটোৰ শেষত বা আদিত থকা স্বৰ অনুযায়ী আৰু কেতিয়াবা বিশেষ বিশেষ ৰূপ অনুযায়ী এই প্রত্যয়বোৰ ব্যৱহৃত হয়।

**৬.৩.৫.১. অসমীয়া ভাষাত স্ত্রী প্রত্যয়ৰ ব্যৱহাৰ ঃ**

-ঈ প্রত্যয় ঃ এই প্রত্যয় যোগ হ'লে শব্দবোৰৰ তিনি ঠাইত তিনি ধৰণৰ পৰিবর্তন ঘটে ঃ

১. কিছুমান ব্যঞ্জনান্ত পুংলিংগবাচক শব্দৰ পাছত -ঈ যোগ হ'লে মূল শব্দটোৰ কোনো পৰিবর্তন নহয়। যেনে—

| পুংলিংগ | স্ত্রীলিংগ |
|---|---|
| টেঙৰ | টেঙৰী |
| নিলাজ | নিলাজী |
| পিশাচ | পিশাচী |
| বান্দৰ | বান্দৰী |
| বামুণ | বামুণী (পত্নীবাচক) |
| ৰাক্ষস | ৰাক্ষসী ইত্যাদি। |

কেতিয়াবা মূল শব্দটোৰ আদ্যক্ষৰৰ ও-কাৰৰ ঠাইত উ-কাৰ হয়। যেনে—

| | |
|---|---|
| কোঁৱৰ | কুঁৱৰী। |

২. কিছুমান আ-কাৰান্ত পুংলিংগবাচক শব্দৰ শেষৰ -আ লোপ পায় আৰু তাৰ ঠাইত -ঈ প্রত্যয় যোগ হয়। ফলত কিছুমান আ-কাৰান্ত শব্দৰ আদ্যক্ষৰৰ ও-কাৰৰ ঠাইত উ-কাৰ হয়। যেনে—

| পুংলিংগ | স্ত্রীলিংগ |
|---|---|
| পেহা | পেহী |
| বুঢ়া | বুঢ়ী |
| বেঙা | বেঙী |
| কুঁজা | কুঁজী |
| ফেঁচা | ফেঁচী |
| মেনা | মেনী |
| মামা | মামী |

| | |
|---|---|
| খুৰা | খুৰী |
| বগা | বগী |
| ক'লা | ক'লী |
| মুগা | মুগী |
| গেৰেলা | গেৰেলী |
| পেটুলা | পেটুলী |
| ঠেহুলা | ঠেহুলী |
| কান্দোৰা | কান্দুৰী |
| দন্দুৰা | দন্দুৰী |
| আপোনপেটা | আপোনপেটী |
| শালিকা | শালিকী |
| ঘোঁৰা | ঘুঁৰী |
| খোৰা | খুৰী |
| খোনা | খুনী |
| লোদোৰা | লুদুৰী |
| লোধোমা | লুধুমী ইত্যাদি। |

৩. কেতিয়াবা আকাৰান্ত পুংলিংগবাচক শব্দৰ আ-কাৰৰ ঠাইত -ঈ প্ৰত্যয় যোগ হয় আৰু শব্দটোৰ আদ্য বা আদ্যক্ষৰৰ অ ধ্বনি আ-লৈ ৰূপান্তৰ হয়। যেনে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| অজলা | আজলী |
| অঁকৰা | আঁকৰী |
| অন্ধলা | আঁন্ধলী |
| উজলা-দঁতা | উজলা-দাঁতী |
| কজলা | কাজলী |
| কণা | কাণী |
| খঁৰা-নকা | খাঁৰী-নাকী |
| পঠা | পাঠী |
| পগলা | পাগলী |



| | |
|---|---|
| ফেদেলা | ফেদেলী |
| মহা | মাহী |

-নী প্ৰত্যয় ঃ সাধাৰণতে অ-কাৰান্ত, আ-কাৰান্ত আৰু ই-কাৰান্ত পুংলিংগবাচক শব্দত '-নী' প্ৰত্যয় ব্যৱহাৰ কৰা হয়। যেনে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| গৃহস্থ | গৃহস্থনী |
| কলিতা | কলিতানী |
| বৰুৱা | বৰুৱানী |
| খাচিয়া | খাচিয়ানী |
| ডাঙৰীয়া | ডাঙৰীয়ানী |
| ভাৰৰীয়া | ভাৰৰীয়ানী |
| শইকীয়া | শইকীয়ানী |
| নাতি | নাতিনী |

কেতিয়াবা ই-কাৰান্ত গোঁসাই শব্দৰ -ই লোপ পায় আৰু তাৰ ঠাইত -নী প্ৰত্যয় হৈ 'গোঁসানী' যোগ হয়।

-অনী প্ৰত্যয় ঃ সাধাৰণতে ব্যঞ্জনান্ত পুংলিংগ শব্দৰ পাছত আৰু কেতিয়াবা উ-কাৰান্ত শব্দৰ পাছত -অনী প্ৰত্যয় যোগ কৰা হয়। যেনে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| কমাৰ | কমাৰণী |
| গিৰিহঁত | গিৰিহঁতনী |
| ফুকন | ফুকননী |
| বামুণ | বামুণনী |
| ভকত | ভকতনী |
| হিন্দু | হিন্দুৱনী |

-ইনী প্ৰত্যয় ঃ কিছুমান ব্যঞ্জনান্ত পুংলিংগবাচক শব্দৰ পাছত -ইনী প্ৰত্যয় যোগ হয়। যেনে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| বাঘ | বাঘিনী |

| | |
|---|---|
| নাগ | নাগিনী |
| পিশাচ. | পিশাচিনী |
| যখ | যখিনী |
| ৰাক্ষস | ৰাক্ষসিনী |

কেতিয়াবা আ-কাৰান্ত পুংলিংগবাচক শব্দতো -ইনী প্ৰত্যয় যোগ হয়। যেনে—

| | |
|---|---|
| মিতা | মিতিনী |

-উনী প্ৰত্যয় ঃ সাধাৰণতে ধোবা, চোৰ আৰু ভূত শব্দত -উনী প্ৰত্যয় যোগ কৰি উল্লিখিত শব্দকেইটা স্ত্ৰীলিংগলৈ ৰূপান্তৰ কৰা হয়। এনে কৰোঁতে ধোবা আৰু চোৰ শব্দৰ আদ্যক্ষৰৰ ও ধ্বনি উ লৈ ৰূপান্তৰিত হয়। যেনে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| ধোবা | ধুবুনী |
| চোৰ | চুৰুণী |
| ভূত | ভুতুনী |

-ৰী>-অৰী, -এৰী, -উৰী প্ৰত্যয় ঃ -ৰী-টোৰ প্ৰত্যক্ষ ব্যৱহাৰ দেখা নাযায়। এই প্ৰত্যয়কেইটা ৰূপ সাপেক্ষ। সাধাৰণতে কলা, ডেকা আৰু বেঙা শব্দৰ পাছত ক্ৰমে উল্লিখিত প্ৰত্যয় তিনিটা যোগ হয়। যেনে—

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| কলা | কালৰী |
| ডেকা | ডেকেৰী |
| বেঙা | বেঙুৰী |

কেতিয়াবা বেঙা শব্দ 'বেঙী' এই স্ত্ৰীলিংগবাচক ৰূপতো ব্যৱহাৰ হোৱা দেখা যায়। কেতিয়বা 'ভঙুৱা' শব্দ 'ভাঙুৰী'ৰূপে ব্যৱহাৰ হয়।

**৬.৩.৬. তদ্ধিত প্ৰত্যয়ৰ যোগত স্ত্ৰীলিংগবাচক শব্দ সাধন ঃ** উল্লিখিত স্ত্ৰী প্ৰত্যয়ৰ বাহিৰেও অসমীয়া ভাষাত তদ্ধিত প্ৰত্যয়ৰ যোগতো স্ত্ৰীলিংগবাচক শব্দ সাধন কৰা হয়। তেনে তিনিটা তদ্ধিত প্ৰত্যয় হৈছে -আ, -ইতা আৰু -ইলা।

-আ প্ৰত্যয়ৰ ব্যৱহাৰ ঃ এই প্ৰত্যয়ে সাধাৰণতে দুই-এটা পুংলিংগবাচক শব্দ আৰু সোণ, ৰূপ শব্দত যোগ হৈ স্ত্ৰীলিংগবাচক শব্দ সাধন কৰে। যেনে—



| পুংলিংগ | স্ত্ৰী লিংগ |
|---|---|
| পানীমল | পানীমলা |
| ৰহিমল | ৰহিমলা |
| সোণ | সোণা (মহিলাৰ নাম) |
| ৰূপ | ৰূপা (মহিলাৰ নাম) |

-ইতা/-ইলা ঃ সাধাৰণতে পুহ মাহত জন্ম হোৱা মহিলাক বুজাবলৈ -পুহ শব্দত এই প্ৰত্যয় যোগ দিয়া হয়। যেনে—পুহ-পুহিতা/পুহিলা (স্ত্ৰীলিংগ)।

৬.৩.৭. তদ্ধিত প্ৰত্যয়ৰ যোগত পুংলিংগবাচক শব্দ গঠন ঃ সাধাৰণতে অপ্ৰাণীবাচক শব্দত -আ, -আই, -ই, -ঈয়া আৰু -ওঁতা প্ৰত্যয় যোগ দি অসমীয়া ভাষাত পুংলিংগবাচক শব্দ গঠন কৰা হয়। প্ৰত্যয়কেইটাৰ ব্যৱহাৰ এনে ধৰণৰ—

-আ প্ৰত্যয় ঃ এই প্ৰত্যয়ৰ যোগত সাধিত শব্দই সাধাৰণতে পুৰুষক বুজায়। যেনে—

| | |
|---|---|
| আহিন— | আহিনা (আহিন মাহত জন্মা পুৰুষ) |
| শাওণ— | শাওণা (শাওণ মাহত জন্মা পুৰুষ) |
| ফাগুন— | ফাগুনা (ফাগুন মাহত জন্মা পুৰুষ) |
| গাইমুৰ— | গাইমুৰা (গাইৰ মূৰৰ দৰে পুৰুষ) |
| মৰ— | মৰা (ঐ মৰা, মৰাটো) |

-আই প্ৰত্যয় ঃ এই প্ৰত্যয়যোগত সাধিত পুৰুষবাচক শব্দবোৰ হৈছে—

| | |
|---|---|
| পুহ | পুহাই |
| মাঘ | মঘাই |
| ধন | ধনাই |
| বাপ | বাপাই/বোপাই |
| ৰূপ | ৰূপাই |

-ই প্ৰত্যয় ঃ পুৰুষৰ নাম বুজোৱা -ই প্ৰত্যয়ান্ত শব্দ হৈছে—

| | |
|---|---|
| বগা | (পুং) বগাই |
| ক'লা | (পুং) ক'লাই |
| ৰঙা | (পুং) ৰঙাই |

-ঈয়া প্ৰত্যয় ঃ পুৰুষক বুজোৱা -ঈয়া প্ৰত্যয়ান্ত শব্দকেইটামান হৈছে—

ভাদ (পুং) ভদীয়া

ক'লা (পুং) ক'লীয়া

-ওঁতা প্ৰত্যয় ঃ ধাতুৰ পাছত এই প্ৰত্যয় যোগ দি পুৰুষবাচক কৃদন্ত বিশেষ্য শব্দ গঠন কৰা হয়। যেনে—

খা খাওঁতা

কৰ্ কৰোঁতা

ধৰ্ ধৰোঁতা আদি।

এনে ধৰণৰ কৃদন্ত পুংলিংগবাচক বিশেষ্যত স্ত্ৰী প্ৰত্যয় -ঈ যোগ দি স্ত্ৰীলিংগবাচক খাৱঁতী, কৰঁতী, ধৰঁতী আদি কৃদন্ত বিশেষ্য গঠন কৰিব পাৰি।

৬.৪. ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে লিংগবাচক সৰ্গ বা প্ৰত্যয়বোৰৰ কিছুমান বিভক্তিমূলক আৰু কিছুমান শব্দসাধনমূলক। উদাহৰণস্বৰূপে—

**বৰুৱানী** নামঘৰলৈ গৈছে।

এই বাক্যৰ **বৰুৱানী** শব্দৰ পৰা -নী প্ৰত্যয় আঁতৰাই দিলে **বৰুৱা** শব্দই তেওঁৰ পত্নীক নুবুজাই **বৰুৱাকহে** বুজাব। অৰ্থাৎ পত্নীক বুজাবলৈ **বৰুৱা** শব্দত -নী প্ৰত্যয় অপৰিহাৰ্য। সেয়েহে -নী প্ৰত্যয় ব্যাকৰণগত অৰ্থ প্ৰকাশক বিভক্তিমূলক সৰ্গৰ ভিতৰত পৰে। কিন্তু পুহ, শাওণ, ৰূপ আদি শব্দত যোগ হোৱা -ইলা, -আ, -আই আদি শব্দসাধনমূলক তদ্ধিত প্ৰত্যয়হে; কিয়নো এই প্ৰত্যয় তিনিটাৰ যোগত ক্ৰমে পুহিলা, শাওণা আৰু ৰূপাই— এই তিনিটা নতুন অৰ্থবাচক স্ত্ৰীলিংগ আৰু পুংলিংগবাচক শব্দ সাধিত হৈছে।

●●●

।।৭।।

# কাৰক আৰু শব্দ-বিভক্তি

৭.১. কাৰক এটা অমূৰ্ত ভাৱ প্ৰকাশক শব্দ (abstract term)। সংস্কৃত কৃ ধাতুৰ লগত -অক্ (নক্) প্ৰত্যয় যোগ হৈ সাধিত হোৱা কাৰকৰ অৰ্থ হৈছে 'যি কৰে' অৰ্থাৎ যি ক্ৰিয়া সম্পাদনত সহায় কৰে। আন কথাত বাক্যত ক্ৰিয়াৰ লগত হোৱা বিভিন্ন নামশব্দৰ সম্বন্ধই কাৰক। যেনে—ৰজাই তেওঁৰ ৰাজ্যত ভঁৰালৰ পৰা ধন উলিয়াই নিজ হাতেৰে দুখীয়াক বিলাই দিলে।

এই দীঘল বাক্যটিত **বিলাই দিলে** ক্ৰিয়া সম্পাদন হওঁতে বাক্যটিত থকা **ৰজাই, ৰাজ্যত, নিজ হাতেৰে, ধন, দুখীয়াক নিজ হাতেৰে** —এই প্ৰতিটো শব্দই সহায় কৰিছে। 'বিলাই দিলে' ক্ৰিয়া পদটোক তলত দিয়াৰ দৰে প্ৰশ্ন কৰিলেই বাক্যৰ কোনকেইটা শব্দৰ লগত তাৰ সম্বন্ধ ঘটিছে, বুজা যাব।

কোনে বিলাই দিলে? —ৰজাই (কৰ্তা-সম্বন্ধ)

কি দিলে? —ধন দিলে। (কৰ্ম-সম্বন্ধ)

কাক দিলে? —দুখীয়াক (নিমিত্ত-সম্বন্ধ)

কিহেৰে দিলে? —নিজ হাতেৰে (কৰণ-সম্বন্ধ)

ক'ৰপৰা দিলে? —ভঁৰালৰ পৰা। (অপাদান-সম্বন্ধ)

ক'ত দিলে?—নিজ ৰাজ্যত। (অধিকৰণ-সম্বন্ধ)

এইদৰে উল্লিখিত বাক্যত ক্ৰিয়াৰ লগত সম্বন্ধ স্থাপন কৰা ৰজাই, ধন, দুখীয়াক, নিজ হাতেৰে, ভঁৰালৰ পৰা আৰু ৰাজ্যত—এই প্ৰতিটো শব্দই একো একোটা কাৰক। কিয়নো এই প্ৰতিটো নামশব্দই একোটা কাৰকৰ অৰ্থ প্ৰকাশ কৰিছে। সেই হিচাপে অসমীয়াত কাৰক ছটা ঃ কৰ্তা, কৰ্ম, কৰণ, নিমিত্ত, অপাদান আৰু অধিকৰণ। উল্লিখিত ছটা শব্দই ক্ৰমে এই ছটা কাৰককে নিৰ্দেশ কৰিছে।

কেতিয়াবা এটা নামশব্দৰ ক্ৰিয়াৰ লগত সম্বন্ধ নহৈ আন এটা নামশব্দৰ লগত সম্পৰ্ক স্থাপিত হয়। যেনে—এইখন **ৰামৰ কিতাপ**। ক্ৰিয়াহীন এই বাক্যটোত **কিতাপ** শব্দৰ লগত **ৰাম** শব্দৰ সম্পৰ্ক স্থাপিত হৈছে। এইদৰে দুটা

নামশব্দৰ সম্পৰ্কক বা সম্বন্ধক সম্বন্ধপদ বোলা হয়। মন কৰিবলগীয়া যে সম্বন্ধপদত ষষ্ঠী বিভক্তি যোগ হয়। সেয়েহে বিশুদ্ধ কাৰক নহ'লেও প্ৰচলিত অসমীয়া ব্যাকৰণবোৰত সম্বন্ধ পদকো কাৰকৰ ভিতৰতে ধৰি আলোচনা কৰা হৈছে।

কোনো কোনো ব্যাকৰণত সম্বোধনাত্মক শব্দকো কাৰকৰ শিতানত ধৰি সম্বোধনত প্ৰথমাৰ শূন্য বিভক্তি লগ লাগে বুলি কোৱা হৈছে। দৰাচলতে সম্বোধনাত্মক শব্দক কাৰক অনুযায়ী ৰূপ কৰিব নোৱাৰি। কাৰোবাৰ নাম বা সম্বন্ধ অনুসৰি সম্বোধন কৰিব লাগিলে সেই শব্দটোত আচলতে কোনো পৰিস্থিতিতে কোনো বিভক্তি যোগ নহয়। মাত্ৰ সম্বোধনাত্মক নামপদৰ আগত প্ৰায়ে হে, অ', ঐ আদি সম্বোধনাত্মক অব্যয় শব্দ যোগ হয়। যেনে—

**অ' ৰূপা**, (তুমি) এইফালে আহাচোন।

**হে প্ৰভু**, (তুমি) দয়া কৰা।

**ঐ ল'ৰা**, (তই) স্কুললৈ গৈ আছনে?

এই বাক্য তিনিটাৰ ক্ৰমে **অ' ৰূপা, হে প্ৰভু** আৰু **ঐ ল'ৰা**-ত প্ৰথমাৰ শূন্য বিভক্তি যোগ হোৱা নাই; বৰং তাৰ পাছৰ বাক্যৰ আৰম্ভণিতে উহ্য হৈ থকা তুমি আৰু তই-তহে প্ৰথমাৰ শূন্য বিভক্তি যোগ হোৱা বুলিব পাৰি।

**৭.২.** কাৰক আৰু সম্বন্ধ পদৰ বোধ জন্মাবলৈ অথবা কাৰক আৰু সম্বন্ধপদৰ অৰ্থ প্ৰকাশ কৰিবলৈ কিছুমান সৰ্গ আছে। এই সৰ্গবোৰক শব্দ বিভক্তি বা কাৰক বিভক্তি বোলা হয়। সম্বন্ধপদৰ ষষ্ঠী বিভক্তিকে ধৰি অসমীয়াত শব্দ বিভক্তি ছবিধ: প্ৰথমা, দ্বিতীয়, তৃতীয়া, চতুৰ্থী, ষষ্ঠী আৰু সপ্তমী। কৰ্তা আৰু কৰ্ম কাৰকত কেতিয়াবা বিশেষ পৰিবেশ আৰু পৰিস্থিতিত কোনো বিভক্তি প্ৰত্যক্ষভাৱে যোগ নহয়। কিন্তু তেনেবোৰ বিভক্তিহীন শব্দই কৰ্তা আৰু কৰ্ম কাৰকৰ অৰ্থ প্ৰকাশ কৰে। সেয়েহে তেতিয়া সেই দুটা কাৰকত শূন্য বিভক্তি যোগ হোৱা বুলি ধৰা হয়।[১] আনহাতে অসমীয়া ভাষাত অপাদান কাৰক বুজাবলৈ পঞ্চমী বিভক্তি নাই। অসমীয়াত ষষ্ঠী -ৰ/-অৰ বিভক্তিৰ পাছত **পৰা** অনুপদ

১। গোলোকচন্দ্ৰ গোস্বামী: অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, পৃ. ৯২ আধুনিক ভাষা বিজ্ঞানৰ আধাৰত ড° গোলোকচন্দ্ৰ গোস্বামীয়েই 'প্ৰথম অসমীয়া গোলোক ব্যাকৰণ প্ৰবোধ ভাগ'ত (১৯৭২) শূন্য বিভক্তিৰ ধাৰণা দিয়ে।



(post position) যোগ দি অপাদান কাৰকৰ অৰ্থ প্ৰকাশ কৰা হয়। গতিকে অসমীয়াত অপাদান কাৰক আছে, কিন্তু এই কাৰকৰ বোধ জন্মাবলৈ নিৰ্দিষ্ট কোনো বিভক্তি নাই। চুবুৰীয়া বাংলা ভাষাতো পঞ্চমী বিভক্ত নাই। 'হইতে' আৰু 'থেকে' অনুপদ যোগ কৰিহে বঙলাত অপাদান কাৰকৰ অৰ্থ প্ৰকাশ কৰা হয়। অসমীয়াত কৰণ কাৰকৰ অৰ্থ প্ৰকাশ কৰা হয় তৃতীয়া বিভক্তিৰে। কিন্তু ষষ্ঠী -ৰ বিভক্ত্যন্ত শব্দৰ পাছত দি, দ্বাৰা, হতুৱাই, সৈতে আৰু জৰিয়তে অনুপদ ব্যৱহাৰ কৰিও কৰণকাৰকৰ বোধ জন্মোৱা হয়।

কাৰক আৰু সম্বন্ধ পদ অনুযায়ী অসমীয়া শব্দবিভক্তি আৰু অনুপদবোৰ তলৰ তালিকাত দেখুওৱা হ'ল:

| কাৰক | বিভক্তিৰ নাম | বিভক্তিৰ চিন | | অনুপদ |
|---|---|---|---|---|
| | | ব্যঞ্জনান্ত শব্দত | স্বৰান্ত শব্দত | |
| কৰ্তা | শূন্য বিভক্তি | -০ | -০ | |
| | ১মা | -এ | -ই | — |
| কৰ্ম | শূন্য বিভক্তি | -০ | -০ | |
| | ২য়া | -অক | -ক | — |
| কৰণ | ৩য়া | -এৰে | -ৰে | দি, দ্বাৰা, সৈতে হতুৱাই, জৰিয়তে |
| নিমিত্ত | ৪ৰ্থ | -অলৈ | -লৈ | — |
| অপাদান | — | (-অৰ) | (-ৰ) | পৰা |
| সম্বন্ধপদ | ৬ষ্ঠী | -অৰ | -ৰ | |
| অধিকৰণ | ৭মী | -অত | -ত | |

তালিকাত দেখুওৱাৰ দৰে অসমীয়াত অপাদানৰ বাহিৰে সম্বন্ধপদ আৰু প্ৰতিটো কাৰকৰে নিজা বিভক্তি আছে। কেতিয়াবা একেটা বিভক্তিৰেই বিভিন্ন কাৰকৰ অৰ্থ প্ৰকাশ কৰা হয়। সাধাৰণতে কৰ্তা কাৰকৰ -এ বিভক্তিয়ে কৰণ, অপাদান আৰু অধিকৰণ কাৰকৰো অৰ্থ প্ৰকাশ কৰে। যেনে—**হাতে** কটা সূতা (কৰণ), তুমি অহা কথাটো ৰীতাৰ **মুখে** শুনিলোঁ (অপাদান) আৰু কথাটো সকলোৰে **মুখে মুখে** (অধিকৰণ)। শব্দ বা কাৰক বিভক্তিবোৰ ধ্বনি সাপেক্ষ

(phonologically conditioned)। সেয়েহে নামশব্দৰ শেষৰ স্বৰ বা ব্যঞ্জন অনুসৰি তালিকাত দেখুওৱাৰ দৰে সিহঁতৰ ৰূপৰ পৰিবৰ্তন হয়।

এইদৰে দেখা যায় যে অসমীয়াত কাৰক আৰু সম্বন্ধপদৰ অৰ্থ দুটা উপায়েৰে প্ৰকাশ কৰা হয় ঃ

(ক) শূন্য বিভক্তিকে ধৰি আন শব্দবিভক্তিৰ যোগত

(খ) সম্বন্ধপদৰ ষষ্ঠী বিভক্তিৰ পাছত বিবিধ অনুপদ যোগ কৰি।

কেতিয়াবা কোনো বিশেষ শব্দৰ যোগতো বিভিন্ন কাৰকৰ অৰ্থ প্ৰকাশ কৰা হয়। মন কৰিবলগীয়া যে অসমীয়া ভাষাত শব্দ বিভক্তিবোৰ বচন নিৰপেক্ষ অৰ্থাৎ একবচন আৰু বহুবচন নিৰ্বিশেষে ইয়াৰ একেটাই ৰূপ। সেয়েহে ইয়াত সম্বন্ধ পদৰ ষষ্ঠী বিভক্তিকে ধৰি ছটা কাৰকৰ কাৰণে মাত্ৰ ৬টা বিভক্তিৰ ৰূপ। বচন অনুযায়ী শব্দ ৰূপ কৰিব লাগিলে ইয়াত শব্দ বিভক্তি যোগ হোৱাৰ আগতে বাচক বাচক প্ৰত্যয় যোগ কৰা হয়। কোনো প্ৰাণী বা বস্তুৰ আকৃতি-প্ৰকৃতি বা পুংলিগ-স্ত্ৰীলিংগ বুজাব লগা হ'লেও প্ৰথমে সেই সেই অৰ্থবাচক প্ৰত্যয় যোগ হোৱাৰ পাছতহে শব্দ বিভক্তি যোগ দিয়া হয়। অসমীয়াত শব্দ বিভক্তিবোৰৰ প্ৰয়োগ এনেদৰে দেখুৱাব পাৰি ঃ

**মূলশব্দ** + **শব্দবিভক্তি**; যেনে—ৰাম + এ = ৰামে (পঢ়িছে)।

**মূলশব্দ** + **বচনবাচক/নিঃবাচক/লিংগবাচক প্ৰত্যয়**+ **শব্দবিভক্তি**; যেনে—

মানুহ + বোৰ + এ = মানুহবোৰে (চিঞৰিছে)।

ল'ৰা + জন + এ = ল'ৰাজনে (গান গাইছে)।

ফুকন + অনী + ক = ফুকননীক (আটায়ে ভাল পায়)।

**৭.৩. কাৰক অনুযায়ী শব্দবিভক্তি আৰু কাৰকবাচক অনুপদৰ ব্যৱহাৰ ঃ**

**কৰ্তাবাচক ঃ** যি কৰে বা হয়, সিয়েই কৰ্তা। অথবা যাৰ যত্নত বা যাক আশ্ৰয় কৰি ক্ৰিয়া সম্পাদিত হয়, সেয়ে কৰ্তা কাৰক। কৰ্তা কাৰকত শূন্য বিভক্তি আৰু ১মা -এ/-ই বিভক্তি যোগ হয়। যেনে—

মানুহ মৰে।

চৰাই উৰে।

সি যায়।



ল'ৰাটোৱে কান্দিছে।

গৰুৱে ঘাঁহ খায়।

লতাই কিতাপ পঢ়িছে।

উল্লিখিত বাক্যকেইটাৰ ভিতৰত প্ৰথম তিনিটা বাক্যৰ **মানুহ, চৰাই** আৰু **সি** কৰ্তা; এই তিনিটা কৰ্তাৰ লগত ক্ৰমে **মৰে, উৰে** আৰু **যায়** ক্ৰিয়াৰ সম্পৰ্ক স্থাপিত হৈছে। মন কৰিবলগীয়া যে সেই কৰ্তাকেইটাত প্ৰত্যক্ষভাৱে কোনো বিভক্তি লগ লগা নাই, কিন্তু ক্ৰিয়া সম্পাদনত সেইকেইটাই মুখ্য ভূমিকা লৈছে। সেয়েহে সেই শব্দকেইটাত শূন্য বিভক্তি যোগ হোৱা বুলি ধৰা হয়। সাধাৰণতে অকৰ্মক ক্ৰিয়াৰ কিছুমান কৰ্তাত শূন্য বিভক্তি যোগ হয়। ওপৰৰ **মানুহ, চৰাই** আৰু **সি** ক্ৰমে অকৰ্মক **মৰে, উৰে** আৰু **যায়** ক্ৰিয়াৰ কৰ্তা। কিন্তু হাঁহ, কান্দ, নাচ, সাঁতোৰ আদি কিছুমান অকৰ্মক ক্ৰিয়াৰ কৰ্তাত সদায় ১মা -এ বিভক্তি যোগ হয়। **ল'ৰাটোৱে কান্দিছে,** এই বাক্যৰ কৰ্তা **ল'ৰাটোৱে** অকৰ্মক ক্ৰিয়াৰ কৰ্তা হোৱা সত্বেও তাত -এ বিভক্তি যোগ হৈছে। শেষৰ বাক্য দুটাৰ **গৰুৱে, লতাই** সকৰ্মক ক্ৰিয়াৰ কৰ্তা আৰু ইয়াত স্বাভাৱিকতে -এ/-ই বিভক্তি যোগ হৈছে।

দুজন বা অধিকৰ ভিতৰত পাৰস্পৰিক কাৰ্য বুজাবলৈও নামশব্দত ১মা বিভক্তি যোগ হয়। যেনে—

ল'ৰাই ল'ৰাই কাজিয়া লাগিছে।

গৰুৱে গৰুৱে যুঁজ লাগিছে।

'ধন্য' শব্দৰ যোগতো ১মা বিভক্তি হয়। কিন্তু ইয়াত বিভক্তিটো উহ্য হৈ থাকে। যেনে—ধন্য তুমি, তুমি ধন্য।

**কৰ্মকাৰক ঃ** কৰ্তাই যাৰ ওপৰত ক্ৰিয়া কৰি সম্পূৰ্ণতা লাভ কৰে, সিয়েই কৰ্মকাৰক। কৰ্মকাৰকত শূন্য বিভক্তি আৰু ২য়া -অক/-ক বিভক্তি যোগ হয়। যেনে—

যাদৱে কিতাপ পঢ়িছে।

আয়ে ভাত ৰান্ধিছে।

এই বাক্য দুটাত কৰ্তা **যাদৱে** আৰু **আয়ে** পঢ়া আৰু ৰন্ধা কাৰ্য কৰি সম্পূৰ্ণতা লাভ কৰিছে **কিতাপ** আৰু **ভাতৰ** ওপৰত। গতিকে **কিতাপ** আৰু **ভাত** কৰ্ম, কিন্তু এই শব্দ দুটাত প্ৰত্যক্ষভাৱে কোনো বিভক্তি যোগ হোৱা নাই।

কৰ্মকাৰকৰ অৰ্থ প্ৰকাশ কৰা এই শব্দ দুটাত সেয়েহে শূন্য বিভক্তি যোগ হোৱা বুলি কোৱা হয়। সাধাৰণতে ব্যক্তিবাচক ৰূপৰ বাহিৰে বিশেষভাবে নুবুজালে কৰ্ম কাৰকত শূন্য বিভক্তি যোগ হয়। আনহাতে,

শিক্ষকে ছাত্ৰক পঢ়াইছে।

আয়ে মগনীয়াটোক চাউল দিছে।

এই দুটা বাক্যত কৰ্তা 'শিক্ষক' আৰু 'আয়ে' ক্ৰমে পঢ়োৱা আৰু চাউল দিয়া কাৰ্য সম্পন্ন কৰিছে কৰ্ম ছাত্ৰক আৰু মগনীয়াটোক শব্দৰ ওপৰত। এই শব্দ দুটাত ২য়া -অক/-ক বিভক্তি যোগ হৈছে।

কেতিয়াবা একেটা বাক্যত এটা সকৰ্মক ক্ৰিয়াৰ দুটা কৰ্ম থাকে। যেনে, মই তাক অংক শিকাইছোঁ, এই বাক্যত শিকাইছোঁ ক্ৰিয়াৰ লগত অংকৰ সম্বন্ধ প্ৰধান, গতিকে ই প্ৰত্যক্ষ কৰ্ম আৰু অপ্ৰধানভাৱে থকা -তাক-টো পৰোক্ষ কৰ্ম। কেতিয়াবা একে ধাতুৰ পৰা ওলোৱা বিশেষ্য শব্দটো সেই ধাতুৰ ক্ৰিয়াৰ কৰ্ম হয়। এনে কৰ্মক **সম্বন্ধী** কৰ্ম বোলে। যেনে—তই মাত নেমাতিবি। ইয়াত মাত্ ধাতুৰ পৰা ওলোৱা মাত বিশেষ্যটো সম্বন্ধ কৰ্ম। এনে কৰ্মত শূন্য বিভক্তি যোগ হয়।

**ধিক্** শব্দৰ যোগতো বিশেষ্যত দ্বিতীয়া বিভক্তি হয়। যেনে—

তেনে **মানুহক** ধিক্।

ধিক্ তোৰ **জীৱন**। (শূন্য বিভক্তি)

আদি, অনুসৰি, পৰ্যন্ত শব্দৰ যোগতো নামশব্দত ২য়া বিভক্তি যোগ হয়। এনে শব্দৰ আগত থকা নামশব্দটোত প্ৰায়ে শূন্য বিভক্তি লগ লাগে। যেনে—

আজি (আজিক) **পৰ্যন্ত** টকাখিনি ঘূৰাই নিদিলে।

কিছুমান কাম আৰ্হি (আৰ্হিক) **অনুসৰি** কৰিব লাগে।

**যাদৱকে আদি** কৰি সকলো আহিল।

**কৰণ কাৰক ঃ** 'ক্ৰিয়া নিষ্পত্তিৰ সৰ্বপ্ৰধান উপায়ে হ'ল কৰণ কাৰক। অৰ্থাৎ যাৰ বা যিহৰ দ্বাৰাই কৰ্তাই ক্ৰিয়া সম্পন্ন কৰে' সেইটোৱে কৰণ কাৰক। কৰণ কাৰকত ৩য়া বিভক্তি **-এৰে/-ৰে** যোগ হয়। যেনে—

তেওঁ **কাণেৰে** কম শুনে।

গৰম পায়সখিনি **চামুচেৰে** খোৱা।



দাখন **লোৰে** গঢ়া।

ইয়াত কম শুনা, খোৱা আৰু গঢ়া কাৰ্য সম্পন্ন হৈছে ক্ৰমে কাণ, চামুচ আৰু লোৰ দ্বাৰা। গতিকে ৩য়া বিভক্তি যোগ হোৱা **কাণেৰে, চামুচেৰে** আৰু **লোৰে** কৰণ কাৰকৰ শব্দ।

ষষ্ঠী -ৰ/-অৰ বিভক্তিযুক্ত শব্দৰ পাছত দি, দ্বাৰা, সৈতে, হতুৱাই, জৰিয়তে আদি আনুষংগিক অব্যয় যোগ দিও কৰণ কাৰকৰ অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

আজি **মাছেদি** ভাত খালোঁ।

তাৰ **দ্বাৰা** কামটো কৰোৱা হ'ল।

মাধৱৰ **হতুৱাই** বা **জৰিয়তে** খবৰটো দিয়া হ'ল।

ৰীতা দেউতাকৰ **সৈতে** দিল্লীলৈ গৈছে।

'সৈতে' অব্যয়টো ৩য়া-ৰে বিভক্ত্যন্ত শব্দৰ পাছতো যোগ হয়। যেনে—

নয়নী **মাকৰে সৈতে** ফুৰিবলৈ গৈছে।

১মা -এ বিভক্তিৰ যোগতো কৰণ কাৰকৰ অৰ্থ প্ৰকাশ পায়। যেনে, দশৰথ নামে (নামেৰে) এজন ৰজা আছিল।

**নিমিত্ত কাৰক ঃ** "উদ্দেশ্য, লক্ষ্য, দিশ, নিমিত্ত আদি অৰ্থত ক্ৰিয়াৰ লগত যিবোৰ শব্দৰ সম্পৰ্ক ঘটে, সেইবোৰেই নিমিত্ত কাৰক।" নিমিত্ত কাৰকত ৪ৰ্থী বিভক্তি -লৈ/-অলৈ যোগ হয়। যেনে—

**পৰীক্ষালৈ** আৰু মাত্ৰ চাৰিদিন আছে।

দেউতা **ইংলণ্ডলৈ** গৈছে।

**সাপলৈ** মোৰ বৰ ভয় লাগে।

ওপৰৰ বৰ হাতৰ শব্দবোৰত ক্ৰমে -লৈ/-অলৈ বিভক্তি যোগ হৈছে। সেয়েহে সেই শব্দকেইটাৰ নিমিতাৰ্থক কাৰক হৈছে।

কিছুমান অসমীয়া ব্যাকৰণত সংস্কৃত সম্প্ৰদান কাৰকৰ আৰ্হিত অসমীয়াতো -লৈ/-অলৈ বিভক্ত্যন্ত শব্দবোৰক সম্প্ৰদান কাৰক বোলা হৈছে। কিন্তু এই ৪ৰ্থী বিভক্তিযুক্ত শব্দই সংস্কৃতৰ দৰে স্বত্ব ত্যাগ কৰি দান কৰা নুবুজায়; ওপৰত দেখুওৱাৰ দৰে প্ৰতি, অভিমুখ, নিমিত্ত আদি অৰ্থহে প্ৰকাশ কৰে। সেয়েহে অসমীয়াত সম্প্ৰদান কাৰকক নিমিত্তকাৰক বোলা হৈছে। সম্প্ৰদান অৰ্থত অসমীয়াত দ্বিতীয় বিভক্তিহে যোগ হয়। যেনে—**দুখীয়াক** দান কৰিবা।'

**অপাদান কাৰক ঃ** "যাৰ পৰা বা যিহৰ পৰা উৎপন্ন হোৱা, আৰম্ভ হোৱা বা নিৰস্ত হোৱা, পতিত হোৱা, ভয় খোৱা, ৰক্ষা পোৱা, আঁতৰ হোৱা" বুজায়, সিয়ে অপাদান কাৰক। অপাদান কাৰকত ৬ষ্ঠী -ৰ বিভক্ত্যন্ত শব্দৰ পাছত 'পৰা' অনুপদ যোগ হয়। অসমীয়াত অপাদান বুজোৱা 'পৰা' অনুপদৰ ব্যৱহাৰ ঃ

তিলৰ পৰা তেল ওলায়।
আজিৰ পৰা গাঁৱৰ নামঘৰত ভাওনা হ'ব।
গছৰ পৰা পকা আমটো সৰি পৰিল।
বিপদৰ পৰা কোনোমতে হাত সাৰিলোঁ।
হাবিত বাঘৰ পৰা বৰ ভয়।

১মা -এ বিভক্তিয়েও অপাদানৰ অৰ্থ প্ৰকাশ কৰে। যেনে—কথাটো লীনাৰ মুখে (মুখৰ পৰা) গম পালোঁ।

অনুপদ অব্যয়বোৰ নামশব্দৰ গাতে লাগি বহিব নে পৃথকে বহিব, এই লৈ খেলিমেলি হোৱা দেখা যায়। ব্যাকৰণবোৰত এই সম্পৰ্কীয় কোনো নিৰ্দেশনা নাই। ফলত কোনোৱে নামশব্দৰ গাতে লগাই আৰু কোনোৱে পৃথকে অনুপদ ব্যৱহাৰ কৰে। 'অসমীয়া ব্যাকৰণ প্ৰৱেশ'ত ড° গোলোকচন্দ্ৰ গোস্বামীদেৱে কৈছে, "পৰা যিহেতু এটা সুকীয়া অব্যয় পদ, সেইদেখি ইয়াক সম্বন্ধবাচক -অৰ বিভক্তিযুক্ত পদৰ পৰা মাজত ফাঁক ৰাখি আঁতৰাই লিখিব লাগে।" এই দৃষ্টিভংগীৰ পিনৰ পৰা 'পৰা' অনুপদ পৃথকে লেখাই যুগুত। অকল পৰা-ই নহয়, ৬ষ্ঠী বিভক্ত্যন্ত সকলো শব্দৰ পৰা দ্বাৰা, সৈতে, হতুৱাই, জৰিয়তে, দৰে আদি অব্যয় শব্দবোৰ পৃথকে লিখাই উচিত।* কিয়নো শব্দ বিভক্তিযুক্ত শব্দৰ পাছত দুই-এটা জোৰ বুজোৱা ৰূপৰ বাহিৰে সাধাৰণতে অন্য শব্দ পোনপটীয়াকৈ যোগ নহয়।

**অধিকৰণ কাৰক ঃ** "স্থান, কাল আৰু পাত্ৰ যিহৰে আধাৰ বা আশ্ৰয়ত ক্ৰিয়া সম্পাদিত হয়", সিয়েই অধিকৰণ কাৰক। অধিকৰণ কাৰকত ৭মী -অত/-ত বিভক্তি যোগ হয়। এই কাৰকত ৭মী বিভক্তিৰ ব্যৱহাৰৰ নিদৰ্শন ঃ

হাবিত বাঘ আছে।
সন্ধ্যা সময়ত শোৱা বেয়া।

*এই লেখকৰ 'অসমীয়া ভাষাৰ ৰূপতত্ত্ব'ত (২০১১) এই অনুপদবোৰ বিভক্ত্যন্ত পদৰ গাতে লগাই লিখিব লাগে বুলি কোৱা হৈছিল। কিন্তু নিলিখাটোহে যুক্তিসংগত।



তেওঁ বৰ বিপদত পৰিছে।

কেতিয়াবা প্ৰথমা -এ/-ই বিভক্তিৰ দ্বাৰাও অধিকৰণ কাৰকৰ অৰ্থ প্ৰকাশ কৰা হয়। অধিকৰণ বুজালে বিভক্ত্যন্ত শব্দটো সদায় দ্বিত্ব হয় আৰু তেতিয়া ই 'প্ৰত্যেক' বা 'প্ৰতি' অৰ্থ প্ৰকাশ কৰে। যেনে—

ঘৰে ঘৰে (প্ৰতি ঘৰত) বিচাৰিলোঁ।
ফুলে ফুলে (প্ৰতিপাহ ফুলত) পখিলা পৰিছে।
হাতে হাতে (প্ৰতিখন হাতত) পতাকা।
কথাই কথাই (প্ৰতিটো কথাত) তৰ্ক কৰে। ইত্যাদি।

কালবাচক বিশেষ কিছুমান শব্দত অধিকৰণৰ -ত বিভক্তি যোগ নহয়। এনেবোৰ শব্দত অধিকৰণ বুজাবলৈ শূন্য বিভক্তি যোগ হোৱা বুলি ক'ব পাৰি। যেনে—

যোৱা বছৰ বতৰ বৰ খৰাং আছিল।
ৰাতিপুৱা সূৰ্য উদয় হয়।

এই বাক্য দুটাৰ বছৰ আৰু ৰাতিপুৱা শব্দত ৭মী -ত বিভক্তি উহ্য হৈ আছে। সেয়ে তাত শূন্য বিভক্তি যোগ হোৱা বুলি ধৰা হৈছে।

অৰ্থৰ ভিত্তিত অধিকৰণ কাৰকক **কালাধিকৰণ** আৰু **আধাৰাধিকৰণ** এই দুটা ভাগত ভগোৱা হয় যদিও ওপৰত উল্লেখ কৰা দুই-এটা ব্যতিক্ৰমৰ বাহিৰে সকলো অধিকৰণতে ৭মী -অত/-ত বিভক্তি যোগ হয়।

বিনে আৰু বিনা শব্দৰ যোগতো অধিকৰণৰ অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

ঈশ্বৰত বিনে গতি নাই।
বিনা ধনে (অধিকৰণ বুজোৱা -এ) কাম নিসিজে।

●●●

## ॥৮॥
# বিশেষ্য

৮.১. অসমীয়া ভাষাত বিশেষ্যৰ সংখ্যাই সৰ্বাধিক। বিশেষ্য শব্দবোৰ বিশেষ এটা সূত্ৰ বা সংজ্ঞাৰ ভিতৰত সামৰিব নোৱাৰি। তথাপি বিভিন্নজনে বিভিন্ন ধৰণে বিশেষ্যৰ এটা সংজ্ঞা দিবলৈ চেষ্টা কৰিছে। সেইবোৰ চালিজাৰি চাই সাধাৰণভাৱে ক'ব পাৰি যে দৃষ্ট বা অদৃষ্ট, ইন্দ্ৰিয়গ্ৰাহ্য বা ইন্দ্ৰিয় বহিৰ্ভূত, প্ৰাণীবাচক বা অপ্ৰাণীবাচক যিকোনো প্ৰাণী, পদাৰ্থ বা ধাৰণাৰ নামেই বিশেষ্য। সংক্ষেপে ক'বলৈ গ'লে নাম মাত্ৰেই বিশেষ্য। ৰূপগত দিশৰ পৰা ক'বলৈ গ'লে যিবোৰ শব্দত কাৰকবিভক্তি, বচনবাচক, লিংগবাচক, নিৰ্দিষ্টতা বা অনিৰ্দিষ্টবাচক ইত্যাদি সৰ্গ যোগ হয়, সেইবোৰেই বিশেষ্য। আকৃতি অনুযায়ী বিশেষ্যবোৰ স্বৰান্ত আৰু ব্যঞ্জনান্ত, দুয়ো ধৰণৰ হ'ব পাৰে। সেইদৰে গঠন অনুযায়ীও বিশেষ্য শব্দক **মৌলিক** আৰু **যৌগিক**, এই দুটা ভাগত ভগাব পাৰি। অৰ্থপূৰ্ণভাৱে ভাঙি বিশ্লেষণ কৰিব নোৱাৰা মানুহ, গৰু, হাতী, বেলি, জোন, ফুল আদি শব্দবোৰ **মৌলিক** বিশেষ্য আৰু অৰ্থপূৰ্ণভাৱে খণ্ডিত কৰি বিশ্লেষণ কৰিব পৰা অৰ্থাৎ বিবিধ তদ্ধিত প্ৰত্যয়ান্ত শব্দবোৰেই যেনে—ধাননি, জোনাক, ৰূপালী, সাধুতা আদি শব্দবোৰেই যৌগিক বিশেষ্য।

৮.২. পুৰুষবাচক বিভক্তি গ্ৰহণৰ ভিত্তিত অসমীয়া ভাষাৰ সমস্ত বিশেষ্য শব্দক দুটা ভাগত ভগাব পাৰি—

**১. সাধাৰণ বিশেষ্য** (nouns in general)

**২. সম্বন্ধবাচক বিশেষ্য** (nouns of relationship)

অৰ্থৰ ভিত্তিত সাধাৰণ বিশেষ্য শব্দক পাঁচোটা ভাগত ভগোৱা হৈছে—

**১. জাতিবাচক বা সাধাৰণ সংজ্ঞাবাচক বিশেষ্য** (common noun)

**২. বিশেষ সংজ্ঞাবাচক বিশেষ্য** (proper noun)

**৩. সমূহ বা সমষ্টিবাচক বিশেষ্য** (collective noun)



**৪. বস্তুবাচক বিশেষ্য** (material noun)

**৫. গুণবাচক বিশেষ্য** (abstract noun)

**৮.২.১ জাতিবাচক বা সাধাৰণ সংজ্ঞাবাচক বিশেষ্য** ঃ কোনো জাতি বা শ্ৰেণীৰ সাধাৰণ সংজ্ঞা বা নাম বুজোৱা বিশেষ্যবোৰ এই শ্ৰেণীত পৰে। যেনে— মানুহ, গৰু, চৰাই, নদী, সাগৰ, পৰ্বত আদি। এইবোৰে বিশেষ এটা প্ৰাণী, বিশেষ এখন নদী বা সাগৰ অথবা বিশেষ এটা পৰ্বতক নুবুজাই সকলো মানুহ, গৰু, চৰাই, নদী, সাগৰ বা পৰ্বতক বুজায়। সেয়েহে এই জাতীয় সকলো বিশেষ্যই সাধাৰণ সংজ্ঞাবাচক বিশেষ্য। পুৱা, গধূলি, দুপৰীয়া, আবেলি, নিশা আদি শব্দৰ উপৰি দেউতা, মা, পেহা, পেহী, মামা, মামী আদি সম্বন্ধবাচক শব্দবোৰো এই শ্ৰেণীৰ বিশেষ্যৰ ভিতৰত পৰে।

**৮.২.২ বিশেষ সংজ্ঞাবাচক বিশেষ্য** ঃ কোনো বিশেষ বস্তু, ঠাইৰ নাম, মানুহ বা অন্য প্ৰাণীৰ নাম, পৰ্বত, নদী ইত্যাদিৰ নাম বুজোৱা শব্দবোৰেই বিশেষ সংজ্ঞাবাচক বিশেষ্য। উদাহৰণস্বৰূপে, মানুহৰ নাম বুজোৱা ৰাম, দশৰথ, ঠাইৰ নাম বুজোৱা গুৱাহাটী, দিল্লী, পৰ্বতৰ নাম বুজোৱা হিমালয়, বিন্ধ্য, নদীৰ নাম বুজোৱা ব্ৰহ্মপুত্ৰ, গংগা আদি শব্দবোৰ বিশেষ সংজ্ঞাবাচক বিশেষ্য।

**৮.২.৩ সমূহ বা সমষ্টিবাচক বিশেষ্য** ঃ সমূহ বা সমষ্টিৰ নাম বুজোৱা সভা, সমিতি, সমাজ, পৰিষদ, ৰাইজ, প্ৰজা, সন্থা আদি শব্দবোৰেই সমষ্টিবাচক বিশেষ্য।

**৮.২.৪ বস্তুবাচক বিশেষ্য** ঃ এই বিশেষ্যবোৰ একপ্ৰকাৰ জাতিবাচক বা সাধাৰণ সংজ্ঞাবাচক বিশেষ্যই; পাৰ্থক্য এয়ে যে এইবোৰে কেৱল মাটি, পানী, কাঠ, বাঁহ, চেনী, সোণ, ৰূপ, হীৰা আদি অপ্ৰাণীবাচক সাধাৰণ বস্তুক বুজায়।

**৮.২.৫ গুণবাচক বিশেষ্য** ঃ এই বিশেষ্যবোৰ অমূৰ্ত ভাব প্ৰকাশক। মনৰ আবেগ-অনুভূতি, ভাব অথবা দোষ, গুণ, কৰ্ম আদি বুজোৱা বিশেষ্যবোৰেই গুণবাচক বিশেষ্য। এই বিশেষ্যবোৰৰ কিছুমান মৌলিক আৰু কিছুমান যৌগিক বা সাধিত। বেজাৰ, সুখ, দুখ, স্বাস্থ্য, কল্পনা আদি মৌলিক আৰু দুষ্টালি, ল'ৰালি, সাধুতা, নম্ৰতা আদি যৌগিক গুণবাচক বিশেষ্য।

ইয়াৰ বাহিৰেও অসমীয়া ভাষাত আৰু এক শ্ৰেণীৰ বিশেষ্য আছে, যিবোৰ ক্ৰিয়াৰ মূল অৰ্থাৎ ধাতুৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠে। ধাতুৰ পাছত অন

আৰু -ওঁতা প্ৰত্যয় যোগ কৰি গঠন কৰা, যেনে—ভোজন, গমন, খাৱন, শোৱন, খাওঁতা, কৰোঁতা, গাওঁতা আদি বিশেষ্যবোৰ ক্ৰিয়াবাচক বিশেষ্যৰ (verbal noun) অন্তৰ্গত। এই বিশেষ্যবোৰে ক্ৰিয়াৰ কাৰ্য আৰু কাৰ্য কৰোঁতাজনক বুজায়।

কেইটামান গুণবাচক বিশেষ্য আৰু ক্ৰিয়াবাচক বিশেষ্যৰ বাহিৰে উল্লিখিত আটাইবোৰ বিশেষ্যতে অৰ্থাৎ জাতিবাচক, বিশেষ সংজ্ঞাবাচক, সমূহবাচক আৰু বস্তুবাচক বিশেষ্যত সম্বন্ধ পদ আৰু ছটা কাৰক অনুযায়ী বিভিন্ন শব্দবিভক্তি যোগ কৰি সেইবোৰ বাক্যত কৰ্তা, কৰ্ম, কৰণ, নিমিত্ত, অপাদান, সম্বন্ধপদ আৰু অধিকৰণ কাৰকৰ শব্দ হিচাপে ব্যৱহাৰ কৰিব পাৰি। বিশেষ্য শব্দৰ ব্যৱহাৰত আৰু এটা মন কৰিবলগীয়া কথা হৈছে যে ইবোৰত প্ৰথমে বিভিন্ন পৰিৱেশ আৰু পৰিস্থিতিত প্ৰয়োজন সাপেক্ষে বচনবাচক, লিংগবাচক, নিৰ্দিষ্টতা আৰু অনিৰ্দিষ্টতা বাচক ইত্যাদি সৰ্গ যোগ কৰি তাৰ পাছতহে সেই বিশেষ্য শব্দবোৰ কাৰক অনুযায়ী ৰূপ কৰা হয়। বিশেষ্য শব্দবোৰৰ আৰু এটা বিশেষত্ব হৈছে, এইবোৰত শব্দসাধনৰ বিভিন্ন উপসৰ্গ, কৃৎ আৰু তদ্ধিত প্ৰত্যয় যোগ দি নতুন নতুন অৰ্থবাচক শব্দ গঠন কৰিব পাৰি। এনে প্ৰত্যয়ৰ যোগত বিশেষ্য শব্দবোৰৰ শ্ৰেণী পৰিৱৰ্তনো হয়। অৰ্থাৎ বিশেষ্যৰ পৰা নতুন বিশেষ্য, বিশেষণ আৰু ক্ৰিয়া বিশেষণ আদি পাব পাৰি। আন আন শব্দৰ তুলনাত বিশেষ্যবোৰৰ প্ৰয়োগত সীমাবদ্ধতা তেনেই কম। বাক্যত বিভিন্ন শ্ৰেণীৰ বিশেষ্যৰ ব্যৱহাৰ এনেদৰে দেখুৱাব পাৰি—

১. **গৰখীয়াজন গৰু** চৰাবলৈ **পথাৰলৈ** গৈছে।

২. **বীতাহঁত** কলেজৰ পৰা **শিক্ষামূলক** ভ্ৰমণত **কলিকতা, দিল্লী** আৰু **লক্ষ্ণৌলৈ** গৈছে।

৩. আজিৰ **সভাত বাইজৰ** উপস্থিতি তেনেই সেৰেঙা।

৪. **গাঁৱৰ মাটি-পানী-বতাহ** খাই ডাঙৰ হোৱা **মানুহ** আমি।

৫. **সুখ-দুখেই মানুহৰ** জীৱন।

৬. **সাধুতা** আৰু **নম্ৰতাই মানুহক** মহান কৰে।

৭. **ধৰুৱা** আৰু **ৰুগীয়া মানুহৰ** সুখ নাই।

৮. **পৰীক্ষা** ওচৰ চাপি অহাত **ৰমেন খাৱন-শোৱন** নোহোৱাকৈ পঢ়াত লাগিছে।

৯. **ঘৰখনত খাওঁতা** সৰহ, **কৰোঁতাহে** নাই।



**৮.৩. সম্বন্ধবাচক বিশেষ্যৰ গঠন, ৰূপসাধন প্ৰণালী আৰু ব্যৱহাৰ ঃ**

পৃথিৱীৰ আন আন ভাষাৰ দৰে অসমীয়াতো ভালেসংখ্যক সম্বন্ধবাচক বিশেষ্য আছে আৰু এইবোৰ মূলতঃ তিনিটা সম্বন্ধৰ জৰিয়তে গঢ় লৈ উঠিছে জন্মগত, বৈবাহিক আৰু বন্ধুত্ব। এই তিনিটা সম্বন্ধৰ জৰিয়তে অসমীয়াত প্ৰায় চাৰিকুৰিমান সম্বন্ধবাচক শব্দ গঢ় লৈ উঠিছে। এইবোৰৰ অধিকাংশৰে মূল সংস্কৃত। ঐতিহাসিক বিৱৰ্তনৰ মাজেদি অহাৰ কাৰণে এইবোৰৰো সৰহভাগেই তদ্ভৱ শব্দ। পিতামহ, মাতামহ, পিতৃ, মাতৃ, স্বামী, স্ত্ৰী, পতি, পত্নী, সন্তান, ভ্ৰাতৃ, ভগ্নী, সখী, বন্ধু আদিকে ধৰি প্ৰায় পোন্ধৰ-যোল্লটামানহে সংস্কৃত তৎসম সম্বন্ধবাচক শব্দ অসমীয়াত আছে। পুংলিংগ আৰু স্ত্ৰীলিংগ অনুযায়ী তলত অসমীয়া সম্বন্ধবাচক বিশেষ্যবোৰৰ এখন তালিকা দাঙি ধৰা হ'ল ঃ

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| আজু ককা | আজু আইতা |
| ককা | আইতা |
| পিতা/পিতাই/পিতাদেউ/দেউতা/বোপাই | আই/মা/বৌ |
| পো | জী/জীয়াৰী |
| („) | বোৱাৰী |
| ককাই/ককাইদেউ/দাদা | বাই/বাইদেউ |
| („) | বৌ/বৌদেউ/নবৌ |
| ভাই | ভনী |
| („) | বোৱাৰী |
| বৰপিতাই/বৰদেউতা | বৰমা |
| খুৰা/খুৰাদেউ/দদাই/দদাইদেউ | খুৰী/খুৰীদেউ |
| ভতিজাটো | ভতিজাজনী |
| নাতি | নাতিনী |
| জেঠু/জেঠপা/জেঠপেহা | জেঠাই/জেঠাইদেউ |
| পেহা/পেহাদেউ | পেহী/পেহীদেউ |
| মামা /মোমাই /মোমাইদেউ | মামী /মামীদেউ |
| ভাগিনটো | ভাগিনজনী |

| | |
|---|---|
| মহা/মহাদেউ | মাহী/মাহীদেউ |
| জেঠেৰী | — |
| বৈনাই | — |
| জোঁৱাই | জী |
| জেঠাল/বৰজনা | জা |
| দেওৰ | ননন্দ |
| খুলশালীটো | খুলশালীজনী |
| শালপতি | — |
| ভিনিহি/ভিনদেউ | বাই/বাইদেউ |
| শহুৰ | শাহু |
| — | জেশাহু (পত্নীৰ বায়েক) |
| বিঁয়ে | বিয়নী |
| পৈ | ঘৈণী |
| — | সতিনী |
| — | মাহীমা/মাহী আই |
| তাঁৱৈ | আঁমৈ |
| সখা/সখিজন | সখীজনী |
| বন্ধুটো | বন্ধুজনী |
| বান্ধৱ/বান্ধ | বান্ধৱী |
| মিতা | মিতিনী |
| লগৰীয়াটো | লগৰীয়াজনী আদি। |

গাঠনিক দিশৰ পৰা অসমীয়া ভাষাৰ এই সম্বন্ধবাচক শব্দবোৰক স্বৰান্ত আৰু ব্যঞ্জনান্ত, মৌলিক আৰু যৌগিক, এইদৰে ভগাব পাৰি। পুংলিংগবাচক স্বৰান্ত শব্দবোৰক আ-কাৰান্ত, ই-কাৰান্ত, ও-কাৰান্ত আৰু ঐ-কাৰান্ত, এই চাৰি ভাগত আৰু ব্যঞ্জনান্ত শব্দবোৰক ন্-ব্যঞ্জনান্ত (যেনে— ভাগিন) ৰ্-ব্যঞ্জনান্ত (যেনে, দেওৰ, শহুৰ), ল্-ব্যঞ্জনান্ত (যেনে, জেঠাল) আৰু ধ/ৱ-ব্যঞ্জনান্ত ৰূপে ভাগ কৰিব পাৰি। স্ত্ৰীলিংগবাচক স্বৰান্ত শব্দবোৰৰ পাঁচোটা ভাগ ঃ আকাৰান্ত , ই-ঈকাৰান্ত, উ-



কাৰান্ত আৰু ঐ-কাৰান্ত। ব্যঞ্জনান্ত স্ত্ৰীলিংগবাচক সম্বন্ধ বুজোৱা শব্দ মাত্ৰ এটা- 'ননন্দ' বা 'ননদ'। ঋ-কাৰান্ত পুংলিংগকবাচক আৰু স্ত্ৰীলিংগবাচক তৎসম শব্দ দুটা হৈছে ক্ৰমে 'পিতৃ' আৰু 'মাতৃ'। ভতিজা, ভাগিন, সখি আৰু বন্ধু—এই সম্বন্ধবাচক শব্দকেইটাক লিংগ নিৰপেক্ষ ৰূপ বুলি ক'ব পাৰি। এই শব্দকেইটাৰ পাছত পুংলিংগকবাচক জন/টো আৰু স্ত্ৰী লিংগবাচক 'জনী' প্ৰত্যয় যোগ দি শব্দকেইটা ক্ৰমে পুংলিংগ আৰু স্ত্ৰীলিংগবাচক কৰা হয়। স্ত্ৰীৰ ভায়েক-ভনীয়েক বুজোৱা 'খুলশালী' শব্দটোও লিংগ নিৰপেক্ষ। ইয়াতো জন/টো আৰু জনী যোগ দি শব্দটো ক্ৰমে পুংলিংগ আৰু স্ত্ৰীলিংগ কৰা হয়। 'হেমকোষ'কে ধৰি দুই-এখন অসমীয়া অভিধানত হ্ৰস্ব ই-কাৰান্ত 'খুলশালি' শব্দটো পুংলিংগ আৰু দীৰ্ঘ ঈ-কাৰান্ত 'খুলশালী' শব্দটো স্ত্ৰীলিংগ হিচাপে দেখুওৱা হৈছে। দৰাচলতে এনে নকৰি খুলশালিজন/টো আৰু 'খুলশালীজনী' কৰাটোহে অধিক যুক্তিসন্মত।

অসমীয়া মৌলিক সম্বন্ধবাচক শব্দবোৰ হৈছে— ককা, পিতা, পো, ভাই, খুড়া, ভতিজা, নাতি, মহা, ভনী, ভাগিন, ননন্দ, শহুৰ, শাহু আদি। এই মৌলিক শব্দবোৰ ভাঙি খণ্ড খণ্ডকৈ বিশ্লেষণ কৰিব নোৱাৰি। আনহাতে যৌগিক শব্দবোৰ ভাঙি খণ্ড খণ্ডকৈ দেখুৱাব পাৰি। এই শব্দবোৰ ঘাইকৈ তিনি ধৰণে গঠিত হৈছে ঃ -ই, -আই, -আল, -আৰী, -তা, -ৰি আদি প্ৰত্যয় যোগ হৈ (যেনে—ককাই, বোপাই (<বাপ), জেঠাল, জীয়াৰী, আইতা, জেঠেৰি আদি); মূল শব্দৰ পাছত সম্ভ্ৰম বা মান্যতাসূচক দেউ (<দেৱ) শব্দ যোগ হৈ, (যেনে—বাইদেউ, খুড়ীদেউ, মহাদেউ, পেহাদেউ আদি আৰু মূল শব্দৰ আগত মান্যতা আৰু জ্যেষ্ঠতা অনুযায়ী আজু, বৰ, জে (<জ্যেষ্ঠ) আদি যোগ হৈ, যেনে—আজুককা, বৰমা, জেশাহু আদি। কেতিয়াবা মূল শব্দৰ পাছত -ই যোগ কৰি তাৰ পাছত মান্যতাসূচক 'দেউ' শব্দ লগ লগাইও সম্বন্ধবাচক শব্দ গঠন কৰা হৈছে। যেনে—ককাইদেউ, মোমাইদেউ, দদাইদেউ আদি। কিন্তু 'খুৰা' শব্দত -ই যোগ নিদি কেৱল দেউ শব্দহে ব্যৱহাৰ কৰা হয়। যেনে—খুৰাদেউ।

অসমীয়া সম্বন্ধবাচক তদ্ভৱ শব্দবোৰৰ অধিকাংশই সম্বোধনাত্মক শব্দ (terms of address) হিচাপে ব্যৱহৃত হয়। কিন্তু পিতা, বন্ধু, বান্ধৱী আৰু সখী—এইকেইটাৰ বাহিৰে পিতৃ, মাতৃৰ দৰে আন তৎসম সম্বন্ধবাচক শব্দবোৰ terms of reference হিচাপেহে ব্যৱহৃত হয়। মূল সংস্কৃত ভাষাতো সম্বন্ধবাচক শব্দবোৰ

ঘাইকৈ terms of reference হে। সম্বোধনাত্মক শব্দ হিচাপে ব্যৱহাৰ কৰিলে ইবোৰে ভিন্ন ৰূপ পৰিগ্ৰহ কৰে। উদাহৰণস্বৰূপে, পিতৃ আৰু মাতৃ শব্দ সম্বোধনাত্মক শব্দ হিচাপে ব্যৱহৃত হ'লে শব্দ দুটাই ক্ৰমে পিতা আৰু মাতা ৰূপ লয়। সম্বোধনত ব্যৱহাৰ নোহোৱা অসমীয়া সম্বন্ধবাচক শব্দকেইটা হৈছে প্ৰধানতঃ পো, পৈ, ঘৈণী, শহুৰ, শাহু, জেঠাল, জেশাহু, দেওৰ আৰু ননন্দ। সম্বোধন কৰি মাতিব লগা হ'লে বয়সত সৰু পো, ঘৈণী, দেওৰ আৰু ননন্দক নাম কাঢ়ি মতা হয়। পৈ-ক সম্বোধনবোধক হেৰি/হেৰা বুলি, জেঠালক 'দাদা', জেশাহুক বাইদেউ আৰু শহুৰ-শাহুক দেউতা আৰু মা বুলি মতা হয়। নাতি, নাতিনী, ভাগিন, ভতিজা, খুলশালী—এইকেইটা সম্বন্ধবাচক শব্দও সাধাৰণতে উল্লেখতহে (reference) ব্যৱহৃত হয়, সম্বন্ধ ধৰি মাতিব লগা হ'লে এইসকলক সাধাৰণতে নাম কাঢ়ি মতা হয়। 'ভাই' আৰু 'ভনী' শব্দ সম্বোধনাত্মক হিচাপে ব্যৱহৃত হ'লে ইয়াৰ পাছত স্নেহ আৰু ক্ষুদ্ৰাৰ্থবোধক টি যোগ কৰা হয়। যেনে—ভাইটি, তোমাৰ নাম কি? 'ভনী' শব্দত টি যোগ হ'লে সম্বোধনাত্মক শব্দটো প্ৰায়ে 'ভন্‌টি' হয়। ইয়াৰ বাহিৰে আটাইবোৰ তদ্ভৱ সম্বন্ধবাচক শব্দ উল্লেখ আৰু সম্বোধন, দুয়ো ক্ষেত্ৰতে ব্যৱহৃত হয়। উজনি অসমৰ কোনো কোনো অঞ্চলত বৌ, খুৰী, পেহী, দদাই, মোমাইকে ধৰি কোনো কোনো লোকক সম্বোধন কৰি মাতোঁতে ইবোৰৰ পাছত স্নেহসূচক টি ব্যৱহাৰ কৰা হয়। 'দদাই' শব্দত 'টি' যোগ হ'লে আদ্যক্ষৰ লোপ পাই শব্দটো প্ৰায়ে 'দাইটি' হয়। এনেবোৰ সম্বন্ধবাচক শব্দৰ পাছত 'টি' প্ৰত্যয়ৰ ব্যৱহাৰ ঘাইকৈ উজনিৰ মুছলমান সমাজত দেখা যায়। এই প্ৰসংগতে আৰু এটি কথা উল্লেখ কৰিব পাৰি। উজনি অসমত 'ককাই' আৰু 'বাই' শব্দ 'দেউ' আৰু 'টি' বিহীন হৈ উকাকৈ ব্যৱহাৰ হ'লে শব্দ দুটাই ক্ৰমে ঘৰত বন কৰা বয়সত ডাঙৰ মতা আৰু তিৰোতা মানুহক বুজায় আৰু শব্দ দুটা উল্লেখ আৰু সম্বোধন দুয়ো ক্ষেত্ৰতে একে ধৰণে প্ৰয়োগ কৰা হয়।

**৮.৩.১ পুৰুষ অনুযায়ী সম্বন্ধবাচক শব্দৰ ৰূপ ঃ** ভাৰতীয় ভাষাবোৰৰ ভিতৰত কেৱল অসমীয়াতহে সম্বন্ধবাচক শব্দৰ পুৰুষ অনুযায়ী ৰূপ হয়। মন কৰিবলগীয়া যে এইদৰে ৰূপ হোৱা সম্বন্ধবাচক শব্দবোৰ প্ৰধানতঃ তদ্ভৱ। সংস্কৃত তৎসম শব্দৰ ভিতৰত কেৱল পিতা, সখী আৰু বন্ধু শব্দৰ পাছতহে পুৰুষবাচক বিভক্তি যোগ হয়।



সাধাৰণ বিশেষ্য শব্দৰ বিপৰীতে সম্বন্ধবাচক বিশেষ্যবোৰ দুই প্ৰকাৰে ৰূপ কৰিব পাৰি—পুৰুষ অনুযায়ী আৰু কাৰক অনুযায়ী। পুৰুষ অনুযায়ী ৰূপ হোৱাৰ পাছতহে শব্দটোত কাৰকৰ বিভক্তি লগ লাগে। অৰ্থাৎ সম্বন্ধবাচক বিশেষ্যত পুৰুষবাচক বিভক্তি যোগ হৈ যিটো মূল শব্দ (base) গঠিত হয়, সেই শব্দটোতহে কাৰক অনুযায়ী বিভিন্ন বিভক্তি লগ লাগে। প্ৰয়োজন অনুযায়ী কাৰক-বিভক্তি যোগ হোৱাৰ আগতে সেই শব্দটোত নিৰ্দিষ্টতাবাচক, বহুবচনাত্মক, লিংগবাচক প্ৰত্যয় আদি যোগ হয়। এনে দৃষ্টিভংগীৰ পিনৰ পৰা সম্বন্ধবাচক শব্দটোৰ গাঠনিক ৰূপ এনে ধৰণৰ—

সম্বন্ধবাচক বিশেষ্য + পুৰুষবাচক বিভক্তি + কাৰক বিভক্তি

সম্বন্ধবাচক বিশেষ্য + পুৰুষবাচক বিভক্তি + নি.বাচক/বহু বচনাত্মক/ লিংগবাচক প্ৰত্যয় + কাৰক বিভক্তি

এনে গাঠনিক ৰূপ অনুযায়ী ভাই শব্দটো ৩য় পুৰুষত ৰূপ কৰিলে নিম্নলিখিত ৰূপবোৰ পোৱা যাব—

(ক) ভায়েক

(খ) ভায়েকজন/ভায়েকজনৰ

(গ)ভায়েকহঁত/ভায়েকহঁতক

সম্বন্ধবাচক বিশেষ্যবোৰ সম্বন্ধপদৰ দ্বিতীয় আৰু তৃতীয় পুৰুষ অনুযায়ী ৰূপ হয়। দ্বিতীয় পুৰুষৰ দুটা ৰূপ ঃ তুচ্ছ আৰু মান্য। তলত তালিকাত কেইটামান সম্বন্ধবাচক শব্দ পুৰুষ অনুযায়ী ৰূপ কৰি দেখুওৱা হ'ল—

| সম্বন্ধবাচক শব্দ | দ্বিতীয় পুৰুষ | | তৃতীয় পুৰুষ |
|---|---|---|---|
| | তুচ্ছ | মান্য | |
| | তোৰ | তোমাৰ | তাৰ |
| দেউতা | দেউতাৰ | দেউতাৰা | দেউতাক |
| ভনী | ভনীয়েৰ | ভনীয়েৰা | ভনীয়েক |
| শহুৰ | শহুৰেৰ | শহুৰেৰা | শহুৰেক |
| শাহু | শাহুৰেৰ | শাহুৰেৰা | শাহুৰেক |
| আমৈ | আমৈয়েৰ | আমৈয়েৰা | আমৈয়েক |

এইদৰে দেখা যায়, অসমীয়া ভাষাত সম্বন্ধবাচক শব্দত যোগ হোৱা

পুৰুষবাচক বিভক্তিৰ চিন ছটা ঃ -এৰ, -ৰ, -এৰা, -ৰা, -এক আৰু -ক। এই বিভক্তিকেইটা ধ্বনি সাপেক্ষ; আ-কাৰান্ত শব্দত -ৰ, -ৰা আৰু -ক যোগ হয়; আন স্বৰান্ত আৰু ব্যঞ্জনান্ত শব্দত -এৰ, -এৰা আৰু -এক যোগ হয়। এই পুৰুষবাচক বিভক্তিকেইটা যোগ হোৱাৰ পাছতহে সম্বন্ধবাচক শব্দবোৰ কাৰক অনুযায়ী ৰূপ হয়। উদাহৰণ স্বৰূপে 'দেউতা' শব্দটো ল'ব পাৰোঁ। বিভিন্ন কাৰকত সম্বন্ধবাচক 'দেউতা' শব্দৰ দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থক ৰূপবোৰ এনে ধৰণৰ—

কৰ্তা ঃ দেউতা + -ৰ + -এ = দেউতাৰে

—তোক **দেউতাৰে** মাতিছে।

কৰ্ম ঃ দেউতা + -ৰ + -অক = দেউতাৰক

—**দেউতাৰক** মই মতা বুলি কবি।

কৰণ ঃ দেউতা + -ৰ + -অৰ + হতুৱাই = দেউতাৰৰ হতুৱাই।

—**দেউতাৰৰ** হতুৱাই কিতাপখন অনাবি।

নিমিত্ত ঃ দেউতা + -ৰ + -অলৈ = দেউতাৰলৈ

—এই কলমটো **দেউতাৰলৈ** আনিছোঁ।

অপাদান ঃ দেউতা + -ৰ + -অৰ + পৰা = দেউতাৰৰ পৰা

—টকা লাগিলে **দেউতাৰৰ** পৰা লবি।

সম্বন্ধ পদ ঃ দেউতা + -ৰ + -অৰ = দেউতাৰৰ

—**দেউতাৰৰ** পাঞ্জাৱীটো ভালকৈ ধুবি।

অধিকৰণ ঃ দেউতা + -ৰ + -অত = দেউতাৰত

সম্বন্ধবাচক শব্দৰ অধিকৰণৰ ৰূপৰ (যেনে—দেউতাৰত) বাক্যত ব্যৱহাৰ বিৰল।

সম্বন্ধবাচক শব্দৰ ৰূপৰ ক্ষেত্ৰত আৰু এটি মনকৰিবলগীয়া কথা হৈছে যে পুৰুষ আৰু কাৰক অনুযায়ী সেই শব্দবোৰৰ ৰূপ কৰিলে তাৰ আগত দ্বিতীয় আৰু তৃতীয় পুৰুষৰ সম্বন্ধপদৰ **তোৰ, তোমাৰ** আৰু **তাৰ** এই সৰ্বনামকেইটা ব্যৱহাৰ কৰিবও পাৰি, নকৰিবও পাৰি। কিয়নো সম্বন্ধবাচক শব্দত যোগ কৰা -এৰ/-ৰ আদি পুৰুষবাচক বিভক্তিকেইটাই সেই সম্বন্ধবাচক শব্দকেইটা যে দ্বিতীয় বা তৃতীয় পুৰুষৰ, সেই অৰ্থ প্ৰকাশ কৰে। উদাহৰণস্বৰূপে, মাৰ আহিছে। অৰ্থাৎ **তোৰ** মাৰ আহিছে, মোৰ মা নহয়; সেইদৰে—মাৰাক মাতাচোন অৰ্থাৎ **তোমাৰ** মাৰাক মাতা, মোৰ মাক নহয়। ওপৰত আ-কাৰান্ত 'দেউতা' শব্দত দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থক -ৰ বিভক্তি প্ৰথমে যোগ কৰি তাৰ পাছত কাৰক বিভক্তি ব্যৱহাৰ কৰি ক্ৰমে **দেউতাৰে, দেউতাৰক,** দেউতাৰৰ হতুৱাই, **দেউতাৰলৈ** দেউতাৰৰ পৰা, **দেউতাৰৰ** আৰু **দেউতাৰত** শব্দ কৰা হৈছে। এই শব্দকেইটাৰ আগত ক'তো দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থক সম্বন্ধ পদৰ সৰ্বনাম 'তোৰ' ব্যৱহাৰ কৰা হোৱা নাই। অথচ সেই কেইটা যে দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থক ৰূপ, সেয়া ফটফটীয়া হৈ আছে মূল শব্দটোত যোগ হোৱা -ৰ বিভক্তিৰ কাৰণে।



আনহাতে তৃতীয় পুৰুষৰ -এক/-ক বিভক্তিযুক্ত কিছুমান সম্বন্ধবাচক শব্দ সাধাৰণ সম্বন্ধ বুজাবলৈও ব্যৱহৃত হয়। (Golok Chandra Goswami : Structure of Assamese, p. 287)। যেনে—মাকতকৈ জীয়েক কাজী, বাপেক চাই পুতেক, গিৰীয়েক ঘৈণীয়েকৰ কাজিয়া ইত্যাদি।

অসমীয়া ভাষাত সম্বন্ধ বুজোৱা পুৰুষবাচক ৰূপবোৰ ব্যাকৰণগত। অসমীয়া বাক্য-বিন্যাসত আৰু নিৰ্দিষ্ট অৰ্থ নিৰূপণত এই ৰূপবোৰ অপৰিহাৰ্য। উদাহৰণ স্বৰূপে, দেউতা আহিছে বুলি ক'লে 'মোৰ দেউতা আহিছে' বুলিহে বুজা যাব। কিন্তু তোৰ, তোমাৰ আৰু তাৰ **দেউতা** অহা বুজাবলৈ **দেউতা** শব্দত ক্ৰমে **-ৰ, -ৰা** আৰু **-ক** পুৰুষবাচক বিভক্তি যোগ দিব লাগিব। ইয়াৰ পৰা দেখা যায় যে অসমীয়া ভাষাৰ গঠনত এই ৰূপবোৰ অপৰিহাৰ্য।

দুখৰ বিষয় যে অসমীয়া ভাষাৰ স্বকীয়তা প্ৰকাশক এই ভাষিক বৈশিষ্ট্যটো লাহে লাহে হেৰাই যাবলৈ ধৰিছে। আনুষ্ঠানিক শিক্ষা ব্যৱস্থাত অসমীয়া ব্যাকৰণ-শিক্ষাৰ গুৰুত্বহীনতাৰ কাৰণে বিশেষকৈ নতুন প্ৰজন্ম এই ভাষাগত বৈশিষ্ট্যৰ প্ৰতি মুঠেও সচেতন নহয়। তেওঁলোকৰ অধিকাংশই **মোৰ মা, তোৰ মাৰ, তোমাৰ মাৰা, তাৰ মাক**—এই জতুৱা ৰূপবোৰৰ পৰিবৰ্তে **মোৰ মা, তোৰ মা, তোমাৰ মা, তাৰ মা** লেখে আৰু কয়। কিন্তু এনে প্ৰয়োগ ভুল আৰু অসমীয়া ভাষাৰ স্বকীয়তা হানিকাৰক।

●●●

## ।। ৯।।

# বিশেষণ আৰু ক্ৰিয়া-বিশেষণ

৯.১. বিশেষণবোৰ নাম শব্দৰে এটি ভাগ। সংখ্যাৰ ফালৰ পৰা বিশেষ্য আৰু ক্ৰিয়া শব্দৰ পাছতে বিশেষণৰ স্থান। সাধাৰণতে বিশেষণবোৰে বিশেষ্য, সৰ্বনাম আৰু কেতিয়াবা বিশেষণৰ গুণ, দোষ, অৱস্থা, পৰিমাণ, সংখ্যা আদি বুজায়। কেতিয়াবা ক্ৰিয়াৰ আগত বহিও 'সদৰ্থক বা নঞৰ্থক কাৰ্য কৰাৰ, হোৱাৰ বা ঘটাৰ ধৰণ, অৱস্থা বা প্ৰকৃতি বুজায়।' যেনে—

সদায় **বিশুদ্ধ** পানী খাব লাগে।
**ৰঙা** গোলাপজোপা জকমকাই ফুলিছে।
মানুহজন **দয়ালু**।
সি **দুষ্ট**।
ৰীতা দেখিবলৈ **বৰ ধুনীয়া**।
কথা **খৰকৈ** নক'বা।

ওপৰৰ বাক্যকেইটাৰ বৰহাতৰ শব্দকেইটাই অৰ্থাৎ **বিশুদ্ধ** শব্দই পানীৰ গুণ, **ৰঙা** শব্দই গোলাপফুলৰ গুণ, **দয়ালু** শব্দই 'মানুহজন'ৰ গুণ— **দুষ্ট** শব্দই কোনোবা এটা মানুহৰ গুণ, **বৰ** শব্দই 'ধুনীয়া' বিশেষণৰ গুণৰ পৰিমাণ আৰু **খৰকৈ** শব্দই 'নক'বা' ক্ৰিয়াৰ কাৰ্যৰ ধৰণ বা গুণ বুজাইছে। গতিকে বিশুদ্ধ, ৰঙা, দয়ালু, দুষ্ট, বৰ, খৰকৈ আদি বিশেষণ শব্দ।

ৰূপগত দিশৰ পৰা বিশেষ্য আৰু বিশেষণৰ মাজত বৰ বিশেষ পাৰ্থক্য নাই। কাৰণ বিশেষ্যৰ দৰে কিছুমান বিশেষণৰ পাছতো বচনবাচক, লিংগবাচক, নিৰ্দিষ্টতাবাচক প্ৰত্যয় আৰু শব্দ বিভক্তি যোগ হয়। কিন্তু প্ৰত্যয় বা বিভক্তিযুক্ত হ'লে বিশেষণৰ ব্যৱহাৰ বিশেষ্যৰ দৰেহে হয়। যেনে—

**ভালৰ** ভাল সৰ্বতি কাল।
ছোৱালীজনী **ভালত** পৰিছে।
**ভাললৈ** আশা কৰোঁতে বেয়াটোহে হ'ল।



**ভালবোৰ** আম দিবা।
বেগ দুটা কিনিলো, **ৰঙাটো** মোৰ, **নীলাটো** তোমাৰ
**সৰুজনীয়ে** নোৱাৰিব, **ডাঙৰজনীকে** মতা ভাল।

ওপৰৰ বাক্যকেইটাৰ **ভালৰ, ভালত** আৰু **ভাললৈ** শব্দত ক্ৰমে ৬ষ্ঠী, ৭মী আৰু ৪ৰ্থী শব্দবিভক্তি যোগ হৈছে; **ভালবোৰ, ৰঙাটো, নীলাটো** শব্দত বহুবচনৰ প্ৰত্যয় **-বোৰ** আৰু নিৰ্দিষ্টতাবাচক **-টো** প্ৰত্যয় যোগ হৈছে আৰু **সৰুজনীয়ে, ডাঙৰজনীকে** শব্দত স্ত্ৰীলিংগ বুজোৱা নিৰ্দিষ্টতাবাচক **-জনী** প্ৰত্যয়ৰ পাছত ক্ৰমে ১মা **-এ** আৰু ২য়া **-ক** (-এ জোৰ বুজোৱা ৰূপ) বিভক্তি যোগ হৈছে। ফলত ইহঁতৰ ব্যৱহাৰ ভাল, ৰঙা, নীলা, সৰু, ডাঙৰ আদি বিশেষণৰ দৰে নহৈ বিশেষ্যৰ দৰেহে হৈছে।

৯.২. বাক্যত বিশেষণৰ স্থান আৰু আন পদৰ লগত থকা সম্পৰ্কৰ দিশলৈ চাই বিশেষণক মুখ্যতঃ চাৰিটা ভাগত ভগাব পাৰি ঃ **বিশেষ্যৰ বিশেষণ, বিশেষণৰ বিশেষণ** বা **বিশেষণীয় বিশেষণ, সৰ্বনামৰ বিশেষণ** আৰু **ক্ৰিয়া বিশেষণ**।

৯.২.১. **বিশেষ্যৰ বিশেষণ** ঃ বিশেষ্যৰ বিশেষণে বিশেষ্যৰ দোষ-গুণ, অৱস্থা, পৰিমাণ, উপাদান, সংখ্যা আদি বুজায়। এই বিশেষণবোৰ সাধাৰণতে বিশেষ্যৰ আগত বহে। যেনে,

**দোষ-গুণ বা অৱস্থাবাচক বিশেষ্যৰ বিশেষণ ঃ**

**ৰঙা** ফুল ভাল পাওঁ।
**গৰম** চাহকাপ খাই লোৱা।
**গৰমত ঠাণ্ডা** পানীৰে গা ধুই ভাল লাগিল।
**তিতা** কেৰেলা খোৱা ভাল।
তুমি **বৰ বেয়া** বতৰত আহিলা।
এতিয়া **ঘোৰ** বাৰিষা।

**উপাদানবাচক বিশেষ্যৰ বিশেষণ ঃ** যেনে,

**মৃন্ময়** মূৰ্তিটো দেখিবলৈ ধুনীয়া।
**স্বৰ্ণপাত্ৰ** সুধাৰে ভৰাই ল'লোঁ।
**মাটিৰ** কলহৰ পানী শীতল।

**সংখ্যা বা পৰিমাণবাচক বিশেষ্যৰ বিশেষণ** ঃ যেনে—

ঘৰটো সজাওঁতে বাৰ লাখ টকা খৰচ হ'ল।

ফ্ৰীজটো দহ হাজাৰ টকাত কিনা হ'ল।

আজিৰ সভাত বহুত মানুহ হৈছিল।

পূজালৈ অনেক লোক আহিছিল।

কেতিয়াবা বস্তুৰ দৈৰ্ঘ বা জোখ, পৰিমাণ, পথৰ দূৰত্ব আদি বুজোৱা বিশেষ্যৰ আগত বিভিন্ন সংখ্যা শব্দ যোগ দি আন এটা বিশেষ্যৰ আগত বিশেষণৰ দৰে ব্যৱহাৰ কৰা হয়। যেনে—

ছহাত কাপোৰ হ'লেই হ'ব।

মুকুলৰ মাত্ৰ পাঁচবিঘা খেতিৰ মাটি।

আমাৰ ঘৰৰ পৰা ষ্টেচনলৈ তিনি মাইল বাট।

দেউতাৰ শৰাধলৈ তিনিমোন দৈ লগাইছোঁ।

কেতিয়াবা পূৰণবাচক বা ক্ৰমবাচক সংখ্যা শব্দ বিশেষণ ৰূপে বিশেষ্যৰ আগত ব্যৱহৃত হয়। যেনে,

ৰবীন শ্ৰেণীৰ প্ৰথম ল'ৰা।

নমিতাই সপ্তম শ্ৰেণীত পঢ়ে।

কেতিয়াবা বিশেষ পৰিৱেশত বিশেষণ শব্দটো বিশেষ্য বা সৰ্বনামৰ পাছতো বহিব পাৰে। যেনে,

আমি সকলো ধৰ্মৰ প্ৰতি উদাৰ হোৱা উচিত।

সেই ফুলপাহ ৰঙা। ঈশ্বৰ মংগলময়।

আমাৰ ভাল, তোমালোক কেনে আছা?

ইয়াত উদাৰ আৰু ভাল বিশেষণে ক্ৰমে 'আমি' আৰু 'আমাৰ' সৰ্বনামৰ আৰু ৰঙা আৰু মংগলময় বিশেষণে ক্ৰমে 'ফুলপাহ' আৰু 'ঈশ্বৰ' বিশেষ্যৰ পাছত বহি সেই সেই সৰ্বনাম আৰু বিশেষ্যৰ গুণ, ধৰ্ম আদি বুজাইছে। এনেদৰে নামশব্দৰ পাছত বহা বিশেষণবোৰেই বিধেয় বিশেষণ (predicative adjective)। বিধেয় বিশেষণ সাধাৰণতে বাক্যৰ বিধেয় অংশতহে বহে। বিধেয় বিশেষণ থকা বাক্যত বিশেষ্যটো সদায় উদ্দেশ্য (subject) হয়। সমাস হৈ সাধিত হোৱা সমস্ত পদতো কেতিয়াবা বিশেষণটো বিধেয় বিশেষণ হিচাপে বিশেষ্যৰ পাছত বহে। (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ২৬২)। যেনে—



নক্ষত্ৰ-বিশেষ অৰ্থাৎ বিশেষ নক্ষত্ৰ

সময় বিশেষে অৰ্থাৎ বিশেষ সময়ত

সচিব প্ৰধান অৰ্থাৎ প্ৰধান সচিব

বিশেষ্যৰ বিশেষণবোৰ বিশেষ পৰিৱেশ আৰু পৰিস্থিতিত কেতিয়াবা পুনৰুক্ত হৈও ব্যৱহাৰ হ'ব পাৰে। যেনে—ৰঙা ৰঙা ফুল, সৰু সৰু ল'ৰা আদি।

**৯.২.২. বিশেষণীয় বিশেষণ** ঃ বিশেষণীয় বিশেষণে বাক্যত আন বিশেষণৰ আগত বহি সেই বিশেষণৰ গুণ, দোষ, অৱস্থা আদি বুজায়। এনে বিশেষণে বিশেষ্য বা সৰ্বনামৰো দোষ-গুণ, অৱস্থা আদি বিশেষকৈ বুজাব পাৰে আৰু ক্ৰিয়া বিশেষণকো বিশেষকৈ বুজাব পাৰে। যেনে,

কিচ্‌কিচীয়া ক'লা চুলি।

সি বৰ বেঙা

ৰবীন বৰ বেগাই আহিল।

উল্লিখিত বাক্য তিনিটাৰ প্ৰথমটোত বিশেষ্য 'চুলি'ৰ বিশেষণ ক'লাটোৰ গুণ বুজাইছে কিচ্‌কিচীয়া বিশেষণে, দ্বিতীয় বাক্যত সি সৰ্বনামৰ বিশেষণ বেঙাৰ দোষৰ পৰিমাণ বুজাইছে বৰ বিশেষণে আৰু তৃতীয় বাক্যত বৰ বিশেষণে ক্ৰিয়া বিশেষণ বেগাই-ক বিশেষকৈ বুজাইছে। সেয়েহে কিচ্‌কিচীয়া আৰু বৰ বিশেষণীয় বিশেষণ। আন কিছুমান বিশেষণীয় বিশেষণ হ'ল ঃ ধক্‌ধক্‌কৈ বগা, নিচেই চেৰেলা, অতি মিছলীয়া, তুলতুলীয়া পকা, সাংঘাতিক দুষ্ট ল'ৰা আদি।

কিছুমান বিশেষণীয় বিশেষণ শব্দ বিশেষ্যৰ বিশেষণৰ দৰেও ব্যৱহাৰ হয়। যেনে—

সৰুৰ মুখত বৰ কথাই নুশুৱায়।

বেছি দাম হ'লেও কিতাপখন কিনিবই লাগিব।

কালিৰ পৰা মোৰ খুব জ্বৰ।

ইয়াত বৰ, বেছি আৰু খুব এই বিশেষণীয় বিশেষণকেইটা কথা, দাম আৰু জ্বৰ বিশেষ্যৰ আগত বিশেষ্যৰ বিশেষণৰ দৰে ব্যৱহাৰ হৈছে। মনকৰিবলগীয়া যে খুব, বৰ, বেছি, অতি আদি বিশেষণীয় বিশেষণৰ আগত আৰু অন্য কোনো বিশেষণ বহিব নোৱাৰে।[১]

১। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া গোলোক ব্যাকৰণ, প্ৰবোধ ভাগ, ১৯৭২, পৃ. ২৬৬-২৬৭

কেতিয়াবা একাধিক বিশেষণৰ একেলগে ব্যৱহাৰ হ'ব পাৰে।[২] যেনে,

**খুব বেছি** ভাল মানুহ হ'বলৈ গ'লেও বিপদ।

**অতি বেছি মিঠা** বস্তু খোৱা বেয়া।

ৰবীন **অত্যন্ত বেছি সাহসী** ল'ৰা।

মই **বৰ বেছি গৰম** চাহ নাখাওঁ।

ওপৰৰ প্ৰত্যেকটো বাক্যতে বিশেষ্যৰ বিশেষণ ৰূপে থকা ক্ৰমে **ভাল, মিঠা, সাহসী** আৰু **গৰম** শব্দৰ আগত দুটাকৈ ক্ৰমে **খুব বেছি, অতি বেছি, অত্যন্ত বেছি** আৰু **বৰ বেছি** বিশেষণীয় বিশেষণ বহি বিশেষ্যৰ বিশেষণটোৰ গুণৰ মাত্ৰাৰ পৰিমাণ যে বহুত বেছি তাকে বুজাইছে।

কেতিয়াবা ক্ৰিয়া বিশেষণৰ আগতো দুটাকৈ বিশেষণ বহি ক্ৰিয়া বিশেষণৰ মাত্ৰাৰ আধিক্য বুজায়, যেনে—

পৰীক্ষা পালেহি, **খুব বেছি** ভালকৈ পঢ়া।

**অতি বেছি** খৰকৈ কথা নক'বা।

বিশেষণীয় বিশেষণবোৰ সাধাৰণতে অভ্যাস হৈ ব্যৱহাৰ নহয়। কিন্তু বিশেষ্যৰ বিশেষণৰ দৰে ব্যৱহাৰ হ'লে, কোনো কোনো বিশেষণীয় বিশেষণৰ অভ্যাস বা পুনৰুক্তি হ'ব পাৰে। যেনে,

**বৰ বৰ** কথা ক'ব নালাগে।

**বেছি বেছি** আহাৰ খালে অপকাৰ হ'বই।

৯.২.৩. **সৰ্বনামৰ বিশেষণ** ঃ সৰ্বনামৰ বিশেষণে সৰ্বনামৰ দোষ, গুণ, অৱস্থা আদি বুজায়। এই বিশেষণ সাধাৰণতে সৰ্বনামৰ পাছত বহে। সেয়েহে সৰ্বনামৰ বিশেষণক বিধেয় বিশেষণ বোলে (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ২৬১)। যেনে—

তেওঁ **শান্ত**; তাই **দুষ্ট**; ই এটা **ধুৰন্ধৰ**।

আপুনি **দয়ালু** ইত্যাদি।

কেতিয়াবা বিশেষ পৰিৱেশত আবেগিক হৈ কোৱা কথাত সৰ্বনামৰ আগতো বিশেষণ শব্দ ব্যৱহাৰ হয়। যেনে,

**মূৰ্খ** আমি, নহ'লেনো আমাৰ এই দশা হয়নে!

২। উল্লিখিত প্ৰবোধ ভাগ, ১৯৭২, পৃ. ২৬৬-২৬৭



মহা **ধুৰন্ধৰ** তহঁত ইত্যাদি।

৯.২.৪.**ক্ৰিয়া-বিশেষণ** ঃ ক্ৰিয়াৰ গুণ বা লক্ষণ, সময় বা ঠাই বুজোৱা শব্দবোৰেই ক্ৰিয়া বিশেষণ। যেনে—

কামটো **খৰকৈ** কৰা।

**সোনকালে** আহিবা।

এতিয়া **তালৈ** নাযাওঁ।

ইয়াত **খৰকৈ** শব্দই **কৰা** ক্ৰিয়াৰ গুণ, **সোনকালে** শব্দই **আহিবা** ক্ৰিয়াৰ সময় আৰু **তালৈ** শব্দই **নাযাবা** ক্ৰিয়াৰ ঠাই বুজাইছে। সেয়েহে **খৰকৈ, সোনকালে** আৰু **তালৈ** ক্ৰিয়া বিশেষণ। (ক্ৰিয়া বিশেষণৰ বহল আলোচনা 'বিশেষণৰ তুলনা'ৰ পাছত চাওক)।

৯.৩. আকৃতি বা গাঠনিক দিশৰ পৰা বিশেষণবোৰক তলত দিয়াৰ দৰে ভগাই আলোচনা কৰিব পাৰি।

৯.৩.১. **মৌলিক বিশেষণ** ঃ ভাল, বেয়া, দুষ্ট, ক'লা, বগা, ৰঙা, ওখ, চাপৰ, শান্ত, সৰু, ডাঙৰ আদি বিশেষণক অৰ্থপূৰ্ণভাৱে খণ্ডিত কৰিব নোৱাৰি বাবেই এইবোৰ মৌলিক বিশেষণ।

৯.৩.২. **কৃদন্ত বিশেষণ** ঃ **পঢ়া** কিতাপ, **কৰা** কাম, **বোৱতী** নদী, **শুনা** কথা ইত্যাদি। ইয়াত **পঢ়া, কৰা, বোৱতী, শুনা** আদি কৃদন্ত শব্দ ক্ৰমে **কিতাপ, কাম, নদী** আৰু **কথাৰ** বিশেষণ হিচাপে ব্যৱহৃত হৈছে।

৯.৩.৩. **তদ্ধিতান্ত বিশেষণ** ঃ এই ধৰণৰ বিশেষণবোৰ গঠিত হৈছে বিশেষ্য শব্দত বিভিন্ন তদ্ধিত প্ৰত্যয় যোগ হৈ। যেনে—

গাঁও + অলীয়া = **গাঁৱলীয়া** ছোৱালী।

মাৰ + উৱা = **মৰুৱা** কাপোৰ।

বুদ্ধি + অক = **বুদ্ধিয়ক** ল'ৰা।

সোণ + আলী = **সোণালী** ধাননি।

৯.৩.৪. **বিভক্তিযুক্ত বিশেষণ** ঃ এই ধৰণৰ বিশেষণ কেইটামান হৈছে— **প্ৰাণৰ** বন্ধু, **সূতাৰ** কাপোৰ, **মাটিৰ** মূৰ্তি আদি। ইয়াত **প্ৰাণ, সূতা, মাটি** এই বিশেষ্যকেইটা ৬ষ্ঠী **-ৰ** বিভক্তিযুক্ত হৈ ক্ৰমে বন্ধু, কাপোৰ আৰু মূৰ্তি বিশেষ্যৰ আগত বিশেষণৰূপে ব্যৱহৃত হৈছে। এইদৰে বিভক্তিযুক্ত হৈ বিশেষ্য শব্দ

বিশেষণৰূপে ব্যৱহাৰ হোৱাটো অসমীয়া ভাষাৰ এক মন কৰিবলগীয়া বিশেষত্ব।

**৯.৩.৫. যৌগিক বিশেষণ** ঃ সাধাৰণতে বিশেষ্যৰ আগত বহি বিশেষ্যৰ দোষ, গুণ আদি নির্দেশ কৰা বিশেষ কিছুমান সমাস বা সংযুক্ত শব্দই যৌগিক বিশেষণ। কিছুমান যৌগিক বিশেষণৰ ব্যৱহাৰ এনে ধৰণৰ—

**বুকু ভঙা** দুখত সি ভাগি পৰিছে।
এনেকুৱা **ঘৰভঙা** কথা ক'ব নাপায়।
কেৱল **পুথিগত** বিদ্যাৰে জীৱনত উন্নতি লভিব নোৱাৰি।
**দিল-খোলা** হাঁহি এটা মাৰি অদ্রিশিখৰ গ'লগৈ।

অসমীয়াত আৰু এনে বহু নামশব্দ আছে, যিবোৰ বিশেষ্য আৰু বিশেষণ দুয়ো প্ৰকাৰে ব্যৱহাৰ হ'ব পাৰে। যেনে— পাপ, পুণ্য, শুভ, সাধু, মংগল ইত্যাদি। কেতিয়াবা বিশেষণৰ ৰূপ এটাও ক্রিয়া-বিশেষণৰূপে ব্যৱহাৰ হ'ব পাৰে। যেনে,

তেওঁ **ভাল** জানে।
আৰু **বেছি** নকওঁ।

**৯.৪. বিশেষণৰ লিংগ বিচাৰ** ঃ অসমীয়া ভাষাত বিশেষ্য অনুযায়ী বিশেষণৰ লিংগ পৰিবর্তন নহয়। কিন্তু অসমীয়া ভাষাৰ জননী সংস্কৃতত বিশেষ্যৰ যি লিংগ আৰু বচন, বিশেষণৰো সেই লিংগ আৰু বচন হয়। অর্থাৎ সংস্কৃতত বিশেষণৰ লিংগ ব্যাকৰণগত। যেনে, সুন্দৰঃ বালকঃ (পুংলিংগ), সুন্দৰী বালিকা (স্ত্রীলিংগ)

অসমীয়া ভাষাত লিংগৰ এনে পৰিবর্তন নহয়। যেনে,

**ভাল** ল'ৰা; **ভাল** ছোৱালী।
**ধুনীয়া** ল'ৰা; **ধুনীয়া** ছোৱালী ইত্যাদি।

কিন্তু সংস্কৃতৰ আৰ্হিত কিছুমান বিশেষ বিশেষ বিশেষণৰ বিশেষ্যৰ লিংগ অনুযায়ী পৰিবর্তন হয়। যেনে,

| পুংলিংগ | স্ত্রীলিংগ |
|---|---|
| **ৰূপহ** কোঁৱৰ | **ৰূপহী** কুঁৱৰী |
| **পগলা** ল'ৰা | **পাগলী** ছোৱালী |
| **অজলা** ল'ৰা | **আজলী** ছোৱালী |
| **বিদ্বান** পুৰুষ | **বিদুষী** মহিলা |
| **বিবাহিত** পুৰুষ | **বিবাহিতা** মহিলা আদি। |



অসমীয়াত বিশেষণৰ এনে লিংগ পৰিবর্তন সকলো ক্ষেত্ৰতে অপৰিহার্য নহয়। বিশেষকৈ বিধেয় বিশেষণত অর্থাৎ বিশেষ্যৰ পাছত বহা বিশেষণত লিংগ ভেদ ধৰা-বন্ধা নহয়। যেনে,

তিৰোতাজনী **পগলা** বা **পাগলী**।
ছোৱালীজনী **অজলা** বা **আজলী**।
মহিলাগৰাকী **বিবাহিত** বা **বিবাহিতা**।

এনেবোৰ প্ৰয়োগত বিশেষণৰ আগত বহা বিশেষ্যবোৰ সদায় স্ত্রীলিংগবাচক হয়। আনহাতে 'ৰূপহ' বিশেষণ সদায় পুংলিকবাচক আৰু ইয়াৰ স্ত্রীলিংগবাচক ৰূপ হ'ল 'ৰূপহী'। এই দুটা সাধাৰণতে পুংলিংগবাচক আৰু স্ত্রীলিংগবাচক বিশেষ্যৰ আগতহে যোগ হয়। কেতিয়াবা ভাষাৰ সৌষ্ঠৱ বঢ়াবৰ কাৰণে নাইবা পৰম্পৰা অনুসৰণ কৰা বাবে নির্জীৱ বস্তুটো সজীৱতা আৰোপ কৰি বিশেষ্যৰ আগত বহা বিশেষণ শব্দক স্ত্রীবাচক ৰূপত ব্যৱহাৰ কৰা হয়। যেনে,

পুঁৱতী নিশা, বোঁৱতী নদী
নিলাজী ধৰিত্রী আদি।

**৯.৫. সর্বনামজাত বিশেষণ** (Pronominal adjectives) ঃ কিছুমান সর্বনাম শব্দ আৰু সর্বনাম মূলৰ পৰা ওলোৱা বিশেষণবোৰেই সর্বনামজাত বিশেষণ। এই বিশেষণ দুবিধ ঃ গুণবাচক আৰু পৰিমাণবাচক বিশেষণ। সিবোৰৰ গঠন আৰু ব্যৱহাৰ এনে ধৰণৰ—

গুণবাচক সর্বনামজাত বিশেষণ

| সর্বনাম শব্দ | সর্বনাম মূল | গুণবাচক বিশেষণ |
|---|---|---|
| এই | এ- | **এনেকুৱা** কথা নক'বা। |
| | | **এনে** মাত নামাতিবা। |
| সি/তেওঁ | ত্- | **তেনে** বেয়া কাম নকৰিবা। |
| | | **তেনেকুৱা** মানুহক লাই নিদিবা। |
| যি | য্া | **যেনে** কথা, **তেনে** কাম। |
| | | **যেনেকুৱা** কামেই হওক, কৰিবলৈ চেষ্টা কৰিব লাগে। |

| | | |
|---|---|---|
| কি | ক- | কেনে কথা কোৱাহে। |
| | | **কেনেকুৱা** বেয়া মানুহহে তুমি। |

ওপৰৰ উদাহৰণৰ পৰা দেখা যায় যে গুণবাচক বিশেষণবোৰ সদায় বিশেষ্য আৰু বিশেষণৰ আগত বহে। এই বিশেষণৰ শেষত কেতিয়াবা **-কুৱা** উহ্য হৈ থাকে।

**পৰিমাণবাচক সৰ্বনামজাত বিশেষণ**

| **সৰ্বনাম শব্দ** | **সৰ্বনাম-মূল** | **পৰিমাণবাচক বিশেষণ** |
|---|---|---|
| এই | এ- | **এতিমান** ভাত দিবা। |
| ই | ই- | আজি **ইমান** গৰম। |
| সি/তেওঁ | স্-/ত্ | **সিমান** কষ্ট হোৱা নাই। |
| | | **তিমান** বস্তু নিদিবা। |
| যি | য্- | **যিমান** খোজ কাঢ়া স্বাস্থ্যৰ পক্ষে |
| | | **সিমান** ভাল |
| কি | ক্- | **কিমান** কিতাপ কিনিলা? |

ইয়াৰ পৰা দেখা যায় যে পৰিমাণবাচক বিশেষণত সদায় অনিৰ্দিষ্টতাবাচক **-মান** যোগ হয়। এই বিশেষণৰ ব্যৱহাৰ বিশেষ্য আৰু বিশেষণৰ আগতো হ'ব পাৰে, পাছতো হ'ব পাৰে।

উল্লিখিত সৰ্বনামজাত বিশেষণ কিছুমানে বিশেষকৈ এনে, তেনে, কেনে, যেনে, যেনেকুৱা, তেনেকুৱা, ইমান, সিমান আদি ৰূপবোৰে বিশেষণৰ আগত বহি বিশেষণীয় বিশেষণৰ কাম কৰে। যেনে—

**এনে** বেয়া কথা নকবা।
**এনেকুৱা** টান অংক কৰিব নোৱাৰোঁ।
**ইমান** গৰম বতাহ!
তুমি আজি **কিমান** ভাল কাম কৰিলা!

**৯.৬. বিশেষণৰ তুলনা** (comparision of adjectives) ঃ দুটা বা তাতকৈ অধিক বস্তু বা প্ৰাণীৰ মাজত তুলনা কৰি এটা আনটোতকৈ বা আন সকলোতকৈ উৎকৃষ্ট বা অপকৃষ্ট বুলি দেখুৱাবলৈ প্ৰত্যেক ভাষাতে কিছুমান নিয়ম আছে। সংস্কৃত আৰু ইংৰাজী ভাষাত সাধাৰণতে বিশেষণৰ পাছত কিছুমান প্ৰত্যয় যোগ



কৰি দুটাৰ বা বহুতৰ মাজত তুলনা বুজোৱা হয়। যেনে—সংস্কৃতত **প্ৰিয়** বিশেষণত **-তৰ** যোগ দিলে দুটাৰ মাজত আৰু **-তম্** যোগ দিলে বহুতৰ মাজত তুলনা বুজায় ঃ প্ৰিয়তৰ, প্ৰিয়তম। সেইদৰে ইংৰাজী **great** বিশেষণত **-er** যোগ দি দুটাৰ মাজত আৰু **-est** যোগ দি বহুতৰ মাজত তুলনা বুজোৱা হয়। যেনে— **greater, greatest.**

অসমীয়া ভাষাৰ সংস্কৃতীয়া ৰূপটোত অৰ্থাৎ তৎসম বিশেষণ শব্দবোৰত সাধাৰণতে সংস্কৃত নিয়মেৰে বিশেষণৰ তুলনা বুজোৱা হয়। সংস্কৃতত দুটাৰ মাজত তুলনা বুজাবলৈ **-তৰ** আৰু **-ঈয়স্** প্ৰত্যয় আৰু বহুতৰ মাজত তুলনা বুজাবলৈ **-তম** আৰু **-ঈষ্ঠ** প্ৰত্যয় বিশেষণৰ পাছত যোগ দিয়া হয়। অসমীয়াত **-ঈয়স্** প্ৰত্যয়ৰ পুংলিংগবাচক ৰূপত ব্যৱহাৰ কম; কিন্তু স্ত্ৰীলিংগবাচক **গৰীয়সী, মহীয়সী** আদি ৰূপৰ ব্যৱহাৰ দেখা যায়। বাকী তিনিটা সংস্কৃত প্ৰত্যয়ৰ যোগত অসমীয়াত দুটাৰ আৰু বহুতৰ মাজত তুলনা এনেদৰে দেখুৱাব পাৰি ঃ

| **প্ৰত্যয়** | **বিশেষণ** | **দুটাৰ মাজত তুলনা** | **বহুতৰ মাজত তুলনা** |
|---|---|---|---|
| -তৰ, -তম | লঘু | লঘুতৰ | লঘুতম, লঘিষ্ঠ |
| -ইষ্ঠ | গুৰু | গুৰুতৰ | গুৰুতম, গৰিষ্ঠ |
| | বৃহৎ | বৃহত্তৰ | বৃহত্তম |
| | ক্ষুদ্ৰ | ক্ষুদ্ৰতৰ | ক্ষুদ্ৰতম ইত্যাদি। |

অসমীয়াত এনে ব্যৱহাৰ বৰ কটকটীয়া নহয়। কেতিয়াবা 'বৰ ডাঙৰ বা বেছি' অৰ্থ প্ৰকাশ কৰিবলৈ দুটাৰ মাজত তুলনা বুজোৱা ৰূপৰ আগত **বৰ, অতি, বৰ** বা অতি বেছি বিশেষণ প্ৰয়োগ কৰা হয়। তেতিয়া ইহঁতৰ ব্যৱহাৰ বিশেষণীয় বিশেষণৰ দৰে হয়। যেনে—

**বৰ গুৰুতৰ** ঘটনা ঘটিছে।
**অতি ক্ষুদ্ৰতৰ** বা **অতি বেছি ক্ষুদ্ৰতৰ** প্ৰাণী।

আনহাতে শ্ৰেষ্ঠ শব্দ অসমীয়াত কেৱল উৎকৃষ্ট অৰ্থত সাধাৰণভাৱে ব্যৱহৃত হয়। যেনে—অন্যতম শ্ৰেষ্ঠ কবি; সংস্কৃতত এই শব্দই বহুতৰ মাজত 'উৎকৃষ্ট'— এই অৰ্থ প্ৰকাশ কৰে। কিন্তু অসমীয়াত এই অৰ্থ লোপ পোৱাত 'শ্ৰেষ্ঠ' শব্দটো সাধাৰণ শব্দ হিচাপে ধৰি তাৰ পাছত **-তৰ, -তম** প্ৰত্যয় যোগ দি **লঘুতৰ, গুৰুতৰ** শব্দৰ সাদৃশ্যত নতুন শব্দ গঠন কৰা হয়। যেনে—শ্ৰেষ্ঠতৰ, শ্ৰেষ্ঠতম, কনিষ্ঠতম

ব্যক্তি আদি।

অসমীয়া ভাষাৰ নিজস্ব বা স্বকীয় ৰূপটোত তুলনা বুজাবলৈ বিশেষণৰ পাছত কোনো প্ৰত্যয় যোগ নহয়। অসমীয়াত নিম্নলিখিত উপায়েৰে বিশেষণৰ তুলনা বুজোৱা হয়।

**দুটাৰ মাজত তুলনা ঃ**

১. দুটাৰ মাজত তুলনা বুজাবলৈ হ'লে যাৰ লগত তুলনা কৰা হয়, সেই প্ৰাণীবাচক বা অপ্ৰাণীবাচক শব্দটোৰ অধিকৰণ কাৰকৰ ৰূপৰ পাছত -কৈ প্ৰত্যয় যোগ দি তাৰ পাছত বিশেষণটো ব্যৱহাৰ কৰা হয়। তেতিয়া তুলনীয়া অৰ্থাৎ উপমেয় ৰূপটো বিশেষণৰ আগতো বহিব পাৰে বা প্ৰত্যয়ান্ত ৰূপটোৰ পাছতো বহিব পাৰে। যেনে,

যদুতকৈ মধু সৰু।
মধু যদুতকৈ সৰু।
ছোৱালীজনীতকৈ ল'ৰাটো চোকা।
ল'ৰাটো ছোৱালীজনীতকৈ ওখ।

২. কেতিয়াবা এটাতকৈ আনটোৰ বেছি থকা বুজাবলৈ ক- প্ৰত্যয়ান্ত ৰূপটোৰ আগত বা পাছত ব্যৱহৃত উপমেয় নামপদটো ৬ষ্ঠী-ৰ বা ৭মী-ত বিভক্ত্যন্ত হয়। যেনে—

বাঘতকৈ সিংহৰ বল বেছি।
কপিলিত কলঙতকৈ সোঁত বেছি।

৩. উৎকৰ্ষ বা অপকৰ্ষৰ অৰ্থাৎ ভাল বা বেয়াৰ আধিক্য বিশেষভাৱে বুজাব লগা হ'লে বা তুলনাত পাৰ্থক্য অধিক হ'লে বিধেয়কৰূপে শেষত বহা বিশেষণৰ আগত অৰ্থানুসাৰে বহুত, অধিক, অনেক, অত্যন্ত বেছি, অলপ, কম, ভালেখিনি ইত্যাদি বিশেষণ বিশেষণীয় বিশেষণৰ দৰে ব্যৱহাৰ কৰা হয়। যেনে—

ভেৰাতকৈ হাতী বহুত ডাঙৰ।
ভাইটি মোতকৈ ভালেখিনি সৰু।
যতীনতকৈ মিবান বেছি বুদ্ধিমান।
নীতাতকৈ নৃপাংগনা অনেক ভাল।
গাধ ঘোঁৰাতকৈ অলপ সৰু।



**বহুতৰ মাজত তুলনা ঃ**

১. বহুতৰ মাজত তুলনা কৰি এটাৰ উৎকৰ্ষ বা অপকৰ্ষ বুজাবলৈ হ'লে সকলো আৰু আটাই শব্দৰ অধিকৰণ কাৰকৰ ৰূপৰ পাছত -কৈ যোগ দি বিশেষণটো পাছত ব্যৱহাৰ কৰা হয়। তুলনীয় বা উপমেয়টো অধিকৰণ কাৰকৰ ৰূপটোৰ আগতো বহিব পাৰে বা পাছতো বহিব পাৰে। যেনে—

নিতু ঘৰখনৰ আটাইতকৈ সৰু।
আটাইবোৰতকৈ ৰমেনহে চতুৰ।
ঘৰখনৰ ভিতৰত দেউতা সকলোতকৈ ডাঙৰ।
সকলোতকৈ তেওঁেই বুদ্ধিমান।

২. কেতিয়াবা কেইবাটাও বিশেষ্য ক্ৰমান্বয়ে একেলগে ব্যৱহাৰ কৰি শেষৰটোৰ সম্বন্ধ পদৰ ৰূপৰ পাছত ভিতৰত শব্দ ব্যৱহাৰ কৰি তাৰ পাছত তুলনীয় উপমেয় পদটো জোৰ বুজোৱা -ই প্ৰত্যয়ান্ত কৰি ব্যৱহাৰ কৰা হয়। এনে বাক্যত বিশেষণটো একেবাৰে শেষত বহে। যেনে—

গংগা, যমুনা, ব্ৰহ্মপুত্ৰৰ ভিতৰত গংগাই পবিত্ৰ।

প্ৰাধান্য বেছি দেখুৱাবলৈ হ'লে বিশেষণটোৰ আগত বেছি, অনেক আদি বহুত্ববাচক বিশেষণ যোগ কৰা হয়। যেনে—

যদু, মধু, হৰেণ, বীৰেণৰ ভিতৰত হৰেণ বেছি বলী।

কেতিয়াবা এনে বাক্যত মাজত শব্দৰ যোগতো বহুতৰ মাজত তুলনা বুজোৱা হয়। যেনে—

সিহঁত আটাইকেইজনীৰ মাজত ৰুমীয়েই বেছি ধুনীয়া।

৩. দুটা বিশেষণ পদ একেলগে ব্যৱহাৰ হ'লে প্ৰথমটো ৬ষ্ঠী -ৰ আৰু -ও প্ৰত্যয়ান্ত কৰি বহুতৰ মাজত উৎকৰ্ষ বা অপকৰ্ষ বুজাব পাৰি। যেনে—

ৰূপা, এয়া বগৰী লোৱা, ভালৰো ভাল চাই (অৰ্থাৎ অতি ভাল) আনিছোঁ তোমালৈ।
অংকৰ ছাৰ মোৰ কাৰণে যেন যমৰো যম কাল (অৰ্থাৎ অতি ভয়ংকৰ)।
প্ৰভু, মই তোমাৰ দাসৰো দাস (অৰ্থাৎ অতি সৰু)।

কেতিয়াবা প্ৰথম বিশেষণ পদটোত ৭মী -ত বিভক্তি আৰু -কৈও প্ৰত্যয় যোগ দি বহুতৰ মাজত উৎকৰ্ষ বা অপকৰ্ষ বুজোৱা হয়। যেনে—

**সৰুতকৈও** সৰু হৈ কামটো কৰিবা।

সাদৃশ্য বা সমান ভাব বুজাবলৈও বিশেষণৰ তুলনা কৰা হয়। তেতিয়া যাৰ লগত তুলনা কৰা হয়, সেই উপমানৰ সম্বন্ধ পদৰ পাছত **দৰে** আৰু **নিচিনা** অনুপদ ব্যৱহাৰ কৰি বিশেষণ আৰু তুলনীয় উপমেয়টো পাছত যোগ দিয়া হয়। যেনে—

তোমাৰ **দৰে** ভাল মানুহ বিৰল।

ৰাৱণৰ **নিচিনা** বীৰ পুৰুষো ৰামৰ হাতত নিধন হ'ল।

ৰামায়ণৰ **দৰে** মহৎ গ্ৰন্থ দ্বিতীয়খন নাই।

**হেন** অনুপদ যোগ কৰিও সাদৃশ্য বা সমান ভাব বুজাবলৈ বিশেষণৰ তুলনা কৰা হয়। যেনে—

মহেশ, লক্ষ্মী **হেন** গুণী বোৱাৰী পাইছা তুমি।

ভীম **হেন** বীৰ পুৰুষ হৈও বীৰেণে গভাইত চোৰটো ধৰি ৰাখিব নোৱাৰিলে।

**৯.৭. ক্ৰিয়া-বিশেষণ ঃ** ক্ৰিয়া-বিশেষণে ক্ৰিয়াৰ গুণ বা অৱস্থা, কাৰ্য কৰাৰ ধৰণ, সময় বা ঠাই বুজায়। অৱস্থানগত দিশৰ পৰা ক্ৰিয়া-বিশেষণ সদায় ক্ৰিয়া পদৰ ঠিক আগতে বহে। কিন্তু কেতিয়াবা ক্ৰিয়া-বিশেষণ আৰু ক্ৰিয়াৰ মাজত ক্ৰিয়াৰ কৰ্ম বহে। যেনে—

**খৰকৈ** নাখাবা।

ভালকৈ কথা ক'বা।

অফিচৰ পৰা **সোনকালে** আহিলোঁ।

ইমান দিন **ক'ত** আছিলা?

উল্লিখিত বাক্যকেইটাৰ প্ৰথম আৰু দ্বিতীয়টোত **খৰকৈ** আৰু ভালকৈ ক্ৰিয়া-বিশেষণে ক্ৰমে **নাখাবা** আৰু **ক'বা** ক্ৰিয়াৰ কাৰ্যৰ ধৰণ বুজাইছে; তৃতীয় বাক্যৰ সোনকালে ক্ৰিয়া-বিশেষণে আহিলোঁ ক্ৰিয়াৰ সময় আৰু চতুৰ্থ বাক্যৰ **ক'ত** ক্ৰিয়া-বিশেষণে আছিলা ক্ৰিয়াৰ কাৰ্য সংঘটিত হোৱাৰ ঠাই বুজাইছে। গতিকে সদৰ্থক বা নঞৰ্থক ক্ৰিয়াৰ কাৰ্য কৰাৰ, হোৱাৰ বা ঘটাৰ ধৰণ, সময় আৰু ঠাই



বুজোৱা বিশেষণবোৰেই সাধাৰণতে ক্ৰিয়া-বিশেষণ। কিছুমান ক্ৰিয়া-বিশেষণে ক্ৰিয়াৰ কাৰ্যৰ গুণ বা অৱস্থা বুজায়। যেনে—

আমি **ভালে** আছোঁ।

আশা কৰোঁ, তোমালোকো **কুশলে** আছা।

ইয়াত ক্ৰমে **ভালে** আৰু **কুশলে** ক্ৰিয়া-বিশেষণে **আছোঁ** আৰু **আছা** ক্ৰিয়াৰ অৱস্থা বুজাইছে। কেতিয়াবা সাধাৰণ মৌলিক বিশেষণ এটা ক্ৰিয়াৰ আগত বহি ক্ৰিয়াৰ সৈতে সম্বন্ধিত হয় আৰু তেতিয়া সি ক্ৰিয়া-বিশেষণৰ দৰে কাম কৰে। যেনে—

তুমি লঘোণে **ভাল** আছা।

মানুহজন বাঘৰ মুখৰ পৰা **ভাল** বাছিল।

অসমীয়াত ব্যৱহৃত কিছুমান সাধাৰণ ক্ৰিয়া-বিশেষণ হৈছে— সদায়, আকৌ, ততালিকে, তুৰন্তে, কিয়, কেলেই, নিচেই, দুনাই, নিতৌ, কাচিৎ, একেবাৰে, অকলশৰে, তৎক্ষণাৎ, হঠাৎ, প্ৰায়ে, কদাচিত, পুনৰ, পুনৰায়, আজি, কালি, অথনি, এইফালে, সেইফালে, বেগাই, সোনকালে ইত্যাদি।

**৯.৮. ক্ৰিয়া বিশেষণৰ গঠন ঃ** অসমীয়া ভাষাত বিভিন্ন উপায়েৰে ক্ৰিয়া-বিশেষণ গঠন কৰিব পাৰি। সাধাৰণতে বিশেষ্য, সংখ্যাবাচক শব্দ, ধ্বন্যাত্মক শব্দমূল, বিশেষণ, ক্ৰিয়া-বিশেষণ, সৰ্বনাম আৰু সৰ্বনাম শব্দমূলত বিভিন্ন প্ৰত্যয় বা অনুপদ (post-position) যোগ কৰি ক্ৰিয়া-বিশেষণ গঠন কৰিব পাৰি।

**বিবিধ প্ৰত্যয়-অনুপদৰ যোগত ক্ৰিয়া বিশেষণ গঠন ঃ**

**-আই ঃ** সাধাৰণতে বিশেষ্য, দুই-এটা বিশেষণ আৰু ধ্বন্যাত্মক শব্দৰ পাছত -আই প্ৰত্যয় যোগ কৰি ক্ৰিয়া-বিশেষণ গঠন কৰিব পাৰি। যেনে—

ৰমেশ, এইফালে অলপ **বেগাই** আহাচোন।

কথাটো **ফুচফুচাই** কোৱাচোন।

তগৰজোপা **জকমকাই** ফুলিছে।

কি হৈছে, তুমি দেখোন **ঘনাই** বাহিৰলৈ গৈ আছা ইত্যাদি।

**-ই ঃ** সাধাৰণতে বিশেষণ আৰু দ্বিত্ব অভ্যাস হোৱা প্ৰতিটো সংখ্যাবাচক শব্দৰ পাছত **-ই** প্ৰত্যয় যোগ হৈ ক্ৰিয়া-বিশেষণ গঠিত হয়। যেনে—

আজি ভাতকেইটা **শুদাই** খাব লগা হ'ল।
আম **কেঁচাই** খাবলৈ বৰ সোৱাদ।
ভূমিকম্পত **শই শই** মানুহ মৰিল।

**-এ, এৰে ঃ** সাধাৰণ বিশেষ্য, বিশেষণ, সংখ্যাবাচক শব্দ আৰু দুই-এটা ক্রিয়া-বিশেষণৰ পাছত -এ আৰু কেতিয়াবা **-এৰে** প্রত্যয় যোগ দি ক্রিয়া-বিশেষণ গঠন কৰা হয়। যেনে—

বস্তুৰ দাম **দিনে দিনে** উৰ্ধগামী হৈছে।
মা, **ভালেৰে** দিল্লী পালোঁহি।
এইবাৰ ঘূৰ্ণি বতাহত মানুহ **হাজাৰে হাজাৰে** গৃহহাৰা হৈছে।

এই ধৰণৰ অন্যান্য ক্রিয়া-বিশেষণ কিছুমান হৈছে—মনে মনে, ভালে ভালে, দিনে-ৰাতিয়ে, টানে-আপদে, বাহিৰে-ভিতৰে, লাখে লাখে, সোনকালে, লাহে লাহে, তৎকালে আদি।

**-কৰে ঃ** সাধাৰণতে ধ্বন্যাত্মক শব্দৰ পাছত **-কৰে** প্রত্যয় যোগ হৈ ক্রিয়া-বিশেষণ গঠিত হয়। যেনে—

বেলটো ওপৰৰ পৰা **ধুপুচ্ কৰে** সৰি পৰিল।
সৰু ল'ৰাটোৱে **হকহককৰে** বমি কৰিছে।
**ফচ্‌কৰে** যিকোনো কথা কৈ দিব নালাগে।

এনে ধৰণৰ আনকেইটামান ক্রিয়া-বিশেষণ হৈছে— থপৰ্ কৰে, টুকটুক্ কৰে, ভোঁ ভোঁ কৰে আদি।

**-কৈ ঃ** বিশেষ্য, বিশেষণ, সৰ্বনাম, সংখ্যাবাচক শব্দ, ধ্বন্যাত্মক শব্দ আৰু দ্বিত্ব হোৱা ক্রিয়াপদৰ পাছত এই প্রত্যয় যোগ কৰি ক্রিয়া-বিশেষণ গঠন কৰা হয়। যেনে—

কামটো কৰাৰ আগতে **ভালকৈ** চিন্তা কৰি ল'বা।
আপোনাৰ ওচৰলৈ বৰ **লৰালৰিকৈ** আহিব লগা হ'ল।
তোমাৰ বিয়াৰ কথা **ঘুনুক ঘানাককৈ** শুনিছোঁ।

এই ধৰণৰ অন্যান্য ক্রিয়া বিশেষণ কিছুমান হৈছে—কাউ-বাউকৈ, আমন-জিমনকৈ, এনেকৈ, তেনেকৈ, কিমানকৈ, যিমানকৈ, খাটাংকৈ, এখোজ-দুখোজকৈ, থুনুক-থানাককৈ, থৰক-বৰককৈ, টিমিক-টামাককৈ, হৰাও-ৰাওকৈ, পথালিকৈ,



ধিতিঙালিকৈ, মৰোঁ জীওঁ সোঁ আধিকৈ, কওঁ কওঁকৈ, যাওঁ যাওঁকৈ ইত্যাদি।

কেতিয়াবা দুই-এটা ক্রিয়া-বিশেষণৰ পাছত **-কৈ** যোগ দিও নতুন ক্রিয়া বিশেষণ গঠন কৰিব পাৰি। যেনে—

পাৰিলে **অথনিকৈ** আমাৰ ঘৰলৈ আহিবা।
'বাট পিছল চাবি সখি
খোজ **লাহেকৈ** দিবি।'

**-ত ঃ** বিশেষ্য আৰু বিশেষণৰ পাছত যোগ কৰি ক্রিয়া-বিশেষণ গঠন কৰা হয়। যেনে—

মই **আগত** আহি আছোঁ, পাছত তোমালোক আহি থাকা।
**বাহিৰত** নবহা যদি **ভিতৰতে** বহা।

ইয়াৰ বাহিৰেও বিশেষ বিশেষ নামশব্দৰ পাছত ক্রমে, নিৰ্বিশেষে, স্বৰূপে, দৰে, ভাৱে, ৰূপে আদি অনুপদ যোগ কৰিও ক্রিয়া বিশেষণ গঠন কৰা হয়। যেনে—

স্কুলৰ বঁটা বিতৰণী সভাখন আজি **সুচাৰুৰূপে** সম্পন্ন হ'ল।
পৰীক্ষালৈ বেছি দিন নাই, **ভালদৰে** পঢ়িবা।

একে ধৰণৰ আন কিছুমান ক্রিয়া-বিশেষণ হ'ল— আহ্বানক্রমে, জাতি-ধৰ্ম-নিৰ্বিশেষে, উত্তৰ-স্বৰূপে, এইদৰে, সেইদৰে, যিদৰে, কিদৰে, জীৱন্তৰূপে, সুন্দৰৰূপে ইত্যাদি।

কেতিয়াবা ক্রিয়াৰ পাছত **-মানে** যোগ কৰি পৰ্যন্ত অৰ্থ প্রকাশক ক্রিয়া-বিশেষণ গঠন কৰা হয়। যেনে—

ধান **পকে মানে** টুনীৰ মৰণ।

৯.৯.সৰ্বনামজাত বিশেষণৰ দৰে অসমীয়াত ভালেমান ক্রিয়া-বিশেষণ সৰ্বনাম শব্দমূলৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠিছে। ইয়াত, ক'ত, তাত, যেনেকৈ আদি ক্রিয়া-বিশেষণ ক্রমে সৰ্বনাম মূল **ই-, ক্-, ত্-, য্-, -ৰ** ওপৰত ভিত্তি কৰি গঢ় লৈ উঠিছে। সেয়েহে এইবোৰ **সৰ্বনামজাত ক্রিয়া-বিশেষণ**। অৰ্থৰ ওপৰত ভিত্তি কৰি সৰ্বনামজাত ক্রিয়া-বিশেষণক তিনিটা ভাগত ভগাব পাৰি—

(ক) কালবাচক ক্রিয়া-বিশেষণ
(খ) স্থানবাচক ক্রিয়া-বিশেষণ

(গ) লক্ষণবাচক ক্ৰিয়া-বিশেষণ

কালবাচক ক্ৰিয়া-বিশেষণে ক্ৰিয়াই কাৰ্য কৰাৰ সময়টো বিশেষ কৰি দেখুৱায়। কিছুমান ব্যাকৰণত এই কালবাচক আৰু স্থানবাচক ক্ৰিয়া-বিশেষণক ক্ৰমে কালবাচক সৰ্বনাম আৰু স্থানবাচক সৰ্বনামৰ ভিতৰত ধৰা হৈছে। দৰাচলতে এই দুই ধৰণৰ ক্ৰিয়া-বিশেষণবোৰ এক প্ৰকাৰ বিশেষ্য আৰু সৰ্বনাম শব্দ। কিন্তু বাক্যত ইয়াৰ ব্যৱহাৰ ক্ৰিয়া-বিশেষণৰ দৰে। কালবাচক বিশেষ্য বা সৰ্বনামৰ সম্পৰ্ক ক্ৰিয়াৰ লগত আৰু ই ক্ৰিয়াই কাৰ্য কৰাৰ সময়ৰ ধাৰণা দিয়ে। যেনে—

এতিয়া নহয়, দুপৰীয়া বা আবেলি যাম তোমাৰ ঘৰলৈ।

ইয়াত 'এতিয়া' কালবাচক সৰ্বনাম, কিন্তু ইয়াৰ সম্পৰ্ক ক্ৰিয়াৰ লগত অৰ্থাৎ ই ক্ৰিয়াৰ সময় নিৰ্দেশ কৰিছে। আনহাতে **দুপৰীয়া, আবেলি** সময়বাচক বিশেষ্য, কিন্তু ইয়াত দুয়োটাৰে ব্যৱহাৰ ক্ৰিয়া-বিশেষণৰ দৰে। কাৰণ দুয়োটাই যাম ক্ৰিয়াৰ সময় নিৰ্দেশ কৰিছে। কালবাচক অন্যান্য ক্ৰিয়া-বিশেষণ কিছুমান হৈছে—

তেতিয়া, কেতিয়া, যেতিয়া, কেতিয়াবা, কালি, পৰহি, পৰহিলৈ, আজি, আজিলৈ, প্ৰথমতে, সোনকালে, সদায়, বছৰি, ৰাতিপুৱা, গধূলি, অলপতে, সদ্যহতে, মাহে মাহে, দিনে দিনে ইত্যাদি।

**স্থানবাচক ক্ৰিয়া-বিশেষণ ঃ** স্থানবাচক ক্ৰিয়া-বিশেষণে ক্ৰিয়াই কাৰ্য কৰাৰ ঠাইখন নিৰ্দেশ কৰে। এইবোৰৰো অধিকাংশই সৰ্বনাম আৰু বিশেষ্য। কিন্তু এইবোৰৰ ব্যৱহাৰ ক্ৰিয়া-বিশেষণৰ দৰে। যেনে—

ইয়াত আছা কিয়, সৌ তাত (সভাগৃহত) বহাগৈ।

এই বাক্যত আছা ক্ৰিয়াৰ স্থান ইয়াত সৰ্বনামে আৰু বহাগৈ ক্ৰিয়াৰ স্থান তাত সৰ্বনামে নিৰ্দেশ কৰিছে। অন্যান্য স্থানবাচক ক্ৰিয়া-বিশেষণ কিছুমান হৈছে—

ক'ত, য'ত, ত'ত, অ'ত, য'তে ত'তে, অ'লৈ ত'লৈ, য'লৈকে, ত'লৈকে, বাহিৰে ভিতৰে, ওচৰে-পাজৰে, তলত, ওপৰত, এইফালে, সেইপিনে, কোনফালে, কোনপিনে, এইপিনে ইত্যাদি।

**লক্ষণবাচক ক্ৰিয়া-বিশেষণ ঃ** এই ক্ৰিয়াই কাৰ্য কৰাৰ ধৰণ বা লক্ষণ বুজায়। লক্ষণবাচক ক্ৰিয়া-বিশেষণৰ মূল ঘাইকৈ সৰ্বনাম, বিশেষ্য আৰু বিশেষণ, কিন্তু ইবোৰৰ ব্যৱহাৰ ক্ৰিয়া-বিশেষণৰ দৰে। বাক্যত এইবোৰ ক্ৰিয়া-বিশেষণৰো সম্পৰ্ক ক্ৰিয়াৰ লগতহে। যেনে—



শুনা, এনেকৈ কথা নক'বা; অলপ ভালকৈ ক'বা।

এই বাক্যত এনেকৈ আৰু ভালকৈ শব্দই কথা কোৱাৰ লক্ষণ বা ধৰণৰ কথা বুজাইছে। সেয়েহে এই দুয়োটা লক্ষণবাচক ক্ৰিয়া-বিশেষণ। আন আন লক্ষণবাচক ক্ৰিয়া-বিশেষণ হৈছে—

তেনেকৈ, কেনেকৈ, যেনেকৈ, এনেকুৱাকৈ, তেনেকুৱাকৈ, কেনেকুৱাকৈ, যেনেকুৱাকৈ, লাহেকৈ, খাটাংকৈ, ভালকৈ, বেয়াকৈ, দেখদেখকৈ, ওচৰা-ওচৰিকৈ, ভালে ভালে, ভালে-কুশলে, অকলে, লাহে লাহে, লাহে ধীৰে, বেগাই, তপৰাই, মনে মনে, কমকৈ, বেছিকৈ, অলপকৈ ইত্যাদি।

কেতিয়াবা সংযোজক অব্যয় আৰু ব্যৱহাৰ কৰিও ক্ৰিয়া-বিশেষণৰ অৰ্থ প্ৰকাশ কৰা হয়। যেনে— আৰু নালাগে। **কিয়, মুঠেই** আদি শব্দইও ক্ৰিয়া-বিশেষণ বুজায়।

**৯.১০. ক্ৰিয়া-বিশেষণৰ তুলনা ঃ** বিশেষণৰ তুলনাৰ দৰে ক্ৰিয়া-বিশেষণৰো দুজনৰ বা বহুতৰ মাজত তুলনা হ'ব পাৰে। ইয়াতো যাৰ লগত তুলনা কৰা হয়, সেই উপমান শব্দটোৰ অধিকৰণ কাৰকৰ ৰূপৰ লগত -কৈ যোগ দি তাৰ পাছত ক্ৰিয়া-বিশেষণটো ব্যৱহাৰ কৰা হয়। যেনে—

ইমান টান অংকটো বীৰেণে জয়ন্তত‌কৈ সোনকালে কৰি দিলে।

দৃষ্টিতকৈ নৃপাংগনাই বেছি ভালকৈ নাচিব জানে।

ইয়াত দুজনৰ মাজত অৰ্থাৎ প্ৰথম বাক্যত **বীৰেণ** আৰু **জয়ন্তৰ** মাজত আৰু দ্বিতীয় বাক্যত দৃষ্টি আৰু নৃপাংগনাৰ মাজত তুলনা দাঙি ধৰা হৈছে। বহুতৰ মাজত তুলনা বুজাবলৈও বিশেষণৰ দৰে **আটাইতকৈ, সবাতোকৈ, সকলোতকৈ** আদি শব্দ ক্ৰিয়া-বিশেষণৰ আগত ব্যৱহাৰ কৰি ক্ৰিয়াৰ কাৰ্যৰ সময়, ধৰণ আদিৰ মাত্ৰাধিক্য প্ৰকাশ কৰা হয়। যেনে—

মিবানে **আটাইতকৈ** বেগাই খোজ কাঢ়িব পাৰে।

ৰাতিপুৱা দেউতা **সকলোতকৈ** সোনকালে উঠে।

●●●

## ।। ১০।।
# সৰ্বনাম

**১০.১.** বাক্যত পূৰ্বে ব্যৱহৃত অথবা অজ্ঞাত কোনো বিশেষ্যৰ সলনি ব্যৱহাৰ হোৱা শব্দবোৰেই সৰ্বনাম। সৰ্বনামবোৰ সাধাৰণ নামশব্দৰেই (nominals) এটি ভাগ। সৰ্ব অৰ্থাৎ সকলো নাম বা বিশেষ্যৰ সলনি ব্যৱহৃত হয় কাৰণেই এই নামশব্দবোৰক সৰ্বনাম বোলা হয়। যেনে—

দিবাকৰৰ ঘৰলৈ গৈছিলোঁ। **তাক** লগ নাপালোঁ। **তাৰ** দেউতাকে ক'লে যে **সি** নগাঁৱলৈ গৈছে।

এই বাক্যকেইটাত বিশেষ্য **দিবাকৰৰ** সলনি **তাক**, **তাৰ** আৰু **সি** সৰ্বনাম ব্যৱহাৰ হোৱাত বিশেষ্য পদটোৰ সঘন পুনৰুক্তি ৰহিত হৈ বাক্যকেইটা শুনিবলৈ শুৱলা হৈছে।

ৰূপগত দিশত অৰ্থাৎ বচনবাচক প্ৰত্যয়, লিংগবাচক প্ৰত্যয়, কাৰক বিভক্তি আৰু পৰসৰ্গ যোগৰ ক্ষেত্ৰত সৰ্বনাম আৰু বিশেষ্যৰ মাজত ভালেমান সাদৃশ্য আছে। বিশেষ্যৰ দৰে সৰ্বনামতো উল্লিখিত প্ৰত্যয়-বিভক্তিবোৰ একেদৰে লগ লাগে। যেনে—

বচন ঃ সিহঁত, যিবোৰ, কোনবিলাক, কোনমখা আদি।

লিংগ ঃ ইটো, সিজন, যিজনী, কোনজনী আদি।

নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ ইখন, সিখন, সৌডাল, যিপাট আদি।

বিভক্তি আৰু পৰসৰ্গ যোগ ঃ তোক, তাৰ, তোমালৈ, কাৰ দ্বাৰা, তাৰ হতুৱাই, মোৰ পৰা আদি।

বিশেষ্যৰ দৰে সৰ্বনামৰ পাছতো জোৰ বুজোৱা প্ৰত্যয় লগ লাগে। যেনে—**সিও** যাব, **সিহে** কৰিলে, **সিতো** আহিবই আদি। কিন্তু ব্যৱহাৰিক আৰু প্ৰায়োগিক দিশত সৰ্বনামবোৰৰ কেতবোৰ নিজা বৈশিষ্ট্য আছে, যিবোৰে সৰ্বনামক বিশেষ্যৰ পৰা পৃথক কৰিছে। সৰ্বনামৰ নিজা বিশেষত্ব কিছুমান হৈছে এনেধৰণৰ—

(ক) সৰ্বনামবোৰ তিনিটা পুৰুষত পোৱা যায়—



প্ৰথম পুৰুষ ঃ মই, আমি।

দ্বিতীয় পুৰুষ ঃ তই, তুমি, আপুনি।

তৃতীয় পুৰুষ ঃ সি, তাই-কে ধৰি আন সকলো সৰ্বনাম তৃতীয় পুৰুষৰ।

(খ) দ্বিতীয় আৰু তৃতীয় পুৰুষৰ সৰ্বনামৰ তুচ্ছাৰ্থক, মান্যাৰ্থক আৰু অধিক মান্যাৰ্থক ৰূপ আছে।

(গ) কিছুমান সৰ্বনামৰ একবচন আৰু বহুবচনৰ কাৰণে সুকীয়া ৰূপ আছে। যেনে, **মই** একবচনৰ আৰু **আমি** বহুবচনৰ। আন কিছুমান সৰ্বনামৰ কেৱল একবচনৰ ৰূপহে পোৱা যায়। যেনে—নিজ, স্বয়ং, একো, কেও, কোনো আদি।

(ঘ) প্ৰায়বোৰ সৰ্বনামৰে দুটা ৰূপ ঃ প্ৰত্যক্ষ (direct) আৰু তীৰ্যক (oblique)। প্ৰত্যক্ষ ৰূপবোৰ কেৱল কৰ্তা কাৰকৰ ৰূপ। ইয়াত কোনো বিভক্তি যোগ নহয়। আন কাৰকত ৰূপ কৰিলে সৰ্বনামবোৰে একবচনত আৰু কেতিয়াবা বহুবচনত একোটা তীৰ্যক ৰূপ লয় আৰু তাৰ পাছতহে কাৰকৰ বিভক্তি লগ লাগে। যেনে—

| কৰ্তা | কৰ্ম |
|---|---|
| মই | মো-ক |
| তই | তো-ক |
| তুমি | তোমা-ক |
| সি | তা-ক আদি। |

(ঙ) ব্যক্তিবাচক সৰ্বনামবোৰত পোনপটীয়াকৈ নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ নহয়। সেই সৰ্বনামৰ সম্বন্ধ পদৰ ৰূপৰ পাছতহে বুজাব খোজা বিশেষ্য শব্দবোৰৰ আকৃতি-প্ৰকৃতি অনুযায়ী ভিন ভিন নিৰ্দিষ্টতাবাচক প্ৰত্যয় লগ লাগে। যেনে—**মোৰখন** কিতাপ, **তাৰডাল** পেন্সিল আদি।

(চ) সৰ্বনামবোৰ সীমিত সংখ্যাৰ।

ড° বাণীকান্ত কাকতি প্ৰমুখ্যে ভাষাবিদসকলে পৰম্পৰাগত ব্যাকৰণৰ আৰ্হিত বস্তুবাচক সৰ্বনাম যিহ, কিহ আদিক ক্লীৱলিংগৰ ৰূপ বুলি কৈছে। কিন্তু অসমীয়াত যিহেতু প্ৰাণীবাচক শব্দৰ মাজতহে লিংগভেদ হয়, তদুপৰি ক্লীৱলিংগৰ যিহেতু কোনো সুকীয়া বৈশিষ্ট্য নাই, সেয়েহে বিশেষ্যৰ দৰে সৰ্বনামৰো ক্লীৱলিংগ নাই; পুংলিংগ, স্ত্ৰীলিংগ আৰু উভয়লিংগ বা লিংগ নিৰপেক্ষ ৰূপহে আছে।

**১০.২. সৰ্বনামৰ শ্ৰেণীবিভাগ ঃ অৰ্থৰ ওপৰত ভিত্তি কৰি সৰ্বনামক সাতোটা ভাগত ভগাব পাৰি ঃ**

১। **ব্যক্তিবাচক সৰ্বনাম** (personal pronouns)
২। **নিৰ্দেশবোধক সৰ্বনাম** (demonstrative pronouns)
৩। **সাকল্যবাচক সৰ্বনাম** (inclusive pronouns)
৪। **সংগতিসূচক বা সম্বন্ধবাচক সৰ্বনাম** (relative pronouns)
৫। **অনিশ্চয় বা অনিৰ্দিষ্টতাবাচক সৰ্বনাম** (indefinite pronouns)
৬। **প্ৰশ্নবাচক সৰ্বনাম** (interrogative pronouns)
৭। **আত্মবাচক সৰ্বনাম** (reflexive pronouns)

কোনো কোনো ভাষাবিদে ব্যক্তিবাচক আৰু সাকল্যবাচক সৰ্বনামকেইটাৰ বাহিৰে বাকী সকলো সৰ্বনামক তদৰ্থক সৰ্বনামৰ ভিতৰত ধৰিছে (অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ২৫২)। দৰাচলতে সৰ্বনাম মূলৰ ভিত্তিত গঢ় লোৱা সৰ্বনামজাত বিশেষণ আৰু ক্ৰিয়া-বিশেষণবোৰকহে (pronominal adjectives and adverbs) তদৰ্থক শিতানত ধৰা উচিত। কাৰণ, সৰ্বনামমূলৰ (য্ ত্ ক্ আদি) ভিত্তিত গঢ় লৈ উঠা এই ৰূপবোৰে সৰ্বনামৰ অৰ্থটোকে বলাই নি বাক্যত বিশেষণ আৰু ক্ৰিয়া-বিশেষণৰ অৰ্থ প্ৰকাশ কৰে। গতিকে **এনেকুৱা, তেনেকুৱা, ইমান, যিমান, অ'ত-ত'ত, এনেকৈ, তেনেকৈ** আদি ৰূপ কোনোবা নামশব্দৰ সলনি ব্যৱহাৰ হৈছে যদিও এইবোৰে বাক্যত বিশেষণ আৰু ক্ৰিয়া-বিশেষণৰহে কাম কৰে। বিশেষণৰূপে কাম কৰিলে ইয়াৰ ব্যৱহাৰ বিশেষ্য বা বিশেষণৰ আগত হয়, যেনে—**এনেকুৱা** কাম নকৰিবা, **ইমান** টান কথা নক'বা আদি) আৰু ক্ৰিয়া-বিশেষণ ৰূপে কাম কৰিলে ইয়াৰ ব্যৱহাৰ ক্ৰিয়াৰ আগত হয়। (যেনে— **এনেকৈ,** নক'বা, **ক'ত** আছা?)।

**১০.২.১. ব্যক্তিবাচক সৰ্বনামৰ ব্যৱহাৰ ঃ** ব্যক্তিবাচক সৰ্বনামৰ তিনিটা পুৰুষ ঃ প্ৰথম, দ্বিতীয় আৰু তৃতীয়। যি কয়, সি প্ৰথম পুৰুষ, যাক কোৱা হয় সি দ্বিতীয় আৰু যাৰ কথা বা যাৰ বিষয়ে কোৱা হয় সি তৃতীয় পুৰুষ। এই তিনিটা পুৰুষ অনুযায়ী আৰু একবচন, বহুবচন, প্ৰত্যক্ষ ৰূপ-তীৰ্যক ৰূপ অনুযায়ী অসমীয়া ভাষাত ব্যৱহৃত ব্যক্তিবাচক সৰ্বনাম হৈছে তেইশটা। তুচ্চ-মান্য, প্ৰত্যক্ষ আৰু তীৰ্যক ৰূপসহ ব্যক্তিবাচক সৰ্বনামবোৰ পুৰুষ, বচন আৰু



লিংগ অনুযায়ী তলৰ তালিকাত ভাগ কৰি দেখুওৱা হ'ল।

| | একবচন | | বহুবচন | |
|---|---|---|---|---|
| পুৰুষ | প্ৰত্যক্ষৰূপ | তীৰ্যকৰূপ | প্ৰত্যক্ষৰূপ | তীৰ্যকৰূপ |
| ১ম পুৰুষ | (উভয় লি.) মই | মো- | আমি | আমা- |
| ২য় পুৰুষ | (উভয় লি.) তই (তুচ্চ) | তো- | — | ত- (হঁত) |
| | তুমি (মান্য) | তোমা- | — | তোমা- (লোক) |
| | আপুনি (অধিকমান্য) | আপোনা- | — | আপোনা- (লোক) |
| ৩য় পুৰুষ | (পুং লিং) সি (তুচ্চ) | তা | সিহঁত | — |
| | (স্ত্ৰী. লিং) তাই (তুচ্চ) | — | তাইহঁত | — |
| | (উভয় লিং) তেওঁ (মান্য) | — | তেওঁলোক | — |
| | তেখেত (অধিক মান্য) | — | তেখেতসকল | — |

**তেখেত** সৰ্বনামৰ বাহিৰে তিনিওটা পুৰুষৰ একবচনৰ প্ৰত্যক্ষ ৰূপৰ সৰ্বনামবোৰত আৰু বহুবচনৰ প্ৰত্যক্ষ ৰূপ 'আমি' সৰ্বনামত কৰ্তাকাৰকৰ -এ/-ই বিভক্তি যোগ নহয়। বিভক্তিযুক্ত নহৈও কৰ্তা কাৰকৰ কাম কৰাৰ কাৰণে ইয়াত আধুনিক ভাষা বিজ্ঞানৰ নিয়মমতে শূন্য বিভক্তি (zero morpheme) যোগ হোৱা বুলি ধৰা হয়। যেনে—

**মই** কিতাপ পঢ়িছোঁ
**তই** মনে মনে থাক।
**তুমি** আবেলি আহিবা।
**আপুনি** অলপ জিৰাওক।
**সি** ফুলত পানী দিছে।
**আমি** কালিলৈ চেন্নাইলৈ যাম।
**তাই** কাপোৰ বৈছে।
**তেওঁ** বজাৰলৈ গৈছে।

ওপৰৰ বাক্যকেইটাৰ বৰহাতৰ আঠোটা সৰ্বনাম শব্দৰ ভিতৰত প্ৰথমৰ ছটা শব্দ কেৱল কৰ্তা কাৰকতহে ব্যৱহাৰ হয়। কৰ্ম কাৰকৰ পৰা আনকেইটা কাৰকত

ৰূপ কৰিব লাগিলে উল্লিখিত সৰ্বনামকেইটাৰ তীৰ্যক ৰূপ ক্ৰমে মো, -তো, তোমা-, আপোনা-, তা- আৰু আমা- এইকেইটাতহে এনেদৰে বিভক্তি যোগ কৰা হয় ঃ

কৰ্ম ঃ মোক, তোক, তোমাক, আপোনাক, তাক, আমাক।

কৰণ ঃ মোৰ দ্বাৰা, তোৰ দ্বাৰা, তোমাৰ দ্বাৰা, আপোনাৰ দ্বাৰা, আমাৰ দ্বাৰা।

নিমিত্ত ঃ মোলৈ, তোলৈ, তোমালৈ, আপোনালৈ, তালৈ, আমালৈ।

অপাদান ঃ মোৰ পৰা, তোৰ পৰা, তোমাৰ পৰা, আপোনাৰ পৰা, আমাৰ পৰা।

সম্বন্ধ ঃ মোৰ, তোৰ, তোমাৰ, আপোনাৰ, তাৰ, আমাৰ

অধিকৰণ ঃ মোত, তোত, তোমাত, আপোনাত, তাত, আমাত।

মন কৰিবলগীয়া যে অধিকৰণ কাৰকৰ ব্যক্তিবাচক সৰ্বনামৰ ৰূপকেইটাৰ প্ৰত্যক্ষ বা পোনপটীয়া ব্যৱহাৰ অসমীয়া ভাষাত বিৰল। বাক্যত ব্যৱহাৰ হ'লে **মোত** বা **তোত** সৰ্বনামে এনে ৰূপ লয়—

> ধনীৰামে অভাৱত পৰি ঘৈণীয়েকৰ আঙঠিটো **মোত** অৰ্থাৎ মোৰ ওচৰত বন্ধকত থ'লেহি।

আনহাতে শেষৰ বাক্য দুটাৰ **তাই** আৰু **তেওঁ** সৰ্বনাম ওপৰত দেখুওৱাৰ দৰে কৰ্তাকাৰকত শূন্য বিভক্তিযুক্ত হয়। কিন্তু কৰ্মকাৰকৰ পৰা আন কাৰকত এই সৰ্বনাম দুটাৰ প্ৰত্যক্ষ ৰূপৰ পাছতে কাৰকৰ বিভক্তি যোগ হয়। যেনে—

কৰ্ম ঃ তাইক, তেওঁক।

কৰণ ঃ তাইৰ দ্বাৰা, তেওঁৰ দ্বাৰা ইত্যাদি।

অধিক মান্য 'তেখেত' সৰ্বনাম কৰ্তাকাৰকত ৰূপ কৰিলে বিভক্তি শূন্য হৈও ব্যৱহাৰ হ'ব পাৰে আৰু বিভক্তিযুক্ত হৈও ব্যৱহাৰ হ'ব পাৰে। যেনে—

> **তেখেত** আমাৰ হাইস্কুলৰ প্ৰধান শিক্ষক।
>
> **তেখেতে** ছাত্ৰ-ছাত্ৰীক বৰ মৰম কৰে।

কৰ্মকাৰকৰ পৰা আন কাৰকৰ একবচনত অধিক মান্যাৰ্থক 'তেখেত' সৰ্বনামৰ পাছতে কাৰকৰ বিভক্তি লগ লাগে। যেনে—

কৰ্ম ঃ তেখেতক।

কৰণ ঃ তেখেতৰ দ্বাৰা ইত্যাদি।

বিশেষ পৰিবেশ আৰু পৰিস্থিতিত 'তেখেত'ৰ ঠাইত **ত'ত** সৰ্বনামৰ ব্যৱহাৰ



দেখা যায়। যেনে—**ত'ত** (তেখেতৰ ওচৰত) কথাটো জনোৱা হ'লনে?

প্ৰথম পুৰুষৰ বহুবচনৰ সৰ্বনাম **আমি** আৰু **আমাৰ** বাহিৰে দ্বিতীয় আৰু তৃতীয় পুৰুষৰ বহুবচনত প্ৰত্যক্ষ আৰু তীৰ্যক ৰূপ সকলোতে বহুবচনবাচক সৰ্গ বা প্ৰত্যয় যোগ হোৱাৰ পাছতহে বিভিন্ন কাৰকৰ বিভক্তি লগ লাগে। যেনে—

কৰ্তা ঃ তহঁতে, তোমালোকে, আপোনালোকে/সকলে, সিহঁতে, তাইহঁতে, তেওঁলোকে, তেখেতসকলে।

কৰ্ম ঃ তহঁতক, তোমালোকক, আপোনালোকক/সকলক, সিহঁতক, তাইহঁতক, তেওঁলোকক, তেখেতসকলক।

আনবোৰ কাৰকতো দ্বিতীয় আৰু তৃতীয় পুৰুষৰ বহুবচনবাচক সৰ্বনামবোৰৰ এনেদৰেই ৰূপ হয়।

দ্বিতীয় আৰু তৃতীয় পুৰুষৰ সৰ্বনামৰ ক্ষেত্ৰত এটি মন কৰিবলগীয়া কথা হৈছে, এই দুয়োটা পুৰুষৰে সৰ্বনামৰ তালিকাত দেখুওৱাৰ দৰে তুচ্ছ, মান্য আৰু অধিক মান্য ৰূপ আছে। অৰ্থগত দিশৰ পৰা দ্বিতীয় পুৰুষৰ অধিক মান্যাৰ্থৰ ৰূপ **আপুনি** নিঃসন্দেহে দ্বিতীয় পুৰুষৰে সৰ্বনাম। কিন্তু ব্যৱহাৰিক আৰু প্ৰায়োগিক দিশৰ পৰা বিশ্লেষণ কৰিলে ই তৃতীয় পুৰুষতহে পৰে। কিয়নো **আপুনি** সৰ্বনামৰ ক্ৰিয়াপদত তৃতীয় পুৰুষৰ ক্ৰিয়া-বিভক্তিহে লগ লাগে। যেনে—

> সি পঢ়িছে।
>
> আপুনি পঢ়িছে।

ইয়াত তৃতীয় পুৰুষৰ সৰ্বনাম সি-ৰ ক্ৰিয়াপদ হৈছে তৃতীয় পুৰুষৰ -এ ক্ৰিয়া-বিভক্তিযুক্ত 'পঢ়িছে'। কিন্তু দ্বিতীয় বাক্যত দ্বিতীয় পুৰুষৰ অধিক মান্যাৰ্থৰ সৰ্বনাম **আপুনি** হোৱা সত্বেও সেই সৰ্বনামৰ পাছতো একেই **পঢ়িছে** ক্ৰিয়াপদ ব্যৱহৃত হৈছে। গতিকে **আপুনি** অৰ্থৰ ফালৰ পৰা দ্বিতীয় পুৰুষৰ অধিক মান্যাৰ্থৰ সৰ্বনাম যেন লাগিলেও প্ৰায়োগিক আৰু ব্যৱহাৰিক দিশৰ পৰা ই তৃতীয় পুৰুষৰহে সৰ্বনাম। মন কৰিবলগীয়া যে প্ৰথম আৰু দ্বিতীয় পুৰুষৰ ব্যক্তিবাচক সৰ্বনাম কেইটাৰ বাহিৰে বাকী আটাইবোৰ সৰ্বনাম তৃতীয় পুৰুষৰ অন্তৰ্গত।

**১০.২.২. নিৰ্দেশবোধক সৰ্বনামৰ ব্যৱহাৰ ঃ** এই সৰ্বনামবোৰে ওচৰত বা দূৰত থকা কোনো প্ৰাণী বা বস্তুক নিৰ্দেশ কৰে। দূৰত্ব অনুযায়ী এই সৰ্বনাম দুবিধ ঃ নিকটস্থ বা ওচৰ নিৰ্দেশক (near demonstratives) আৰু দূৰস্থ বা

দূৰ নিৰ্দেশক (far demonstratives)। এই সৰ্বনামবোৰে ইংৰাজী this, that, these, those নিৰ্দেশক সৰ্বনামৰ অৰ্থ প্ৰকাশ কৰে।

(ক) নিকটস্থ নিৰ্দেশবোধক সৰ্বনামবোৰ ওচৰত থকা কোনো প্ৰাণী বা বস্তুৰ সলনি ব্যৱহাৰ হয়। তুচ্ছাৰ্থ-মান্যাৰ্থ অনুযায়ী এনে সৰ্বনাম ছটা ঃ

| তুচ্ছাৰ্থক | মান্যাৰ্থক |
|---|---|
| ই (পুং) | এওঁ } (উভয়লিংগ) |
| এই (স্ত্ৰী) | এখেত } (উভয়লিংগ) |
| এইটো | |
| এইয়া/এয়া | |

**ই, এই, এওঁ** আৰু **এখেত** প্ৰাণীবাচক বিশেষ্যৰ সলনি ব্যৱহাৰ হয় কাৰণে সেইকেইটা সৰ্বনামৰ লিংগ নিৰ্দেশ কৰা হৈছে। কৰ্তাকাৰকৰ একবচনত **ই, এই** আৰু এওঁ সৰ্বনামত কোনো বিভক্তি যোগ নহয়, অৰ্থাৎ শূন্য বিভক্তিযুক্ত হয়। উল্লিখিত ছটা সৰ্বনামৰ ভিতৰত ই-টোৰহে তীৰ্যক ৰূপ আছে -ইয়া। কৰ্তাকাৰকৰ বাহিৰে আন কাৰকৰ এবচনত ৰূপ কৰিলে ই- সৰ্বনামে -ইয়া- তীৰ্যক ৰূপ লয়। যেনে—

কৰ্তা ঃ **ই** ভাল ল'ৰা।

কৰ্ম ঃ **ইয়াক** একো কথা ক'বই নোৱাৰি।

কৰণ ঃ **ইয়াৰ** দ্বাৰা একো কাম নহ'ব।

নিমিত্ত ঃ মহাত্মা গান্ধীৰ জীৱনীখন **ইয়ালৈ** আনিছোঁ।

অপাদান ঃ **ইয়াৰ** পৰা সাৱধানে থাকিব।

অধিকৰণ ঃ **ইয়াত** ভৰষা কৰিব নোৱাৰি।

বহুবচনত ৰূপ কৰিব লাগিলে **ই** সৰ্বনামৰ পাছত বহুবচনবাচকত সৰ্গ যোগ দি তাৰ পাছতহে কাৰক বিভক্তি যোগ দিয়া হয়। যেনে—

কৰ্তা ঃ ইহঁতে, ইবিলাকে।

কৰ্ম ঃ ইহঁতক, ইত্যাদি।

**এই, এওঁ** আৰু **এখেত** সৰ্বনাম বহুবচনত ৰূপ কৰিব লাগিলে সেই সৰ্বনাম তিনিটাত বহুবচনৰ প্ৰত্যয় যোগ দি তাৰ পাছতহে কাৰক অনুযায়ী ৰূপ কৰিব পাৰি। যেনে—



কৰ্তা ঃ এই (She), এওঁ, এখেত/এখেতে (he or she)

কৰ্ম ঃ এইহঁতক, এওঁলোকক, এখেতসকলক

কৰণ ঃ এইহঁতৰ দ্বাৰা, এওঁলোকৰ দ্বাৰা, এখেতসকলৰ দ্বাৰা ইত্যাদি।

এইটো একবচন আৰু বহুবচন সকলো কাৰকতে ৰূপ কৰিব পাৰি। যেনে— **এইটোৱে, এইটোক, এইবোৰে, এইবোৰক** আদি। **এইয়া/এয়া** সদায় একবচনৰ ৰূপ। যেনে এইয়া/এয়া মোৰ দেউতা।

(খ) দূৰ নিৰ্দেশক সৰ্বনামে কিছু দূৰত থকা প্ৰাণী বা বস্তুৰ সলনি ব্যৱহাৰ হোৱা সৰ্বনামক বুজায়। এনে সৰ্বনাম চাৰিটা— সেই, সেইয়া/সেয়া, সৌ, সৌৱা।

ইয়াৰে প্ৰথমৰ দুটাই কম দূৰত্বত আৰু পিছৰ দুটাই বেছি দূৰত থকা বুজায়। ইহঁতৰ তীৰ্যক ৰূপ নাই। **সেই** আৰু **সৌ** সৰ্বনাম বচন আৰু কাৰক অনুযায়ী ৰূপ কৰিব লাগিলে প্ৰথমে সৰ্বনাম দুটাত এটা বুজোৱা নিৰ্দিষ্টতাবাচক প্ৰত্যয় আৰু বহুবচনৰ প্ৰত্যয় যোগ দি তাৰ পাছতহে কাৰক বিভক্তি ব্যৱহাৰ কৰিব লাগে। যেনে—

কৰ্তা ঃ সেইটোৱে, সৌটোৱে, সেইবোৰে, সৌবোৰে।

কৰ্ম ঃ সেইটোক, সৌটোক, সেইবোৰক, সৌবোৰক ইত্যাদি।

**সেইয়া** আৰু **সৌৱা** সদায় একবচনৰ ৰূপ। কাৰক অনুযায়ী ইহঁতৰ ৰূপ নহয়। দূৰ নিৰ্দেশক সৰ্বনামকেইটা লিংগ নিৰপেক্ষ ৰূপ। যদি সেই ৰূপকেইটাই দূৰত থকা কোনো পুৰুষ বা স্ত্ৰীক নিৰ্দেশ কৰে, তেন্তে সিহঁত পুংলিংগ বা স্ত্ৰীলিংগ হ'ব আৰু তেতিয়া সিহঁতৰ পাছত লিংগবাচক প্ৰত্যয় যোগ হ'ব। যেনে—

সেইটো নৱেন নেকি?

সৌজনী হৰেনৰ জীয়েক।

**সেইয়া** আৰু **সৌৱা** সৰ্বনামত কোনো লিংগবাচক প্ৰত্যয় যোগ নহয়। কিন্তু পুৰুষ বা স্ত্ৰীক নিৰ্দেশ কৰিবলৈ এনেদৰে ব্যৱহাৰ কৰা হয় ঃ

**সেইয়া** আমাৰ ছাৰ আহিছে।

**সৌৱা** মোৰ পেহী।

অৰ্থগত দিশৰ পৰা তৃতীয় পুৰুষৰ ব্যক্তিবাচক সৰ্বনামকেইটাও দূৰ নিৰ্দেশক। কেৱল মানুহক বুজোৱা এই সৰ্বনামকেইটাই কিছু আঁতৰত থকাজনকহে বুজায়। যেনে—

সি/তাই/তেওঁ/তেখেতে পঢ়িছেনে?

**১০.২.৩. সমষ্টি বা সাকল্যবাচক সৰ্বনাম** ঃ বহুতো প্ৰাণী বা বস্তুৰ সলনি এই সৰ্বনাম ব্যৱহৃত হয়। অসমীয়া ভাষাত এনে সৰ্বনাম সাতোটা ঃ **সকলো, সমূহ, উভয়, আটাই, গোটেই, সব** আৰু **সদৌ**।

সাধাৰণতে **উভয়, সমূহ,** আৰু **সদৌ** সৰ্বনাম প্ৰাণীবাচক আৰু বাকীবোৰ প্ৰাণীবাচক-অপ্ৰাণীবাচক সকলো শব্দ বুজাবলৈ ব্যৱহাৰ কৰা হয়। **উভয়** সৰ্বনামে সদায় দুটা বা দুজনক বুজায়। বাকীকেইটা সৰ্বনাম সদায় বহুত্ববাচক। কিন্তু কেতিয়াবা বিশেষ বস্তু বা কিছুমান লোকক নিৰ্দিষ্ট কৰি দিবলৈ **সকলো, আটাই** আৰু **সব** শব্দৰ পাছত বহুবচনৰ প্ৰত্যয় যোগ দিয়া হয়। যেনে—

—**এই সকলোবিলাক** ল'ৰা আৰু **সকলোবোৰ** ছোৱালী আমাৰ স্কুলৰে।

—**আটাইবিলাক** মানুহ গ'লগৈ, **আটাইবোৰ** মাছ বিলাই দিলোঁ।

—গাড়ীৰ পৰা **সববোৰ** বস্তু নমোৱা হ'ল। **সববিলাক** ছাত্ৰ ঘৰাঘৰি গ'ল ইত্যাদি।

এই তিনিওটা সাকল্যবাচক সৰ্বনামকে বিভিন্ন কাৰক অনুসৰিও ৰূপ কৰিব পাৰি ঃ

কৰ্তা ঃ **সকলোৱে** /**আটায়ে**/**সবেই** নামলৈ আহিব।

কৰ্ম ঃ **সকলোকে**/**আটাইকে**/**সবকে** বিয়ালৈ মতা হ'ল।

কৰণ ঃ **সকলোৱে** দ্বাৰা/**আটাইৰে** দ্বাৰা/**সবৰে** দ্বাৰা কামটো কৰোৱা হ'ল।

বাকীবোৰ কাৰকতো এনেদৰে ৰূপ কৰা হয়। মন কৰিবলগীয়া যে কৰ্ম কাৰকত **-ক** বিভক্তি **-কে** ৰূপত ব্যৱহৃত হয়।

**সব** সৰ্বনাম সাধাৰণ অৰ্থবাচক; কিন্তু বহুবচনৰ প্ৰত্যয় যোগ হ'লে কিছু তুচ্চাৰ্থ প্ৰকাশ কৰে। আনহাতে বহুবচনৰ প্ৰত্যয় যোগ নকৰাকৈ বিভিন্ন কাৰকত ৰূপ কৰিলে ই কিছু মান্যাৰ্থ বা বিনয় ভাব প্ৰকাশ কৰে আৰু **সব** সৰ্বনামৰ গাঠনিক ৰূপৰ সলনি হৈ **সবা** ৰূপ লয়। যেনে—**সবাকো, সবাৰে, সবাৰো, সবাতো** আদি।

দুটা বুজোৱা **উভয়** , বহুতো বুজোৱা **সমূহ** আৰু **সদৌ** সৰ্বনামো কেইটামান কাৰকত এনেদৰে ৰূপ হয়। যেনে—



কৰ্তা ঃ **উভয়ে** আহিবা।

কৰ্ম ঃ **উভয়কে, সমূহকে, সদৌটিকে** নিমন্ত্ৰণ জনালোঁ।

নিমিত্ত ঃ **উভয়লৈ, সমূহলৈ, সদৌটিলৈ** নমস্কাৰ।

কথিত ভাষাত **সদৌ** শব্দই **সদৌৱে সদৌকে, সদৌৰে** ৰূপতো ব্যৱহাৰ কৰা হয়। **গোটেই** সৰ্বনাম বাক্যত অকলে ব্যৱহাৰ নহয়। ইয়াৰ পাছত এটা বুজোৱা নিৰ্দিষ্টতাবাচক আৰু বহুবচনৰ প্ৰত্যয় লগ লাগিলেহে সি বাক্যত ব্যৱহাৰৰ উপযোগী হয়। যেনে—

**গোটেইটো** ধুনীয়া হৈ আহিছে।

ভাওনালৈ **গোটেইমখা** আহিবা।

বহুবচনৰ প্ৰত্যয় যোগ দি **গোটেই** সৰ্বনাম বিভিন্ন কাৰকতো এনেদৰে ৰূপ কৰিব পাৰি ঃ

কৰ্তা ঃ নামলৈ **গোটেইবোৰেই** আহিবি।

কৰ্ম ঃ বৰসবাহলৈ গাঁৱৰ **গোটেইবোৰকে** মতা হৈছে।

নিমিত্ত ঃ পূজাৰ মিঠাই **গোটেইবোৰলৈ** আনিছোঁ।

বাকীবোৰ কাৰকতো এনেদৰে ৰূপ কৰিব পৰা যায়।

**১০.২.৪. সম্বন্ধ বা সংগতিবাচক সৰ্বনাম** ঃ বাক্যত বহি আন নামশব্দৰ লগত সম্বন্ধ বা সংগতি স্থাপন কৰা সৰ্বনামবোৰেই সম্বন্ধবাচক সৰ্বনাম। অসমীয়াত এনে সৰ্বনাম দুটা ঃ **যি** আৰু **যিহ**। যি প্ৰাণীবাচক-অপ্ৰাণীবাচক সকলো শব্দৰ লগত আৰু **যিহ** কেৱল অপ্ৰাণীবাচক ৰূপ বুজাবলৈ ব্যৱহৃত হয়। প্ৰাণীবাচক-অপ্ৰাণীবাচক শব্দৰ লগত সংগতি স্থাপন কৰা আন এটা সৰ্বনাম হৈছে **যোন**। এইটো সৰ্বনামৰ সাধাৰণতে কথিত ৰূপতহে ব্যৱহাৰ দেখা যায়। যেনে—তই **যোনখন** বাছত যাব যাবি, **যোনটো** ল'ৰাই সুন্দৰ গান গাইছিল, তেওঁক লাগে। এই সৰ্বনামটো লিংগ নিৰপেক্ষ। ইয়াৰ পাছত **-টো** লগাই পুংলিংগ কৰাৰ দৰে জনী যোগ দি স্ত্ৰীলিংগবাচক কৰিবও পাৰি। যেনে—**যোনজনী** ছোৱালী অথনি আহিছিল, তাইক মাতা।

**যোন** সৰ্বনামৰ দৰে প্ৰাণীবাচক শব্দৰ লগত সম্বন্ধ স্থাপন কৰা **যি** সৰ্বনামো লিংগ নিৰপেক্ষ বা উভয়লিংগবাচক; লিংগবাচক **-টো** বা **জনী** যোগ দি তাক পুংলিংগ-স্ত্ৰীলিংগলৈ ৰূপান্তৰিত কৰিব পাৰি। যেনে—

যিজনক মাতিছিলোঁ, তেওঁ নাহিল।
যিজনীক মতা নাছিলোঁ, তাইহে আহিল।

**যিহ** সৰ্বনাম সদায় একবচনৰ। **যি** আৰু **যিহ** এই দুয়োটাকে বিভিন্ন কাৰক অনুযায়ী ৰূপ কৰিব পাৰি। যি-টো কৰ্তাকাৰকৰ ৰূপ। আন কাৰকত ৰূপ কৰিলে ইয়াৰ তীৰ্যক ৰূপ যা- হয়। যেনে—

কৰ্তা ঃ **যিয়ে** বা **যিবোৰে** পাৰা, কামটো কৰিবা।
কৰ্ম ঃ **যাক** বিচাৰিছিলোঁ, তেওঁ নাহিল।
কৰণ ঃ **যাৰ দ্বাৰা** কামটো কৰাব পাৰি, তেওঁকে মাতা।

অন্যান্য কাৰকতো যি-টোৰ এনেদৰে ৰূপ হয়। **যিহ** সৰ্বনামৰ তীৰ্যক ৰূপ নাই। কাৰক অনুযায়ী **যিহ** সৰ্বনামৰ ৰূপ এনে ধৰণৰ ঃ

কৰ্তা ঃ **যিহে**
কৰ্ম ঃ **যিহক**
কৰণ ঃ **যিহৰ দ্বাৰা**
নিমিত্ত ঃ **যিহলৈ**
অপাদান ঃ **যিহৰ** পৰা
অধিকৰণ ঃ **যিহত**।

**১০.২.৫. অনিশ্চয় বা অনিৰ্দিষ্টতাবাচক সৰ্বনাম ঃ** অনিশ্চিত বা অনিৰ্দিষ্ট কোনো প্ৰাণী বা বস্তুৰ সলনি ব্যৱহাৰ হোৱা সৰ্বনামবোৰেই অনিৰ্দিষ্টতাবাচক সৰ্বনাম। অসমীয়াত এনে সৰ্বনাম পাঁচোটা ঃ **একো, কেও, কেৱে, কোনো** আৰু **কোনোবা**।

ইয়াৰে প্ৰথমৰ চাৰিটা নঞৰ্থক আৰু শেহৰটো সদৰ্থক। **একো** অপ্ৰাণীবাচক আৰু বাকীকেইটাই প্ৰাণীবাচক শব্দৰ সলনি ব্যৱহাৰ হৈ উভয়লিংগ বুজায়। যেনে—

—আজি খাবলৈ **একো** নাই।
—ঘৰত **কেও** নাই।
—কথাটো **কেৱে** নাজানিলে।
—বজাৰলৈ পঠাবলৈ **কোনো** নাই।



**কোনোবা** আহিছে।

উল্লিখিত কেউটা সৰ্বনাম একবচনৰ। কেতিয়াবা **কোনো** আৰু **কোনোবা** শব্দ পুনৰুক্তি কৰি বহুবচন কৰা হয়। যেনে—

—**কোনো কোনোৱে** এনেকৈ কয়।
—**কোনোবা কোনোবা** গ'লগৈ।

**একো, কেও** আৰু **কেৱে** সৰ্বনাম কাৰক অনুযায়ী ৰূপ নহয়। কিন্তু **কোনো** আৰু **কোনোবা** সৰ্বনাম কাৰক অনুযায়ীও ৰূপ হয়। **কোনো** আৰু **কোনোবা** কৰ্তাকাৰকত একক ৰূপত এনেদৰে ব্যৱহাৰ কৰা হয় ঃ **কোনোৱে** বা **কোনোবাই** এনেকৈ কয়।

কৰ্তাকাৰকৰ বাহিৰে আন কাৰকত ৰূপ কৰিব লাগিলে সৰ্বনাম দুটা দ্বিৰুক্ত কৰি ব্যৱহাৰ কৰা হয় আৰু তেতিয়া **কোনোবা** সৰ্বনামে **কাৰোবা** এই তীৰ্যক ৰূপ লয়। যেনে—

কৰ্ম ঃ **কোনো কোনোক, কাৰোবাক কাৰোবাক**।
কৰণ ঃ **কোনো কোনোৰ** দ্বাৰা, **কাৰোবাৰ কাৰোবাৰ** দ্বাৰা।
নিমিত্ত ঃ **কোনো কোনোলৈ, কাৰোবাৰ কাৰোবালৈ**।

অন্যান্য কাৰকতো এনেদৰে ৰূপ হয়। মন কৰিবলগীয়া যে **কাৰোবা** সৰ্বনাম বিভিন্ন কাৰকত পুনৰুক্তি নকৰাকৈও ব্যৱহাৰ কৰিব পাৰি। যেনে—

কৰ্ম ঃ **কাৰোবাক** মাতিছে।
কৰণ ঃ **কাৰোবাৰ** দ্বাৰা কামটো কৰাব লাগিব।

**একো, কোনো** আৰু **কোনোবা** সৰ্বনামত কেতিয়াবা দুই-এটা নিৰ্দিষ্টতাবাচক প্ৰত্যয়ো লগ লাগে এনেদৰে ঃ

—কামটোৰ কাৰণে ইমান চেষ্টা কৰিলোঁ, **একোটো** নহ'ল।
—**কোনোজনীয়ে** এনেকৈ কয়।
—কামটোলৈ **কোনোবাটো** আগবাঢ়ি অহা হ'লে ভাল আছিল।

**১০.২.৬. প্ৰশ্নবোধক সৰ্বনাম ঃ** অসমীয়াত প্ৰশ্নবোধক সৰ্বনাম তিনিটা — **কি, কিহ** আৰু **কোন**। এই তিনিওটা একবচনৰ ৰূপ। কৰ্তাকাৰকৰ বাহিৰে আন কাৰকৰ একবচনত ৰূপ কৰিলে **কি** আৰু **কোন** সৰ্বনামে কা-তীৰ্যক ৰূপ লয়। **কিহ** সৰ্বনাম সকলো কাৰকৰ একবচনত একেদৰেই থাকে। আনহাতে বহুবচনত

কৰ্ম কাৰকৰ পৰা আন কাৰকত **কি** আৰু **কোন** অপৰিবৰ্তিত হৈ থাকে; মাত্ৰ এই সৰ্বনাম দুটাৰ পাছত বহুবচনৰ প্ৰত্যয় যোগ কৰি তাৰ পাছত কাৰকৰ বিভক্তি যোগ দিয়া হয়। যেনে—

| | একবচন | বহুবচন |
|---|---|---|
| কৰ্তা | কি, কিহে, কোনে | কিবোৰে, কোনবোৰে |
| কৰ্ম | কাক, কিহক | কিবোৰক, কোনবোৰক |
| কৰণ | কাৰ দ্বাৰা, কিহৰ দ্বাৰা | কিবোৰৰ দ্বাৰা, কোনবোৰৰ দ্বাৰা |

আনবোৰ কাৰকতো একেদৰে ৰূপ হয়। মন কৰিবলগীয়া যে **কোন** সৰ্বনাম প্ৰাণীবাচক-অপ্ৰাণীবাচক আৰু **কি, কিহ** অপ্ৰাণীবাচক বস্তুৰ ক্ষেত্ৰত ব্যৱহাৰ হয়। **কিবোৰে, কিবোৰক, কিবোৰৰ** দ্বাৰা আদিৰ ব্যৱহাৰ বিৰল।

**১০.২.৭. আত্মবাচক সৰ্বনাম ঃ** অসমীয়াত নিজক বুজোৱা আত্মবাচক সৰ্বনাম তিনিটা ঃ **নিজ, স্বয়ং আৰু আপোন/আপুনি।** নিজ অৰ্থ প্ৰকাশ কৰা এই সৰ্বনাম তিনিটাৰ ভিতৰত কেৱল নিজটোহে বিভিন্ন কাৰক অনুযায়ী ৰূপ কৰিব পাৰি। বহুবচনত ৰূপ কৰিলে নিজ সদায় দ্বিত্ব হৈ যায়। যেনে—

| একবচন | বহুবচন |
|---|---|
| কৰ্তা ঃ নিজে | নিজে নিজে |
| কৰ্ম ঃ নিজক | নিজক নিজক |
| কৰণ ঃ নিজৰ দ্বাৰা | নিজৰ নিজৰ দ্বাৰা। |

অন্যান্য কাৰকতো এনেদৰে ৰূপ হয়। নিজ সৰ্বনামত নিৰ্দিষ্টতাবাচক আৰু বহুবচনৰ প্ৰত্যয় প্ৰত্যক্ষভাৱে যোগ নহয়। ষষ্ঠী-ৰ বিভক্তি যোগ হোৱাৰ পাছতহে সেইবোৰ প্ৰত্যয় লগ লাগে। যেনে—

—**নিজৰটো** কলম বিচাৰি লোৱা।

—**নিজৰবোৰ** পনীয়লকে খাই শেষ কৰা।

**আপোন** সৰ্বনাম আ-কাৰান্ত কৰি তাৰ লগত **আপুনি** লগ লগাই একেলগে উচ্চাৰণ কৰিলেও স্বয়ং অৰ্থ প্ৰকাশ পায়। যেনে—

—কথাটো আপোন-আপুনি মনত পৰিল।

কেতিয়াবা **আপোন-আপুনি** শব্দই পৰস্পৰ অৰ্থ প্ৰকাশ কৰে। তেতিয়া



তাক পাৰস্পৰিক বা ব্যতিহাৰিক সৰ্বনাম বোলা হয়। যেনে—

—আদালতলৈ নগৈ সিহঁতে কাজিয়াখন **আপোন-আপুনি** মিতমাত কৰিলে।

**স্বয়ং** আৰু **আপোন/আপুনি** একোটা বিশেষ পৰিৱেশত একবচনতহে ব্যৱহৃত হয়। যেনে—

—মই **স্বয়ং** আহিলোঁ।

—তেওঁ **স্বয়ং** সভাত উপস্থিত হ'লহি।

—**আপোন** ভালেই জগত ভাল।

—তেওঁ **আপুনি** এইখিনি পালেহি।

—**আপুনি আপোন** বন্ধু **আপুনি আপোন** শত্ৰু।

**১০.৩.** ইয়াৰ বাহিৰেও অসমীয়া ভাষাত ক্ৰিয়াৰ স্থান, কাল আৰু ধৰণ বুজোৱা আৰু প্ৰাণী বা বস্তুৰ গুণ, পৰিমাণ আদি বুজোৱা কিছুমান সৰ্বনাম আছে। যেনে—

(ক) ইয়াত, তাত, কেতিয়া, যেতিয়া, এনেকৈ, তেনেকৈ আদি।

(খ) এনে, এনেকুৱা, তেনে, তেনেকুৱা, ইমান, তিমান আদি।

(ক) শিতানৰ শব্দবোৰ স্থান, কাল, ধৰণবাচক কিছুমান নামশব্দৰ অৰ্থাৎ বিশেষ্যৰ সলনি ব্যৱহাৰ হোৱাৰ কাৰণে সিহঁত সৰ্বনাম। কিন্তু এইবোৰ সৰ্বনামে ক্ৰিয়াৰ স্থান, কাল আৰু ক্ৰিয়া কৰাৰ ধৰণকহে বিশেষ কৰি বুজাইছে। সেয়েহে এইবোৰক সাধাৰণ কালবাচক, স্থান আৰু ধৰণবাচক সৰ্বনাম বুলি নধৰি সৰ্বনামজাত ক্ৰিয়া-বিশেষণ বুলি ধৰাহে যুগুত। সেইদৰে (খ) শিতানৰ শব্দবোৰেও সৰ্বনাম হৈও কোনো নামশব্দ অৰ্থাৎ বিশেষণৰ গুণ, অৱস্থা আৰু পৰিমাণহে নিৰ্দেশ কৰে। সেয়েহে সেইবোৰকো সৰ্বনামজাত বা সৰ্বনামীয় বিশেষণ বুলিহে ধৰা ভাল। (বিশেষণ অধ্যায়ৰ ১০.৫ আৰু ১০.৯ ছেদ চাওক)।

অসমীয়া ভাষাত কেতিয়াবা দুটা ভিন্ন শ্ৰেণীৰ সৰ্বনাম যোৰপাতি ব্যৱহৃত হয়। সাধাৰণতে তৃতীয় পুৰুষৰ সৰ্বনাম সি-ৰ তীৰ্যক ৰূপ তা-, সম্বন্ধবাচক সৰ্বনাম যি-ৰ তীৰ্যক ৰূপ যা- আৰু অন্য—ৰ পৰা হোৱা অন্য সৰ্বনামৰ -আ-ৰ পাছত **কে** বা **ক** ব্যৱহাৰ কৰি সেই সৰ্বনামবোৰ যুৰীয়াকৈ ব্যৱহাৰ কৰা হয়। যেনে—

**আক তাক** সুধি গম পালোঁ।

যাকে তাকে বিশ্বাস কৰিব নালাগে।

সেইদৰে, য'তে ত'তে থু পেলাব নপায়। 'যিহকে তিহকে নক'বা' আদি বাক্যত ব্যৱহৃত য'তে ত'তে, যিহকে তিহকে আদি সৰ্বনাম যুৰীয়াকৈ ব্যৱহাৰ হৈছে। এনেবোৰ সৰ্বনামক যুৰীয়া সৰ্বনাম বুলিব পাৰি। সৰ্বনামজাত ক্রিয়া-বিশেষণবোৰ প্ৰায়ে এনেদৰে যুৰীয়াকৈ ব্যৱহাৰ কৰা হয়। যেনে—

অ'ত ত'ত কথা লগাই নুফুৰিবা।
পৰীক্ষাৰ সময়ত অলৈ তলৈ নাযাবা।
যেনি তেনি ঘূৰি ফুৰিব নালাগে।
মানুহক যেনেকৈ তেনেকৈ ক'ব নাপায়।

●●●

॥ ১১॥

## সংখ্যাবাচক শব্দ

১১.১. সংখ্যাবাচক শব্দবোৰ নামশব্দৰ অন্তৰ্গত। এই শব্দবোৰে প্ৰাণী বা বস্তুৰ লেখ বুজায়। ব্যৱহাৰিক দিশলৈ লক্ষ্য কৰি সংখ্যাবাচক শব্দবোৰক চাৰিটা ভাগত ভগাব পাৰি ঃ

(ক) সংখ্যাবাচক বিশেষ্য শব্দ বা গণনাৰ সংখ্যাবাচক শব্দ।
(খ) পূৰণবাচক সংখ্যা শব্দ।
(গ) ভগ্নাংশ বা আংশিক সংখ্যাবাচক শব্দ।

**১১.১.১. সংখ্যাবাচক বিশেষ্য শব্দ ঃ** এই সংখ্যাবাচক শব্দবোৰ গণনাত ব্যৱহাৰ কৰা হয়। প্ৰাণী বা বস্তুৰ গণনা কৰিবলৈ ব্যৱহাৰ কৰা এক, দুই, তিনি, দহ, বিশ, ত্ৰিশ, পঞ্চাশ, শ, হাজাৰ, অযুত, লাখ, নিযুত, কোটি আদি সংখ্যাবোৰেই গণনাৰ বা বিশেষ্যবাচক সংখ্যা শব্দ। অংকত এই শব্দবোৰ এনেদৰেই ব্যৱহাৰ হয়। কিন্তু প্ৰাণী বা বস্তুৰ সংখ্যা দেখুৱাবলৈ বাক্যত ব্যৱহাৰ হ'লে এই শব্দবোৰৰ পাছত সদায় নামশব্দৰ লগত সংগতি থকা নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ কৰি নামশব্দৰ আগত বা পাছত ব্যৱহাৰ কৰা হয়। যেনে—

এজন মানুহ আহিছে।
ল'ৰা চাৰিটা গ'লগৈ।
কিতাপ দুখন সোনকালে দিবা। আদি।

উল্লিখিত বাক্য তিনিটাত ব্যৱহৃত সংখ্যাবাচক শব্দকেইটাৰ পৰা ক্ৰমে -জন, -টো আৰু -খন আঁতৰাই দিলে বাক্যকেইটা ভুল হ'ব অৰ্থাৎ তেতিয়া বাক্যকেইটাই এনে ৰূপ ল'ব ঃ

এক মানুহ আহিছে।
ল'ৰা চাৰি গ'লগৈ।
কিতাপ দুই সোনকালে দিবা।

গতিকে বাক্যকেইটা শুদ্ধ ৰূপত পাবলৈ হ'লে সংখ্যাবাচক শব্দ তিনিটাৰ

পাছত ক্ৰমে -জন, -টা আৰু -খন প্ৰত্যয় যোগ দিবই লাগিব। মনত ৰাখিব লাগিব যে নিৰ্দিষ্টতাবাচক প্ৰত্যয় লগ লাগিলে এক, দুই আৰু ছয় সংখ্যাবাচক শব্দকেইটাৰ শেষৰ ধ্বনি লোপ পায়। যেনে—এক + জন = এজন, দুই + টা = দুটা, ছয় + ডাল = ছডাল। এক, দুই আৰু ছয় শব্দকেইটা আন শব্দৰ লগত যুক্ত হ'লেও সিহঁতৰ শেষৰ ধ্বনি লোপ পায়। যেনে—

এক + দিন = এদিন
দুই + টকা = দুটকা
ছয় + মাহ + ছমাহ।

দুই-এটা শব্দত কেতিয়াবা সাত শব্দৰ শেষৰ ধ্বনিও লোপ পায়। যেনে সাতদিনীয়া = সাদিনীয়া (কাকত)।

কেতিয়াবা আকৌ দুই শব্দৰ পাছত থকা নামশব্দৰ আদ্যক্ষৰত ও-কাৰ থাকিলে দুইৰ ঠাইত দো ৰূপ হয়। যেনে—

দুই + মোন = দোমোন ধান।
দুই + দোন = দোদোন মাহ।
দুই + পোন = দোপোন তামোল।

কেতিয়াবা এক শব্দৰ পাছত থকা নামশব্দৰ আদ্যক্ষৰ যদি অ বা আ হয়, তেন্তে একযুক্ত শব্দবোৰে এনে ৰূপ লয় ঃ

এক + অনা = এঅনা, একনা।
এক + অংশ = একাংশ।
এক + আঙুল = এআঙুল, একাঙুল।
এক + আষাৰ = এষাৰ, একাষাৰ, একেষাৰ।

সেইদৰে পাঁচ, সাত আৰু আঠ সংখ্যা শব্দৰ পাছত -টো নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ হ'লে সংখ্যা শব্দকেইটাই দুই ধৰণৰ ৰূপ লয়। যেনে—

পাঁচটা ল'ৰা; পাঁচোটা ল'ৰা।
সাতটা গৰু; সাতোটা গৰু
আঠটা মানুহ; আঠোটা মানুহ।

সংখ্যাবাচক শব্দৰ পাছত বচন আৰু লিংগবাচক প্ৰত্যয় যোগ নহয়, কিন্তু শব্দবিভক্তি আৰু নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ হয়। সংখ্যাবাচক বিশেষ্য শব্দত



নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ হ'লে কিছুমান সংখ্যাবাচক বিশেষ্যৰ কেনে পৰিবৰ্তন হয় ওপৰত দেখুওৱা হৈছে। এতিয়া সংখ্যাবাচক বিশেষ্য শব্দত কাৰক বিভক্তি যোগ হোৱাৰ নিদৰ্শন দাঙি ধৰা হ'ল ঃ

একৰ এক গ'ল থাকিল শূন্য।
আঠৰ পৰা চাৰি বাদ দিলোঁ।
চাৰিক দহেৰে পূৰণ কৰিলোঁ।
দহত দুই যোগ দিলে বাৰ হয়।

উল্লিখিত বাক্যকেইটাৰ ব্যৱহাৰত **একৰ** শব্দত ষষ্ঠী **-ৰ** বিভক্তি, **আঠৰ পৰা** শব্দত অপাদান কাৰকৰ **-ৰ পৰা**, **চাৰিক** আৰু **দহেৰে** শব্দত ক্ৰমে কৰ্মকাৰকৰ **-ক** আৰু কৰণ কাৰকৰ -এৰে আৰু একেবাৰে শেষৰ **দহত** শব্দত অধিকৰণ কাৰকৰ **-ত** বিভক্তি যুক্ত হৈছে। এইদৰে দেখা যায়, সংখ্যাবাচক বিশেষ্য শব্দবোৰ বিভিন্ন কাৰক অনুযায়ী ৰূপ হ'ব পাৰে।

**১১.১.২. সংখ্যাবাচক বিশেষণ শব্দ ঃ** সংখ্যাবাচক বিশেষ্য শব্দবোৰৰ ক্ৰম বা স্থিতি বুজোৱা শব্দবোৰেই সংখ্যাবাচক বিশেষণ শব্দ। উদাহৰণস্বৰূপে, এক, এটা সংখ্যা শব্দ; ইয়াৰ ক্ৰম বা স্থিতি আদি বা আৰম্ভ অৰ্থাৎ প্ৰথম। এতেকে প্ৰথম সংখ্যাবাচক বিশেষণ শব্দ।[1] অসমীয়া ভাষাত দৰাচলতে সংখ্যাবাচক বিশেষণ শব্দৰ বিশেষ ৰূপ নাই বুলিবই পাৰি। তথাপি **পহিলা**, **দোছোৰা** আৰু চ'থা, মাত্ৰ এই তিনিটা তদ্ভৱ শব্দ সংখ্যাবাচক বিশেষণ হিচাপে ব্যৱহাৰ হোৱা দেখা যায়। বাক্যত শব্দ তিনিটাৰ প্ৰয়োগ এনে ধৰণৰ—

পহিলা বহাগতে মানুৰ বিয়া।
দোছোৰা দিনা আহিবা।
চ'থা দিনা ৰবীন কামলৈ যাবগৈ।

অসমীয়াত সাধাৰণতে সংস্কৃত সংখ্যাবাচক বিশেষণ শব্দবোৰকে প্ৰায় একে ধৰণে ব্যৱহাৰ কৰা হয়। যেনে—প্ৰথম, প্ৰথমা; দ্বিতীয়, দ্বিতীয়া ইত্যাদি। একৰ পৰা দহ সংখ্যালৈকে সংখ্যাবাচক বিশেষ্যৰ পাছত **থ, ম, য়, ঈয়** প্ৰত্যয় যোগ কৰি তৎসম সংখ্যাবাচক বিশেষণ শব্দ সজোৱা হয়। যেনে—প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম, ষষ্ঠ, সপ্তম, অষ্টম, নৱম, দশম।[2] মনকৰিবলগীয়া যে এঘাৰৰ

১। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১৭২
২। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ৭১, ১৮৩, ১৮৪

পৰা উনৈশ সংখ্যালৈকে তৎসম সংখ্যাবাচক বিশেষ্য শব্দবোৰেই সংখ্যাবাচক বিশেষণ শব্দৰূপেও ব্যৱহাৰ হয়। যেনে—একাদশ, দ্বাদশ, ত্ৰয়োদশ, ঊনবিংশ। বিশৰ পৰা ওপৰৰ সকলো সংখ্যাবাচক শব্দৰ বিশেষণ ৰূপ পাবলৈ হ'লে সংখ্যাবাচক বিশেষ্য শব্দবোৰৰ পাছত **-তম** প্ৰত্যয় যোগ দিয়া হয়। যেনে—বিংশতিতম, একবিংশতিতম, ত্ৰিংশতম, একত্ৰিংশতম আদি। **-তম** যুক্ত এই সংখ্যাবাচক বিশেষণ শব্দবোৰো -তৎসম শব্দ।

সংস্কৃত শব্দবোৰ উচ্চাৰণ কৰিবলৈ আৰু মনত ৰাখিবলৈ টান। সেয়েহে আজিকালি সাধাৰণতে সংস্কৃত বিশতিতম, একবিংশতিতম, দ্বাবিংশতিতম আদি শব্দৰ সাদৃশ্যত অসমীয়াত বিশ, একৈশ, বাইশ, তেইশ আদি সংখ্যাবাচক বিশেষ্য শব্দৰ পাছত **-তম** প্ৰত্যয় লগাই সেই শব্দবোৰ সংখ্যাবাচক বিশেষণ শব্দলৈ ৰূপান্তৰ কৰি ব্যৱহাৰ কৰিবলৈ লোৱা দেখা গৈছে। যেনে—

বিশতম (২০-তম)
একৈশতম (২১-তম)
বাইশতম (২২-তম)
ষাঠিতম (৬০-তম)
একানব্বৈতম (৯১-তম) ইত্যাদি।

(অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১৭৩)

সংখ্যাবাচক বিশেষণ শব্দৰ আৰু এটা লক্ষ্য কৰিবলগীয়া কথা হৈছে যে সংখ্যাবাচক বিশেষ্য শব্দৰ দৰে এইবোৰ শব্দতো দুই-এটা কাৰকৰ বিভক্তি যোগ হয়। যেনে—

**প্ৰথমৰ** পৰা **দশমলৈকে**।

উল্লিখিত বাক্যত **প্ৰথম** আৰু **দশম** শব্দত ক্ৰমে অপাদান কাৰকৰ -ৰ পৰা আৰু নিমিত্ত কাৰকৰ -লৈ বিভক্তি যোগ হৈছে। এইদৰে সংখ্যাবাচক বিশেষণ শব্দবোৰতো কাৰকৰ বিভক্তি যোগ হয়।

**১১.১.৩. পূৰণবাচক সংখ্যা শব্দ :** অসমীয়াত সংখ্যাবাচক শব্দৰ পূৰণবাচক অৰ্থত ব্যৱহাৰ কৰিবলৈ সুকীয়া শব্দ নাই। সেই অৰ্থ প্ৰকাশ কৰিবলৈ সংখ্যাবাচক বিশেষ্য শব্দৰ পাছত **বাৰ** অথবা **গুণ**— এই ৰূপ দুটা যোগ কৰিব লাগে। যেনে—



এবাৰ (এক + বাৰ)
দুবাৰ (দুই + বাৰ)
চাৰিগুণ
পাঁচগুণ আদি।

পূৰণবাচক সংখ্যা শব্দতো কেতিয়াবা প্ৰয়োজন সাপেক্ষে কাৰকৰ বিভক্তি লগ লাগিব পাৰে। যেনে—

অংকটো **এবাৰতে** শেষ কৰিলোঁ।
কলমটো মোক দিয়া, **দুগুণতকৈ** বেছি দাম দিম।

প্ৰথম বাক্যৰ **এবাৰতে** আৰু দ্বিতীয় বাক্যৰ **দুগুণতকৈ** শব্দত অধিকৰণৰ **-ত** বিভক্তি যোগ হৈছে।

**১১.১.৪. ভগ্নাংশ বা আংশিক সংখ্যাবাচক শব্দ :** সংখ্যাবাচক শব্দবোৰ ভগ্নাংশ বা আংশিক ৰূপতো পোৱা যায়। এইবোৰক সাধাৰণতে 'ভাগৰ ভাগ' বুলি উল্লেখ কৰা হয়। 'এক' এটা সম্পূৰ্ণ গোটা সংখ্যা। ইয়াক ভাগ কৰিলে আমি আধা অৰ্থাৎ $^{১}/_{২}$ পাম। অসমীয়াত এনে ভগ্নাংশবাচক সংখ্যা শব্দ ভালেকেইটামান আছে। ড° গোলোকচন্দ্ৰ গোস্বামীদেৱে সেইবোৰ ভগ্নাংশবাচক বা আংশিক সংখ্যা শব্দ এনেদৰে দেখুৱাইছে :

(ক) $\frac{১}{২}$ : দুভাগৰ এক বা আধা
$\frac{১}{৩}$ : তিনিভাগৰ এক বা এক তৃতীয়াংশ
$\frac{২}{৩}$ : তিনিভাগৰ দুই বা দুই তৃতীয়াংশ
$\frac{১}{৪}$ : চাৰিভাগৰ এক বা এক চতুৰ্থাংশ

চাৰিভাগৰ এভাগ বুজোৱা এপোৱা, এসিকি বা শিকি, এমহা আদি শব্দৰ ব্যৱহাৰ সময়ৰ লগে লগে প্ৰায় নোহোৱা হৈ গৈছে।

(খ) গোটা সংখ্যাৰ পাছত ভগ্নাংশ মতাৰ নিয়ম :

$১\frac{১}{৪}$ এক সমষ্টি চাৰিভাগৰ এক;
$১\frac{১}{২}$ এক সমষ্টি দুভাগৰ এক অৰ্থাৎ ডেৰ;
$১\frac{৩}{৪}$ এক সমষ্টি চাৰিভাগৰ তিনি অৰ্থাৎ পোনে দুই।

সেইদৰে—

$২\frac{১}{২}$ আঢ়ৈ; $২\frac{৩}{৪}$ পোনে তিনি, $৩\frac{১}{২}$ চাৰে তিনি, $৩\frac{৩}{৪}$ পোনে চাৰি ইত্যাদি।

(গ) দশমিক বিন্দুযুক্ত সংখ্যা ঃ দশমিক বুজোৱা চিন অৰ্থাৎ বিন্দুটো তলৰ মাত্ৰাৰ শাৰীতহে বহুৱাব লাগে। দশমিক বিন্দুযুক্ত সংখ্যা মতাৰ নিয়মটো অলপ বেলেগ। দশমিক বিন্দুৰ পাছৰ প্ৰত্যেকটো সংখ্যাকে[৩] বেলেগে মাতিব লাগে। যেনে—

১.০১ ঃ এক দশমিক শূন্য এক

১.১ ঃ এক দশমিক এক

১.১১ ঃ এক দশমিক এক এক

১৭.৯৫৭ ঃ সোতৰ দশমিক ন পাঁচ সাত।

●●●

৩। অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১৭৭-১৭৮

## ।। ১২।।
## ক্ৰিয়া

১২.১. সব্যয় শব্দৰ এটি প্ৰধান ভাগ হৈছে ক্ৰিয়া। ভাষা এটাৰ কেইবাটাও ৰূপতাত্ত্বিক উপাদান ক্ৰিয়াৰ লগত জড়িত হৈ আছে। অৰ্থাৎ ক্ৰিয়াৰ আলোচনাই ধাতু, পুৰুষ, কাল, দশা আৰু ভাব, ৰূপতত্ত্বৰ এইকেউটা দিশ সামৰি লয়।

ধাতুৱেই হৈছে ক্ৰিয়াৰ মূল। আন কথাত ক্ৰিয়া পদ বা ক্ৰিয়া শব্দৰ পৰা পুৰুষবাচক, কালবাচক, দশাবাচক আৰু ভাববাচক সৰ্গবোৰ আঁতৰাই আনিলে যি মূল ৰূপ থাকে, সিয়েই ধাতু। যেনে—

পঢ়োঁ, পঢ়িছোঁ, পঢ়িছিলোঁ, পঢ়িম, পঢ়ক।

এই ক্ৰিয়া শব্দকেইটাৰ পৰা ক্ৰমে পুৰুষবাচক -ওঁ, কাল আৰু দশাবাচক -ইছোঁ, -ইছিলোঁ, কালবাচক -ইম্ আৰু অনুজ্ঞাবাচক -অক আঁতৰাই আনিলে তাৰ মূল ৰূপ হ'ব পঢ়্; এই পঢ়্-টোৱেই উল্লিখিত ক্ৰিয়া শব্দকেইটাৰ মূল অৰ্থাৎ ধাতু। অসমীয়া ভাষাত প্ৰায় ডেৰ হাজাৰমান ধাতু আছে।

১২.২. প্ৰকৃতি আৰু গাঠনিক দিশৰ পৰা বিচাৰ কৰি ধাতুবোৰক মুখ্যতঃ তিনিটা ভাগত ভগাব পাৰি —

(ক) মুখ্য বা মৌলিক ধাতু (Primary roots)

(খ) গৌণ বা সাধিত ধাতু (Secondary roots)

(গ) যৌগিক ধাতু (Compound roots)

এই কেউপ্ৰকাৰ ধাতুতে পুৰুষ, কাল, দশা আৰু ভাববাচক সৰ্গ যোগ কৰি নতুন নতুন ক্ৰিয়া গঠন কৰা হয়। আকৃতিৰ ফালৰ পৰা এই কেউপ্ৰকাৰ ধাতু স্বৰান্ত আৰু ব্যঞ্জনান্ত।

১২.২.১. মৌলিক ধাতু ঃ এই শ্ৰেণীৰ ধাতুক অৰ্থপূৰ্ণভাৱে ভাঙি খণ্ড খণ্ড কৰিব নোৱাৰি। যেনে—

কৰ্, দেখ্, পঢ়্, মৰ্, খা, যা, উজা, ধৰ্, ওপজ্, উৰ্, ওলম্, উঘাল,

ফাল্, পাৰ্ আদি।

এইবোৰ ধাতুৰ আধাৰত গঢ় লৈ উঠা ক্ৰিয়াপদ কিছুমান হৈছে—

কৰ্ ঃ কৰোঁ, কৰিছোঁ, কৰিছিলোঁ, কৰিম, কৰক।

ধৰ্ ঃ ধৰা, ধৰিছা, ধৰিছিলা, ধৰিম, ধৰক।

খা ঃ খায়, খাইছে, খাইছিল, খাব ইত্যাদি।

**১২.২.২. গৌণ বা সাধিত ধাতু ঃ** ভাঙি খণ্ড খণ্ডকৈ দেখুৱাব পৰা ধাতুবোৰেই সাধিত ধাতু। সাধিত ধাতুবোৰ ভাঙিলে এটা মূল ধাতু বা মূল শব্দ আৰু এটা বা একধিক প্ৰত্যয় বা সৰ্গ পোৱা যায়। যেনে—

কোৱা, পঢ়ুৱা, চৰিয়া, ধপ্‌ধপা

এই সাধিত ধাতুকেইটা ভাঙিলে আমি নিম্নলিখিত ৰূপকেইটা পাম ঃ

ক + আ, পঢ় + উৱা, চৰ (নামশব্দ) + ইয়া, ধপ্‌ধপ্ + আ

এইদৰে **ক** ধাতুত **-আ** যোগ হৈ কোৱা, **পঢ়** ধাতুত **-উৱা** যোগ হৈ পঢ়ুৱা, চৰ্ নামশব্দত -ইয়া যোগ হৈ **চৰিয়া** আৰু **ধপ্‌ধপ্** ধ্বন্যাত্মক শব্দত -আ যোগ হৈ ধপ্‌ধপা সাধিত ধাতু গঠিত হৈছে। ইয়াৰ পৰা দেখা যায় যে মৌলিক ধাতুত -আ -উৱা, -ইয়া আদি প্ৰত্যয় যোগ কৰি সাধিত ধাতু গঠন কৰা হয়। এই সাধিত ধাতুবোৰকে মূল ধাতু হিচাপে ধৰি পুৰুষ, কাল, দশা আৰু ভাব অনুযায়ী বিভিন্ন সৰ্গ যোগ দি নতুন নতুন ক্ৰিয়া গঠন কৰা হয়।

অসমীয়া ভাষাত সাধিত ধাতু মুখ্যতঃ তিনি প্ৰকাৰ—

(ক) পাঁচনি ধাতু

(খ) নাম ধাতু

(গ) ধ্বন্যাত্মক ধাতু।

কেতিয়াবা কৰ্মবাচ্যৰ ধাতুবোৰকো ইয়াৰ ভিতৰত ধৰিব পৰা যায়। যেনে—

কথাটো ভাল **শুনা** নই।

কামটো এতিয়াও **হোৱা** নাই।

উল্লিখিত বাক্য দুটাৰ **শুনা** (শুন্ + আ) আৰু **হোৱা** (হ + আ) কৰ্মবাচ্যৰ ধাতু। কিয়নো ইয়াত মৌলিক **শুন্** আৰু **হ** ধাতুত কৰ্মবাচ্য গঠনৰ -আ সৰ্গ যোগ হৈ মৌলিক ধাতু দুটা সাধিত ধাতুলৈ ৰূপান্তৰিত হৈছে। মন কৰিবলগীয়া যে পাঁচনি ধাতু, নাম ধাতু আৰু ধ্বন্যাত্মক ধাতুৰ দৰে কৰ্মবাচ্যৰ ধাতুবোৰ পুৰুষ



বিভক্তি, কাল আৰু ভাব অনুযায়ী ৰূপ কৰিব নোৱাৰি।

**পাঁচনি ধাতু ঃ** অসমীয়াত সাধাৰণতে মৌলিক ধাতুত -আ, **-উৱা** আৰু **-ওৱা** প্ৰত্যয় যোগ দি পাঁচনি ধাতু গঠন কৰা হয়। আনক পাঁচি বা আনৰ দ্বাৰা কাৰ্য সমাধা কৰা বুজাবলৈ মৌলিক ধাতুত এই প্ৰত্যয়কেইটা যোগ হ'লে মূল ধাতুটোৰ আদ্য অক্ষৰৰ বা মধ্যাক্ষৰৰ স্বৰৰ গুণৰ পৰিবৰ্তন হয়। আকৃতিগতভাৱে পাঁচনি প্ৰত্যয় তিনিটা যদিও তিনিওটাৰে অৰ্থ প্ৰায় একেই অৰ্থাৎ আন মানুহক পাঁচি কাৰ্য কৰোৱা। অসমীয়াত ব্যৱহৃত কিছুমান পাঁচনি ধাতু হ'ল—

-আ প্ৰত্যয়ান্ত ঃ ক + আ = কোৱা

ল + আ = লোৱা

গা + আ = গোৱা

দি + আ = দিয়া

মৰ্ + আ = মৰা

পি + আ = পিৱা ইত্যাদি।

-আ প্ৰত্যয়ান্ত পাঁচনি ধাতুৰ ক্ৰিয়া হিচাপে বাক্যত ব্যৱহাৰ ঃ

আকাশৰ দ্বাৰা খুৱাক কথাটো **কোৱালোঁ।**

ৰীণাৰ হতুৱাই কিতাপখন ছাৰক **দিয়ালোঁ।**

হাজিৰা মানুহজনৰ দ্বাৰা বাৰীখন পৰিষ্কাৰ **কৰাইছোঁ।**

-উৱা আৰু -ওৱা প্ৰত্যয়ান্ত ঃ

পঢ় + উৱা = পঢ়ুৱা

কান্দ্ + উৱা = কন্দুৱা

নাচ্ + উৱা = নচুৱা

দেখ + উৱা = দেখুৱা

ধো + উৱা = ধুউৱা

কৰ্ + ওৱা = কৰোৱা ইত্যাদি।

এনে পাঁচনি ধাতুৰ বাক্যত ব্যৱহাৰ ঃ

মই আজি ভাইটিক ভাল **কন্দুৱালোঁ।**

কেঁচুৱাটোক গা **ধুউৱালা** নে?

মদনৰ হতুৱাই কামটো **কৰোৱাবা।**

কেতিয়াবা একেটা মৌলিক ধাতুতে দুটা ভিন্ন পাঁচনি প্ৰত্যয় যোগ কৰি

গঠন কৰা পাঁচনি ধাতু দুটাৰ মাজত অৰ্থৰ পৰিবৰ্তন ঘটে। যেনে—

মই তাক বুৰঞ্জী পঢ়াও (নিজে আনক পঢ়ায়।)

মোমাইদেৱে মোক কলেজত **পঢুৱাইছে** (মোৰ পঢ়াৰ দায়িত্ব লৈছে।)

সেইদৰে কৰাওঁ, কৰোৱাওঁ, অনাওঁ, অনোৱাওঁ আদি। অৱশ্যে ইয়াৰ মাজত থকা পাৰ্থক্য অতি সূক্ষ্ম।

**নামধাতু** ঃ সাধাৰণতে বিশেষ্য আৰু বিশেষণ শব্দত -আ, -ইয়া আৰু -উৱা প্ৰত্যয় যোগ দি নামধাতু গঠন কৰা হয়। এই প্ৰত্যয় যোগ হোৱাৰ পাছত কেতিয়াবা নামশব্দটোৰ আদ্যক্ষৰৰ স্বৰৰ পৰিবৰ্তন হয়। উদাহৰণ—

কিল + আ = কিলা
চৰ + আ = চৰা/চৰিয়া (-ইয়া)
ভুকু + আ = ভুকুৱা
লাঠি + আ = লঠিয়া
আঙুলি + ইয়া = আঙুলিয়া
টাঙন + ইয়া = টঙনিয়া
ৰিঙ + ইয়া = ৰিঙিয়া
আগ + উৱা = আগুৱা
পাছ + উৱা = পাছুৱা ইত্যাদি।

এই নামধাতুবোৰৰ ক্ৰিয়াপদ হিচাপে বাক্যত ব্যৱহাৰ ঃ

চোৰটোক ৰাইজে **টঙনিয়াই** মাৰিলে।
মিবানে খঙতে মাম্পুক **চৰিয়ালে**।
বহুত **আগুৱালোঁ**, আৰু নোৱাৰোঁ। আদি।

**ধ্বন্যাত্মক ধাতু** ঃ ধ্বন্যাত্মক ধাতুবোৰ এক প্ৰকাৰ নামধাতুৰেই। কোনো ধ্বনিৰ অনুকৰণত সৃষ্টি হোৱা ধ্বন্যাত্মক শব্দবোৰ সাধাৰণতে নামশব্দ। অৱশ্যে এই জাতীয় কিছুমান শব্দ ধ্বনিৰ অনুকৰণত নহৈ কোনো বস্তু, কাৰ্য বা ৰঙৰ বিৱৰণ, নিস্তব্ধতা, গাঢ়তা, শাৰীৰিক অনুভূতি আদি বিবিধ অৰ্থ প্ৰকাশক ৰূপেও ব্যৱহৃত হয়। এনে অধ্বন্যাত্মক শব্দবোৰো এক প্ৰকাৰ নামশব্দ। এই সকলো ধ্বন্যাত্মক-অধ্বন্যাত্মক শব্দৰ পাছত বিবিধ প্ৰত্যয় যোগ দি এইবোৰ বিশেষণ, ক্ৰিয়াবিশেষণ আদিলৈ ৰূপান্তৰ কৰাৰ দৰে ধাতুলৈও ৰূপান্তৰিত কৰিব পাৰি।



ধাতুলৈ ৰূপান্তৰ কৰোঁতে এই শব্দবোৰৰ পাছত সাধাৰণতে -আ প্ৰত্যয় যোগ হয়। -আ প্ৰত্যয়ান্ত ধ্বন্যাত্মক ধাতুওে অসমীয়া ধাতুৰ ভালেখিনি ঠাই জুৰি আছে। এই ধাতুবোৰ সৰল আৰু যৌগিক দুয়োটা ৰূপতে পোৱা যায়। যেনে—

| | | |
|---|---|---|
| খলক্, | গুণ গুণ + আ | = গুণগুণা |
| কেঁকা, | ধপ্‌ধপ্ + আ | = ধপ্‌ধপা |
| বেবা, | হৰ্‌হৰ্ + আ | = হৰহৰা |
| ফোঁপা, | চেক্‌চেক্ + আ | = চেকচেকা |
| ফেঁকুৰ, | বিজ্‌বিজ্ + আ | = বিজবিজা আদি। |

এই ধ্বন্যাত্মক-অধ্বন্যাত্মক ধাতুবোৰ ক্ৰিয়াপদ হিচাপে বাক্যত এনেদৰে ব্যৱহাৰ কৰিব পাৰি ঃ

ল'ৰাজনে **ফোঁপাইছে**।
ৰোগীজনে **কেঁকাইছে**।
দুৱাৰত কোনে **খট্‌খটাইছে**?
বৰষুণজাক **হৰহৰাই** আহিছে।
গাটো বৰকৈ **বিজ্‌বিজাইছে**। ইত্যাদি।

**যৌগিক ধাতু** ঃ কিছুমান ধাতুৱে কিছুমান বিশেষ্য বা বিশেষণ, অসমাপিকা ক্ৰিয়া, ক্ৰিয়াৰ ভৱিষ্যৎ কালৰ তৃতীয় পুৰুষৰ ৰূপ, ক্ৰিয়াৰ অতীত কৃদন্ত ৰূপ, নিমিত্তাৰ্থক ক্ৰিয়া আৰু প্ৰত্যয়ান্ত ধাতুৰ পাছত লগ লাগি ভিন্ন অৰ্থ প্ৰকাশক এক শ্ৰেণীৰ নতুন ধাতুৰ সৃষ্টি কৰে।[১] এই ধাতুবোৰৰ দুটা মূল (base) অৰ্থাৎ দুটা ভিন্নমূলীয় ৰূপৰ সংযোগত সৃষ্টি হোৱা ধাতুবোৰেই যৌগিক বা সংযুক্ত ধাতু। উদাহৰণ—

(ক) বিশেষ্য আৰু বিশেষণৰ লগত যুক্ত যৌগিক ধাতু ঃ নাম কৰ্, ভাল কৰ্, কাষ চাপ্, মাছ মাৰ্, আৰম্ভ কৰ্, শেষ কৰ্, চুটি কৰ্, চমু কৰ্ আদি।

বাক্যত ব্যৱহাৰৰ প্ৰদৰ্শনমূলক নিদৰ্শন ঃ

আজিৰ পৰা কিতাপখনৰ কাম **আৰম্ভ কৰিলোঁ**।

(খ) অসমাপিকা ক্ৰিয়াৰ লগত যুক্ত যৌগিক ধাতু ঃ খাই পেলা, পৰি যা, লৈ যা, বহি থাক, ৰাখি থ, কৈ চা, বাগৰি পৰি আদি।

১। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ৮৮

বাক্যত ব্যৱহাৰৰ নিদৰ্শন ঃ

মই নহালৈকে তই **বহি থাকিবি।**

(গ) ক্ৰিয়াৰ ভবিষ্যৎ কালৰ তৃতীয় পুৰুষৰ ৰূপৰ লগত যুক্ত যৌগিক ধাতু ঃ খাব পাৰ্, ক'ব পাৰ্, যাব খোজ, বহিব পাৰ্, কৰিব পাৰ্, পঢ়িব পাৰ্ আদি।

বাক্যত ব্যৱহাৰৰ নিদৰ্শন ঃ

নীলিম, তুমি এতিয়া **যাব পাৰা।**

(ঘ) ক্ৰিয়াৰ অতীত কৃদন্ত ৰূপৰ লগত যুক্ত যৌগিক ধাতু ঃ ধৰা পৰ্, অহা-যোৱা কৰ্, খোৱা কৰ্, মৰা পৰ্, শোৱা কৰ্ আদি।

বাক্যত ব্যৱহাৰৰ নিদৰ্শন ঃ

চোৰটো গৃহস্থৰ হাতত **ধৰা পৰিল।**

(ঙ) নিমিত্তাৰ্থক ক্ৰিয়াৰ লগত যুক্ত যৌগিক ধাতু ঃ খাবলৈ ধৰ্, পঢ়িবলৈ বহ্, খাবলৈ উঠ, ৰান্ধিবলৈ লাগ, কৰিবলৈ এৰ্ আদি।

বাক্যত ব্যৱহাৰৰ নিদৰ্শন ঃ

সন্ধ্যা প্ৰাৰ্থনা কৰি উঠি নীনাহঁত **পঢ়িবলৈ বহিছে।**

(চ) প্ৰত্যয়ান্ত ধাতুৰ লগত যুক্ত যৌগিক ধাতু ঃ গচক্ মাৰ্, খলক্ লাগ্, থেকেচ মাৰ্, বাগৰ মাৰ্, চোঁচৰ খা ইত্যাদি।

বাক্যত ব্যৱহাৰৰ নিদৰ্শন ঃ

নয়নাই খঙতে কিতাপৰ বেগটো **থেকেচ্ মাৰি** থ'লে।

দৰাচলতে যৌগিক ধাতুবোৰো এক প্ৰকাৰ সাধিত ধাতু। প্ৰধান পাৰ্থক্য হৈছে, সাধিত ধাতু গঠিত হয় ধাতু বা নামশব্দত কৃৎ বা তদ্ধিত প্ৰত্যয় যোগ হৈ; আনহাতে যৌগিক ধাতুবোৰ গঠিত হয় দুটা ভিন্নমূলীয় ধাতুৰ সংযোগত।

**১২.৩. প্ৰত্যয়ান্ত ধাতু ঃ** অসমীয়া ভাষাত থকা কিছুমান ধাতু বিশ্লেষণ কৰিলে দেখা যায় যে সেই ধাতুবোৰ যিবোৰ মূলৰ পৰা ওলাইছে বুলি ভবা হয়, সেইবোৰৰ পাছত ক্, চ্, ট্, ঠ্, ৰ্, ল্ আৰু হ্ —এইকেইটা ব্যঞ্জন প্ৰত্যয় হিচাপে যোগ হয়। প্ৰত্যয় হিচাপে যোগ হোৱা এই ব্যঞ্জনবোৰে সাধাৰণতে কাৰ্যৰ আকস্মিকতা, ধাৰাবাহিকতা, সাদৃশ্য, পুনঃপুনঃ আদি অৰ্থ প্ৰকাশ কৰে। এই প্ৰত্যয়ান্ত ধাতুবোৰ দেখাত মৌলিক ধাতুৰ দৰেই। এই ধাতুবোৰৰ কিছুমানৰ পাছত -কৈ প্ৰত্যয় যোগ দি সেইবোৰ ক্ৰিয়াবিশেষণ আৰু কিছুমানৰ পাছত আন ধাতু



যোগ দি ওপৰত দেখুওৱাৰ দৰে যৌগিক ধাতু গঠন কৰিব পাৰি। অসমীয়া ভাষাত ব্যৱহৃত এনে কিছুমান প্ৰত্যয়ান্ত ধাতু হ'ল—

-ক্ প্ৰত্যয়ান্ত ধাতু ঃ

খলক্ গৰক্/গচক্
টলক্ থমক্
পিটিক্ সোলক্
চেলেক্ সৰক্, হোঁহক্ আদি।

-চ্ প্ৰত্যয়ান্ত ধাতু ঃ

কৰচ্ খামোচ্
থেকেচ্ মলচ্, আদি।

-ঠ্ প্ৰত্যয়ান্ত ধাতু ঃ

ঘোকট্
চিকুট্
নেওঠ্ আদি।

-ৰ্ প্ৰত্যয়ান্ত ধাতু ঃ

আজোৰ্ জামৰ্
গোচৰ্ বাগৰ্
গোজৰ্ ভেকুৰ্
চোঁচৰ্ চেকুৰ্ ইত্যাদি।

-ল্ প্ৰত্যয়ান্ত ধাতু ঃ

টকাল্ টহল্
তপাল্ মোকল্, লেৰেল্ ইত্যাদি।

-হ্ প্ৰত্যয়ান্ত ধাতু ঃ

চোহ্ (চৰহ্)
ডেমেহ্
থেৰেহ্ ইত্যাদি।

২। Banikanta Kakati : Assamese, Its Formation and development, 1972, p. 339-342

-হু প্ৰত্যয়ান্ত এই ধাতুকেইটাৰ ব্যৱহাৰ বৰ্তমান অসমীয়াত বিৰল। উল্লিখিত আটাইবোৰ প্ৰত্যয়ান্ত ধাতু ড° কাকতিৰ গৱেষণা গ্ৰন্থৰ পৰা লোৱা হৈছে।[২]

**১২.৪.** উল্লিখিত প্ৰত্যয়ান্ত ধাতুবোৰৰো কিছুমান পুৰুষ আৰু কাল অনুযায়ী ৰূপ কৰি নানান ক্ৰিয়াপদ গঠন কৰিব পাৰি। ইয়াৰ বাহিৰেও অসমীয়া ভাষাত আৰু এনে কিছুমান ধাতু আছে, যিবোৰ উৎস অনুযায়ী অষ্ট্ৰিকমূলীয়, তিব্বতবৰ্মীমূলীয় আৰু আৰবী-ফাৰ্চীমূলীয়। কিন্তু এই ধাতুবোৰ অসমীয়া ভাষাৰ লগত এনেদৰে জীন গৈছে যে ভালকৈ চালি-জাৰি নাচালে সেইবোৰ আৰ্য নে আৰ্যভিন্নমূলীয়, ধৰিববই নোৱাৰি। উদাহৰণ স্বৰূপে, সম্ভাব্য অষ্টিকমূলীয় উট্, কামোৰ্, খামোচ, পোত্, বাক্, বিলা, বোটল্, লৰ্, সলা আদি, তিব্বতবৰ্মী পৰিয়ালৰ সম্ভাব্য বড়োমূলীয় চেলেক্, জিৰা, ৰেপ্, আগচ্, ভেকুৰ, চেপ্, গচক্, গবামাৰ্, বিৰ দি, থলামুৰি মাৰ আদি আৰু আৰবী-ফাৰ্চীমূলীয় বদল্, জম্ আদি ধাতুবোৰ শ শ বছৰ অসমীয়া ভাষাত চলি আহিছে আৰু সেইবোৰ আন অসমীয়া ধাতুৰ লগত মিলি পৰিছে। অতি তাৎপৰ্যপূৰ্ণ যে সৰলেই হওক বা যৌগিকেই হওক এইবোৰ ধাতুও অন্যান্য অসমীয়া ধাতুৰ দৰে পুৰুষ আৰু কাল অনুযায়ী ৰূপ কৰি বিভিন্ন ক্ৰিয়াপদ গঠন কৰিব পাৰি। যেনে—

ল'ৰাটোক কুকুৰে **কামুৰিলে**।
পুলিচটোৱে চোৰটোক **গবামাৰি** ধৰিলে।
পূজাত ইমান ভিৰ হৈছে, **বিৰ দি** বাট পাবলৈ নাই।
প্ৰতিবাদকাৰীসকলক পুলিছে আধা বাটতে **আগচি** ধৰিলে।

**১২.৫. ক্ৰিয়া আৰু ক্ৰিয়াৰ প্ৰকাৰভেদ ঃ** উল্লিখিত বিবিধ প্ৰকাৰৰ ধাতুত কাল, ভাব আৰু পুৰুষবাচক বিভক্তি যুক্ত কৰিলে কিছুমান শব্দ বা পদ পোৱা যায়। সেইবোৰেই হৈছে ক্ৰিয়া। ক্ৰিয়াশব্দবোৰে কোনো কাম কৰা, হোৱা বা নোহোৱা অৰ্থ প্ৰকাশ কৰি বাক্যটো সমাপ্ত কৰে। যেনে—

মই পুৱা সদায় কিতাপ **পঢ়োঁ**।
ছুনামিত বহুত মানুহ **মৰিল**।
আমি গৰমৰ বন্ধত দাৰ্জিলিঙলৈ **যাম**।
সভাত বেছি মানুহ **নহ'ল**।

এই বাক্যকেইটাত ক্ৰমে **পঢ়োঁ** শব্দই পঢ়া কাম, **মৰিল** শব্দই মৃত্যু হোৱাৰ কথা, **যাম** শব্দই ভৱিষ্যতে যোৱাৰ কথা আৰু **নহ'ল** শব্দই মানুহ নোহোৱাৰ কথা প্ৰকাশ কৰিছে। বৰ হাতৰ প্ৰথমৰ তিনিটা শব্দই উল্লিখিত কামবোৰ হোৱা আৰু শেষৰ শব্দই নোহোৱা অৰ্থ প্ৰকাশ কৰি প্ৰতিটো বাক্য শেষ হোৱা বুজাইছে। গতিকে **পঢ়োঁ, মৰিল, যাম** আৰু **নহ'ল** ক্ৰিয়াশব্দ।



কিছুমান ক্ৰিয়াই ক্ৰিয়াৰ কাৰ্যৰ অসমাপ্তিৰ লগতে বাক্যৰ অসমাপ্তিও বুজায়। বাক্যটো সমাপ্ত হোৱা বুজাবলৈ এইবোৰ ক্ৰিয়াই আন ক্ৰিয়াৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয়। যেনে—

মাধৱ স্কুলৰ পৰা **আহি** ভাত **খাই** গুৱাহাটীলৈ যাব।

ইয়াত **আহি** আৰু **খাই** ক্ৰিয়াই মাধৱৰ স্কুলৰ পৰা অহা আৰু ভাত খোৱা কাৰ্যৰ অসমাপ্তি বুজাইছে। বাক্যটো শেষ হ'বলৈ পৰৱৰ্তী **গুৱাহাটীলৈ যাব** অংশ অপৰিহাৰ্য।

এইদৰে বাক্যৰ অৰ্থ সম্পূৰ্ণ ব্যক্ত হোৱা বা নোহোৱা অথবা বাক্যৰ সমাপ্তি বা অসমাপ্তি, এনে অৰ্থৰ ওপৰত ভিত্তি কৰি ক্ৰিয়াক বহলভাৱে দুটা ভাগত ভগোৱা হয় ঃ

(ক) সমাপিকা ক্ৰিয়া (finite verb)
(খ) অসমাপিকা ক্ৰিয়া (infinite verb)

**১২.৫.১ সমাপিকা ক্ৰিয়া ঃ** সমাপিকা ক্ৰিয়াই ক্ৰিয়াৰ কাৰ্যৰ সমাপ্তি বুজোৱাৰ লগতে বাক্যও শেষ হোৱা বুজায়। এনেবোৰ ক্ৰিয়া সাধাৰণতে সদায় বাক্যৰ শেষত বহে। বাক্যত সমাপিকা ক্ৰিয়াৰ ব্যৱহাৰ ঃ

মই কবিতা **লিখোঁ**।
তুমি উপন্যাস **লিখিছা**।
মহন্তই ভাগৱত **পঢ়িছে**।

উল্লিখিত বাক্যকেইটাৰ **লিখোঁ, লিখিছা** আৰু **পঢ়িছে** ক্ৰিয়াই কবিতা লিখা, উপন্যাস লিখা আৰু ভাগৱত পঢ়া কাৰ্যৰ সমাপ্তিৰ লগতে বাক্যকেইটাও শেষ হোৱা বুজাইছে। গতিকে এই প্ৰতিটোৱেই সমাপিকা ক্ৰিয়া। সমাপিকা ক্ৰিয়াক সাধ্যা ক্ৰিয়া বুলিও কোৱা হয়।

বাক্য একোটাত ক্ৰিয়াৰ কৰ্ম থকা বা নথকা অনুযায়ী সমাপিকা ক্ৰিয়া দুবিধ ঃ (ক) সকৰ্মক ক্ৰিয়া

(খ) অকৰ্মক ক্ৰিয়া

সকৰ্মক ক্ৰিয়াৰ ব্যৱহাৰ ঃ সকৰ্মক ক্ৰিয়াৰ সদায় একোটা কৰ্ম থাকে। যেনে—

মই অংক **কৰোঁ**।

তুমি বুৰঞ্জী পঢ়া।

ইয়াত পঢ়া ক্ৰিয়াৰ কৰ্ম **বুৰঞ্জী** আৰু **কৰোঁ** ক্ৰিয়াৰ কৰ্ম অংক। কেতিয়াবা একেটা বাক্যতে এটা সমাপিকা ক্ৰিয়াৰ দুটা কৰ্ম থাকিব পাৰে। তেতিয়া এটা ক্ৰিয়াৰ মুখ্য কৰ্ম আৰু আনটো গৌণ কৰ্ম হয়। যেনে—

শিক্ষকে **ছাত্ৰক অংক** শিকাইছে।

ইয়াত **শিকাইছে** ক্ৰিয়াৰ দুটা কৰ্ম ঃ **অংক** আৰু **ছাত্ৰ**। শিক্ষকে কি শিকাইছে? উত্তৰ হ'ব **অংক** অৰ্থাৎ **অংকৰ** লগত **শিকাইছেৰ** প্ৰত্যক্ষ বা পোনপটীয়া সম্পৰ্ক। গতিকে অংক মুখ্য কৰ্ম। আনহাতে 'কাক শিকাইছে' বুলি যদি প্ৰশ্ন কৰা হয়, তেতিয়া উত্তৰ পাম **ছাত্ৰক**, ছাত্ৰৰ লগত **শিকাইছেৰ** সম্পৰ্ক পৰোক্ষ অৰ্থাৎ পোনপটীয়া নহয়। গতিকে **ছাত্ৰক শিকাইছে** ক্ৰিয়াৰ পৰোক্ষ কৰ্ম বা গৌণ কৰ্ম। ইয়াৰ পৰা দেখা যায় যে সকৰ্মক ক্ৰিয়াটোক কি বা কাক বুলি প্ৰশ্ন কৰিলেই উত্তৰ হিচাপে কৰ্মটো ওলাই পৰে। সাধাৰণতে সকৰ্মক ধাতুৰ পৰাই সকৰ্মক ক্ৰিয়া পোৱা যায়। কৰ্, পঢ়্, লিখ্, শিক্, খা আদি সকৰ্মক ধাতু।

**অকৰ্মক ক্ৰিয়াৰ ব্যৱহাৰ** ঃ অসমীয়া ধাতুবোৰৰ কিছুমান সকৰ্মক আৰু কিছুমান অকৰ্মক। অকৰ্মক ধাতুৰ পৰা উদ্ভৱ হোৱা ক্ৰিয়াবোৰেই অকৰ্মক সমাপিকা ক্ৰিয়া। অসমীয়াত থকা কিছুমান অকৰ্মক ধাতু হৈছে ঃ চৰ্, বুৰ্, উৰ্, কান্দ, উঠ, বহ্, যা আদি। এইবোৰ ধাতুৰ পৰা গঢ় লৈ উঠা **উৰিছে, মৰে, উঠিলোঁ, বহিলোঁ, আহিলোঁ, যাম** আদি অকৰ্মক ক্ৰিয়া। অকৰ্মক ক্ৰিয়াৰ কৰ্তাত ১মা -এ বিভক্ত যোগ নহয়। বাক্যত অকৰ্মক ধাতুৰ ব্যৱহাৰ ঃ

চৰাই **উৰে**।

মানুহ **মৰে**।

মই পুৱাই **আহিলোঁ**।

আমি আজি তোমালোকৰ ঘৰলৈ **যাম**।

সাধাৰণতে হঁহা, কন্দা, নচা, ভ্ৰমণ, গমন, শয়ন, পতন, মৰণ আদি অৰ্থত



ধাতুবোৰ অকৰ্মক হয়। অকৰ্মক ধাতুৰ পৰা গঢ় লৈ উঠা কিছুমান অকৰ্মক ক্ৰিয়াক দুই ধৰণে সকৰ্মক ক্ৰিয়া কৰিব পাৰি ঃ

(ক) ক্ৰিয়াৰ অনুৰূপ কৰ্ম সংযোগ কৰি অৰ্থাৎ ধাতুৰ সমগোত্ৰীয় কৰ্ম (cognate object) ব্যৱহাৰ কৰি অকৰ্মক ক্ৰিয়া সকৰ্মক কৰিব পাৰি। যেনে—

তাই **নাচিছে**।

তাই বঢ়িয়া নাচ **নাচিছে**।

ইয়াত প্ৰথম বাক্যত **নাচিছে** অকৰ্মক ক্ৰিয়া আৰু দ্বিতীয় বাক্যত সেই ক্ৰিয়াৰ অনুৰূপ কৰ্ম **নাচ** হোৱাৰ কাৰণে দ্বিতীয় বাক্যৰ **নাচিছে** সকৰ্মক ক্ৰিয়ালৈ ৰূপান্তৰিত হৈছে।

(খ) পাঁচনি ক্ৰিয়া ব্যৱহাৰৰ দ্বাৰাও অকৰ্মক ক্ৰিয়া সকৰ্মক কৰিব পাৰি। যেনে—

মিবানে মাম্পুক **কন্দুৱালে**।

ইয়াত **কান্দ্** ধাতুত পাঁচনি প্ৰত্যয় **-উৱা** যোগ হোৱাত **কন্দুৱালে** সকৰ্মক ক্ৰিয়া হৈছে আৰু ইয়াৰ কৰ্ম হৈছে **মাম্পুক**।

**১২.৫.২. অসমাপিকা ক্ৰিয়া** ঃ এই ক্ৰিয়াই বাক্যৰ অৰ্থ সম্পূৰ্ণ কৰিব নোৱাৰে। বাক্য সম্পূৰ্ণ কৰিবলৈ অসমাপিকা ক্ৰিয়াই অন্য ক্ৰিয়াৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। যেনে—

ৰীতা ভাত **খাই** শুলে।

ইয়াত **খাই** ক্ৰিয়াই বাক্যটোৰ অৰ্থ সম্পূৰ্ণ কৰিব পৰা নাই; ইয়াৰ পাছত **শুলে** ক্ৰিয়া ব্যৱহাৰ কৰিলতহে বাক্যৰ অৰ্থও সম্পূৰ্ণকৈ প্ৰকাশ পালে আৰু বাক্যটোও শেষ হোৱা বুজালে। গতিকে বাক্যৰ অৰ্থ সম্পূৰ্ণ কৰিবলৈ 'খাই' ক্ৰিয়া **শুলে** সমাপিকা ক্ৰিয়াৰ ওপৰত নিৰ্ভৰশীল। গতিকে **খাই** অসমাপিকা ক্ৰিয়া।

অসমাপিকা ক্ৰিয়া গঠন কৰা কৃৎ প্ৰত্যয় হৈছে **-ই**। যিকোনো ধাতুৰ পাছত এই কৃৎ প্ৰত্যয় যোগ কৰি অসমাপিকা ক্ৰিয়া সিদ্ধ বা গঠন কৰা হয়। কাল আৰু পুৰুষ অনুযায়ী এইবোৰ ক্ৰিয়া ৰূপ নহয়। ইহঁত সিদ্ধ ৰূপৰ। সেয়েহে অসমাপিকা ক্ৰিয়াক সিদ্ধা ক্ৰিয়াও বোলা হয়। অসমীয়া ভাষাৰ এনে কিছুমান সিদ্ধা বা অসমাপিকা ক্ৰিয়া হৈছে ঃ **কৰি, পঢ়ি, হাঁহি, কান্দি, নাচি, লিখি, শুই, বহি, উঠি, মাৰি, ঘুৰি, ফুৰি, চৰি** ইত্যাদি।

এটা সমাপিকা ক্ৰিয়াৰ অসমাপিকা ক্ৰিয়া থাকিবও পাৰে, নাথাকিবও পাৰে; অসমাপিকা থকা-নথকাটো বক্তাৰ কথা কোৱাৰ ধৰণৰ ওপৰত নিৰ্ভৰশীল। তথাপি বাক্য সংক্ষিপ্ত আৰু শ্ৰুতিমধুৰ কৰিবলৈ আৰু এটা সমাপিকা ক্ৰিয়াৰ লগত কেইবাটাও কাৰ্য কৰাৰ অৰ্থ প্ৰকাশ কৰিবলৈ অসমাপিকা ক্ৰিয়াৰ অৱশ্যেই প্ৰয়োজন আছে। এনে ক্ষেত্ৰত এটা সমাপিকা ক্ৰিয়াৰ এটা বা একাধিক অসমাপিকা ক্ৰিয়া থাকিব পাৰে। যেনে—

সি গা **ধুই** ভাত **খাই** কাপোৰ-কানি **পিন্ধি** স্কুললৈ **গ'ল**।

এই বাক্যটোত **সি** কৰ্তাই কেইবাটাও কাম কৰিলে—গা ধুলে, ভাত খালে, কাপোৰ-কানি পিন্ধিলে আৰু স্কুললৈ গ'ল। ইয়াৰ ভিতৰত তেওঁৰ স্কুললৈ যোৱাটোৱেই প্ৰধান আৰু শেহৰ কাৰ্য, আৰু এই কাৰ্য বুজোৱা **গ'ল** ক্ৰিয়াই বাক্যটো সম্পূৰ্ণ কৰিছে। গতিকে **গ'ল** সমাপিকা ক্ৰিয়াৰ অসমাপিকা ক্ৰিয়া তিনিটা ঃ **ধুই, খাই** আৰু **পিন্ধি**, ইহঁতে তিনিটা পৃথক বাক্য সংযোগ কৰি এটা কৰিছে। এইদৰে একেটা কৰ্তাৰে এটা মাথোন সমাপিকা ক্ৰিয়া আৰু এটা বা একাধিক অসমাপিকা থাকিলে তাক এক কৰ্তৃক সমাপিকা ক্ৰিয়া বোলা হয়।

অসমাপিকা ক্ৰিয়াৰ ক্ষেত্ৰত আৰু এটা মন কৰিবলগীয়া কথা হৈছে যে ই বাক্যহে সম্পূৰ্ণ কৰিব নোৱাৰে; কিন্তু কেতিয়াবা কোনো এটা কাৰ্য শেষ কৰা বা চলি থকা বুজাব পাৰে। যেনে—

ৰামে ৰাৱনক **মাৰি** সীতাক উদ্ধাৰ কৰিলে।

যাদৱে অংক **কৰি** আছে।

ইয়াৰে প্ৰথম বাক্যৰ **ৰামে ৰাৱনক মাৰি**, মানে মাৰি উঠি অৰ্থাৎ মৰা কাৰ্য শেষ কৰিহে সীতাক উদ্ধাৰ কৰিলে। গতিকে **মাৰি** অসমাপিকাত কাৰ্য এটা শেষ কৰাৰ অৰ্থ নিহিত আছে, কিন্তু ই বাক্যৰ সমাপ্তি বুজোৱা নাই। আনহাতে দ্বিতীয় বাক্যৰ **কৰি** অসমাপিকাইও অংক কৰা কাৰ্যটো চলি থকাহে বুজাইছে, বাক্যটোৰ সমাপ্তি বুজাইছে আছে ক্ৰিয়াইহে। গতিকে অসমাপিকা ক্ৰিয়াই সদায় বাক্যৰ অসমাপ্তিহে বুজায়, সেই ক্ৰিয়াৰ কাৰ্য বা ভাবৰ সমাপ্তি নুবুজাবও পাৰে।

**১২.৬. ক্ৰিয়াৰ অসমাপিকা ৰূপ গঠন কৰা অন্যান্য প্ৰত্যয় ঃ** অতীত কৃদন্ত পদ গঠন কৰা **-লে, -ইলে** আৰু **-লত/-ইলত** প্ৰত্যয় কোনো ধাতুৰ পাছত যোগ দিও অসমাপিকা ক্ৰিয়া গঠন কৰিব পাৰি। সাধাৰণতে কৃৎ প্ৰত্যয়ান্ত কৃদন্ত



শব্দই বাক্যৰ অৰ্থ সম্পূৰ্ণ কৰিব নোৱাৰে। অসমাপিকাৰূপে কৃৎ প্ৰত্যয়ান্ত কৃদন্ত শব্দৰ ব্যৱহাৰ ঃ

দাদাই **পঢ়িলে** ময়ো পঢ়িম।

দৰৱ **খালে** অসুখ গুচে।

সি **গ'লত** মই শুলোঁ।

পুলিচ **আহিলত** ডকাইতবোৰ পলাল।

উল্লিখিত বাক্যকেইটাত থকা ক্ৰমে **পঢ়িলে, খালে, গ'লত, আহিলত** কৃদন্ত পদে বাক্যৰ অৰ্থ সম্পূৰ্ণ কৰা নাই বাবে সিহঁত এক প্ৰকাৰ অসমাপিকা ক্ৰিয়া। এনে অসমাপিকা ক্ৰিয়াৰ কাৰ্যৰ ওপৰতে উল্লিখিত বাক্যকেইটাৰ **পঢ়িম, গুচে, শুলোঁ** আৰু **পলাল** সমাপিকা ক্ৰিয়াকেইটাৰ কাৰ্য নিৰ্ভৰ কৰে। ইয়াৰ পৰা দেখা যায় যে **-লে/-ইলে, -লত/-ইলত** প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়াযুক্ত বাক্যবোৰৰ দুটা অংশ আৰু দুয়োটা অংশৰে কৰ্তাও পৃথক পৃথক। উল্লিখিত বাক্যকেইটাৰ প্ৰথম অংশই অকলে অৰ্থ প্ৰকাশ কৰিব নোৱাৰে; কিন্তু দ্বিতীয় অংশ অকলে অৰ্থবহ অৰ্থাৎ **ময়ো পঢ়িম, অসুখ গুচে** আদি অংশই অকলে অৰ্থ প্ৰকাশ কৰিব পাৰে; মাত্ৰ **ময়ো পঢ়াৰ, অসুখ গুচাৰ** কাৰ্য নিৰ্ভৰ কৰিব পৃথক কৰ্তা থকা **দাদাই পঢ়িলে, দৰৱ খালে** অংশৰ ওপৰতহে। এইদৰে পৃথক কৰ্তা থকা অসমাপিকা ক্ৰিয়াক ভিন্ন কৰ্তৃক অসমাপিকা ক্ৰিয়া বোলা হয়।

**-ওঁতে** আৰু **-ওঁৱাত** প্ৰত্যয়ান্ত বৰ্তমান কৃদন্ত ৰূপৰ দ্বাৰাও ক্ৰিয়াৰ অসমাপিকা ৰূপ পাব পাৰি। বৰ্তমান কৃদন্ত শব্দৰ অসমাপিকাৰূপে ব্যৱহাৰ এনেধৰণৰ—

মই ভাত **খাওঁতে** তেওঁ আহি পালে।

ঔষধ **খুওৱাত** তাৰ অসুখ ভাল হ'ল।

এই বাক্য দুটাতো **খাওঁতে** আৰু **খুওৱাত** কৃদন্ত শব্দ দুটা ক্ৰমে **আহি পালে** আৰু **ভাল হ'ল** যৌগিক সমাপিকা ক্ৰিয়াৰ অসমাপিকা ৰূপ।

অসমীয়াত **-ইব/-ইবলৈ** প্ৰত্যয়ান্ত নিমিত্তাৰ্থক ক্ৰিয়াবোৰো এক প্ৰকাৰৰ অসমাপিকা ক্ৰিয়া। কিয়নো **চাবলৈ, মাৰিবলৈ, পঢ়িবলৈ** আদি নিমিত্তাৰ্থক ক্ৰিয়াই বাক্যবোৰ শেষ হোৱা নুবুজায়; তাৰ পাছত ক্ৰমে **গ'ল, যাওঁ, আছে** আদি সমাপিকা ক্ৰিয়া যোগ হ'লেহে বাক্য সম্পূৰ্ণ হয়। যেনে—

আকাশ চিনেমা চাবলৈ গ'ল।

বিহুৰ ভোজৰ বাবে মাছ মাৰিবলৈ যাওঁ।

মোৰ আজি বহুত পঢ়িবলৈ আছে।

-লে/-ইলে আৰু -ওঁতে প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়াবোৰ নঞৰ্থক ৰূপতো পোৱা যায়। যেনে—

বৰষুণ নেৰিলে ঘৰৰ পৰা নোলাবা।

ৰাম নৌ ওপজোঁতেই ৰামায়ণ ৰচনা কৰা হৈছিল।

এই বাক্য দুটাৰ পৰা দেখা যায় যে নঞৰ্থক অসমাপিকা ক্ৰিয়া থকা বাক্যৰ সমাপিকা ক্ৰিয়াটো নঞৰ্থকো হ'ব পাৰে নতুবা অস্ত্যৰ্থকো হ'ব পাৰে। প্ৰথম বাক্যৰ অসমাপিকা আৰু সমাপিকা ক্ৰিয়া, দুয়োটাই নঞৰ্থক। আনহাতে দ্বিতীয় বাক্যত অসমাপিকা ক্ৰিয়াটো নঞৰ্থক আৰু সমাপিকা ক্ৰিয়াটো অস্ত্যৰ্থক।

**১২.৭. ক্ৰিয়াৰ পুৰুষ** ঃ কৰ্তা অনুসৰি ক্ৰিয়াৰ পুৰুষ তিনিটা ঃ

প্ৰথম পুৰুষ (first person)

দ্বিতীয় পুৰুষ (second person)

তৃতীয় পুৰুষ (third person)

ক্ৰিয়াৰ যি বক্তা অৰ্থাৎ যি নিজৰ বিষয়ে কয়, সি প্ৰথম পুৰুষ। মই, আমি প্ৰথম পুৰুষৰ ক্ৰিয়াৰ কৰ্তা। যেনে—মই/আমি সমাজৰ কাম কৰোঁ।

যাৰ প্ৰতি বা ওচৰত উপস্থিত যাক লক্ষ্য কৰি কিবা কোৱা হয়, সি দ্বিতীয় পুৰুষ। তই, তুমি, আপুনি, তহঁত, তোমালোক আৰু আপোনালোক দ্বিতীয় পুৰুষৰ ক্ৰিয়াৰ কৰ্তা। যেনে—

তই পঢ়। তহঁতে পঢ়।

তুমি পঢ়া। তোমালোকে পঢ়া।

অনুপস্থিত বা আঁতৰত থকা যাক লক্ষ্য কৰি বা যাৰ সম্বন্ধে কিবা কোৱা হয়, সি তৃতীয় পুৰুষ। সি, তাই, তেওঁ, তেখেত, সিহঁত, তেওঁলোক আদি তৃতীয় পুৰুষৰ ক্ৰিয়াৰ কৰ্তা। দৰাচলতে উল্লিখিত প্ৰথম আৰু দ্বিতীয় পুৰুষৰ সৰ্বনামকেইটাৰ বাহিৰে আটাইবোৰ নামশব্দই তৃতীয় পুৰুষৰ। বাক্যত এই সৰ্বনামৰ ব্যৱহাৰ—

সি আহিছে। সিহঁত আহিছে।

তাই আহিছে। তাইহঁত আহিছে।



তেওঁ আহিছে। তেওঁলোক আহিছে।

তেখেত আহিছে। তেখেতসকল আহিছে।

উল্লিখিত বৰহাতৰ আটাইবোৰ সৰ্বনামেই চুটি বাক্যকেইটাৰ শেষত বহা ক্ৰিয়াকেইটাৰ কৰ্তা।

সৰ্বনাম অধ্যায়ত উল্লেখ কৰা হৈছে যে অসমীয়া ভাষাত থকা অধিক মান্যাৰ্থৰ সৰ্বনাম আপুনি, আপোনালোক অৰ্থৰ পিনৰ পৰা দ্বিতীয় পুৰুষ (you, thou); কিন্তু ব্যৱহাৰিক আৰু প্ৰায়োগিক দিশৰ পৰা চালে ই তৃতীয় পুৰুষৰ সৰ্বনাম। কিয়নো আপুনি/আপোনালোক সৰ্বনামৰ ক্ৰিয়া সদায় তৃতীয় পুৰুষৰ। যেনে—

সি পঢ়ে। সিহঁতে পঢ়ে।

সি যায়। সিহঁত যায়।

আপুনি পঢ়ে। আপোনালোকে পঢ়ে।

আপুনি যায়। আপোনালোক যায়।

ইয়াত তৃতীয় পুৰুষৰ সি সৰ্বনামৰ লগত যি তৃতীয় পুৰুষৰ ক্ৰিয়া পঢ়ে, যায় বহিছে, দ্বিতীয় পুৰুষৰ ভিতৰত ধৰা আপুনি সৰ্বনামৰ লগতো সেই একে ক্ৰিয়া বহিছে। তাৰ সলনি 'আপুনি যোৱা', 'আপুনি পঢ়া' কৰিলে বাক্য বিন্যাসগতভাৱে বাক্য দুটা ভুল হ'ব। এই পিনৰ পৰা আপুনি সৰ্বনাম তৃতীয় পুৰুষৰ ভিতৰত পৰে।

ক্ৰিয়াৰ প্ৰতিটো পুৰুষ নিৰ্দিষ্টকৈ বুজাবলৈ কিছুমান সৰ্গ আছে। পুৰুষবাচক এই সৰ্গবোৰেই পুৰুষ বিভক্তি বা ক্ৰিয়া বিভক্তি। পুৰুষ অনুযায়ী ক্ৰয়াবিভক্তিবোৰ তালিকা কৰি দেখুওৱা হ'ল।

| | |
|---|---|
| প্ৰথম পুৰুষ | -ওঁ |
| দ্বিতীয় পুৰুষ | |
| তুচ্ছাৰ্থক | -অ |
| মান্যাৰ্থক | -আ |
| তৃতীয় পুৰুষ | -এ, -য় |

অসমীয়াত ক্ৰিয়াৰ এই পুৰুষবাচক বিভক্তিবোৰ বচন নিৰপেক্ষ অৰ্থাৎ একবচন আৰু বহুবচনৰ বিভক্তিৰ মাজত কোনো পাৰ্থক্য নাই। একেটা পুৰুষবাচক

ক্ৰিয়া বিভক্তিয়েই একবচন আৰু বহুবচনৰ পুৰুষ বুজায়। বচন অনুযায়ী ক্ৰিয়া বিভক্তিৰ ব্যৱহাৰ ঃ

| একবচন | বহুবচন |
|---|---|
| মই পঢ়োঁ। | আমি পঢ়োঁ। |
| তই পঢ় (পঢ় + অ)। | তহঁতে পঢ় (পঢ় + -অ)। |
| তুমি পঢ়া। | তোমালোকে পঢ়া। |
| সি পঢ়ে। | সিহঁতে পঢ়ে। |

ইয়াৰ পৰা দেখা যায় যে অসমীয়াত বচন অনুযায়ী ক্ৰিয়া বিভক্তিৰ ৰূপৰ কোনো পৰিবৰ্তন নহয়। একবচনত যি ৰূপ, বহু বচনতো সেই একে ৰূপেই হয়। কিন্তু কেতিয়াবা কেতিয়াবা প্ৰথম আৰু দ্বিতীয় পুৰুষৰ ক্ৰিয়াৰ পাছত বহুবচন বুজাবলৈ **হঁক** বা **হঁত** ব্যৱহাৰ কৰা হয়। বাক্যত এই ৰূপ দুটাৰ প্ৰয়োগ এনে ধৰণৰ ঃ

ব'ল, আমি কামটো **কৰোঁহঁক**।

ঐ, তহঁতে ভাত **খালিহঁতনে**?

তোমালোকে এতিয়া **পঢ়াহঁক**।

অৱশ্যে এনে প্ৰয়োগ বক্তাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল। বৰ্তমান ক্ৰিয়াৰ এনে বহুবচনৰ ৰূপৰ ব্যৱহাৰ নোহোৱা হৈ আহিছে।

**১২.৮. ক্ৰিয়াৰ ভাব (mood) ঃ** ক্ৰিয়াৰ ভাব অনুসৰিও ধাতুবোৰ ৰূপ কৰিব পাৰি। যেনে—

আপুনি **বহক**।

তেওঁ **খাওক**।

উল্লিখিত বৰহাতৰ ক্ৰিয়াপদ দুটাৰ মূল ধাতু হ'ল **বহ্** আৰু **খা**, যি সাধাৰণ বহা আৰু খোৱা কাৰ্যৰ নিৰ্দেশ কৰে। কিন্তু সেই ধাতু দুটাত ক্ৰমে **-অক** আৰু **-ওক** সৰ্গ যোগ হোৱাত **বহক** আৰু **খাওক** ক্ৰিয়া পোৱা গ'ল। এই ক্ৰিয়া দুটাৰ মাজত সাধাৰণ বহা বা খোৱা কাৰ্য কৰিবলৈ কাৰোবাক আদেশ বা অনুৰোধ কৰাৰ ভাব বা ৰীতি নিহিত হৈ আছে। এইদৰে ক্ৰিয়াৰ দ্বাৰা বৰ্ণিত কাৰ্য সংঘটিত হোৱাৰ যি ৰীতি বা ভাব, সিয়েই ক্ৰিয়াৰ ভাব (mood)। অসমীয়াত ক্ৰিয়াৰ ভাব দুটা—

নিৰ্দেশক ভাব (indicative mood)



অনুজ্ঞা ভাব (imperative mood)

**১২.৮.১ নিৰ্দেশক ভাব ঃ** নিৰ্দেশকভাৱে কোনো এক সময়ৰ কোনো এটা কাৰ্য মাত্ৰ প্ৰকাশ কৰে। বৰ্তমান, অতীত আৰু ভৱিষ্যত, কেউটা কালৰ ক্ৰিয়া নিৰ্দেশক ভাবৰ হ'ব পাৰে। নিৰ্দেশক ভাবৰ কাৰণে নিৰ্দিষ্ট কোনো বিভক্তি নাই। পুৰুষবাচক ক্ৰিয়া বিভক্তিয়েই নিৰ্দেশক ভাবৰো বিভক্তি। যেনে—

মই পঢ়োঁ /পঢ়িলোঁ / পঢ়িম।

তই পঢ় /পঢ়িলি / পঢ়িবি।

তুমি পঢ়া /পঢ়িলা / পঢ়িবা।

সি পঢ়ে /পঢ়িলে /পঢ়িব।

উল্লিখিত বৰহাতৰ ক্ৰিয়াকেইটাই কেৱল পুৰুষবাচক বিভক্তিৰ দ্বাৰাই নিৰ্দেশক ভাব প্ৰকাশ কৰিছে। দৰাচলতে ক্ৰিয়াৰ সাধাৰণ ভাব প্ৰকাশৰ উপায়েই হৈছে নিৰ্দেশক ভাব।

**১২.৮.২. অনুজ্ঞা ভাব ঃ** অনুজ্ঞা ভাবত আদেশ, অনুৰোধ, অনুমতি, আশীৰ্বাদ, ইচ্ছা আদি অৰ্থ প্ৰকাশিত হয়। অনুজ্ঞা নিত্য বৰ্তমান কালৰ দ্বিতীয় আৰু তৃতীয় পুৰুষত আৰু ভৱিষ্যত কালৰ দ্বিতীয় পুৰুষত পোৱা যায়। দ্বিতীয় পুৰুষৰ তুচ্চাৰ্থ, মান্যাৰ্থ আৰু অধিক মান্যাৰ্থৰ ৰূপ আছে। কিন্তু দ্বিতীয় পুৰুষৰ অধিক মান্যাৰ্থৰ ক্ৰিয়াত সদায় তৃতীয় পুৰুষৰ বিভক্তি যোগ হয়। কাল আৰু পুৰুষ অনুযায়ী অনুজ্ঞাৰ বিভক্তিবোৰ এনে ধৰণৰ—

| | দ্বিতীয় পুৰুষ | | তৃতীয় পুৰুষ |
|---|---|---|---|
| | তুচ্ছ | মান্য | |
| বৰ্তমান কাল | ∅ | -আ | -অক/-ওক |
| ভৱিষ্যৎ কাল | -ইবি/-বি | -ইবা/-বা | |

**অনুজ্ঞাৰ বিভক্তিৰ ব্যৱহাৰ ঃ** পঢ় আৰু যা ধাতু অনুজ্ঞাৰ বৰ্তমান কালৰ দ্বিতীয় আৰু তৃতীয় পুৰুষ আৰু ভৱিষ্যত কালৰ দ্বিতীয় পুৰুষত ৰূপ কৰি তাৰ ব্যৱহাৰ দেখুওৱা হ'ল ঃ

| | পঢ় আৰু যা ধাতু | | |
|---|---|---|---|
| | দ্বিতীয় পুৰুষ | | তৃতীয় পুৰুষ |
| | তুচ্চ | মান্য | |
| বৰ্তমান কাল | তই পঢ়<br>তই যা | তুমি পঢ়া<br>তুমি যোৱা | আপুনি/সি পঢ়ক<br>আপুনি/সি যাওক। |
| ভৱিষ্যত কাল | তই পঢ়িবি<br>তই যাবি | তুমি পঢ়িবা<br>তুমি যাবা | |

বৰ্তমান কালৰ দ্বিতীয় পুৰুষৰ তুচ্চাৰ্থত অনুজ্ঞা বুজোৱা কোনো বিভক্তি যোগ নহয়। উল্লিখিত (তই) পঢ় আৰু (তই) যা ধাতুত কোনো বিভক্তি যোগ হোৱা নাই। পঢ় আৰু যা ধাতুতেই অনুজ্ঞাৰ ভাব নিহিত হৈ আছে। সেয়েহে এই ধাতু দুটাত অনুজ্ঞাৰ শূন্য (০) বিভক্তি যোগ হোৱা বুলি ধৰি পঢ় আৰু যা-ক অনুজ্ঞাৰ বৰ্তমান কালৰ দ্বিতীয় পুৰুষৰ ক্ৰিয়া বোলা হয়। মন কৰিবলগীয়া যে অসমীয়া ভাষাত অনুজ্ঞাবাচক এটা বিশেষ সুৰ বা লয় আছে। কথা কোৱাৰ বা বাক্যৰ সেই সুৰ বা লয়েহে অনুজ্ঞাৰ আদেশ, অনুৰোধ আদি অৰ্থ প্ৰকাশ কৰে।[৩] উল্লিখিত 'তই পঢ়', 'তই যা' বাক্যতো অনুজ্ঞাবোধক আ.দেশৰ সুৰ নিহিত হৈ আছে। দ্বিতীয় পুৰুষৰ তুচ্চাৰ্থক অনুজ্ঞাৰ আন কিছুমান ক্ৰিয়া হৈছে—**কৰ্, ধৰ্, পঢ়, বহ্, মৰ্, খা, শো, ধো** আদি।

আনহাতে অনুজ্ঞাৰ দ্বিতীয় পুৰুষৰ মান্যাৰ্থক -আ বিভক্তি নিৰ্দেশক ভাবৰ দ্বিতীয় পুৰুষৰ মান্যাৰ্থক -আ বিভক্তিৰে দেখাত একে। কিন্তু অনুজ্ঞাবোধক এক বিশেষ সুৰে নিৰ্দেশক ভাবৰ ক্ৰিয়াৰ পৰা অনুজ্ঞাৰ ক্ৰিয়াক পৃথক কৰিছে। উল্লিখিত (তুমি) পঢ়া আৰু (তুমি) যোৱা ক্ৰিয়াত আদেশৰ সুৰ নিহিত হৈ থকাৰ কাৰণে সেই দুটা অনুজ্ঞাৰ ক্ৰিয়া। অনুজ্ঞাৰ এনে ধৰণৰ ক্ৰিয়া কিছুমান হৈছে—**কৰা, খোৱা, ধৰা, বহা, শোৱা** আদি।

বৰ্তমান কালৰ তৃতীয় পুৰুষৰ -অক আৰু -ওক একেটা বিভক্তিয়েই। কিন্তু ই ধ্বনি সাপেক্ষ। আ-স্বৰান্ত ধাতুত -ওক আৰু আ-ভিন্ন আন স্বৰান্ত বা ব্যঞ্জনান্ত ধাতুত -অক যোগ হয়। -অক/-ওক বিভক্তি স্পষ্টভাৱে অনুজ্ঞাবোধক। সেই

৩। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণ প্ৰৱেশ, পৃ. ১৩২



বিভক্তিযুক্ত উল্লিখিত পঢ়ক আৰু যাওক ক্ৰিয়াত অনুৰোধ আৰু অনুমতিৰ সুৰ স্পষ্ট আছে। সেয়েহে পঢ়ক আৰু যাওক অনুজ্ঞাৰ বৰ্তমান কালৰ তৃতীয় পুৰুষৰ ক্ৰিয়া। এনে ধৰণৰ আন কিছুমান ক্ৰিয়া হৈছে ঃ ধৰক্, কৰক্, বহক্, খাওক, গাওক, শোৱক, ধোৱক আদি।

ভৱিষ্যত কালৰ দ্বিতীয় পুৰুষৰ অনুজ্ঞাৰ বিভক্তিৰো দুটাকৈ ৰূপ—তুচ্চাৰ্থক **-ইবি/-বি** আৰু মান্যাৰ্থক **-ইবা/-বা**। এই বিভক্তিকেইটাও ধ্বনি সাপেক্ষ। সাধাৰণতে ব্যঞ্জনান্ত ধাতুত **-ইবি/-ইবা** আৰু স্বৰান্ত ধাতুত **-বি, বা** যোগ হয়। এই বিভক্তিকেইটা ভৱিষ্যত কালৰ নিৰ্দেশক ভাবৰ বিভক্তিৰ সৈতে আকৃতিগত বা গাঠনিকভাৱে দেখাত একে। কিন্তু এই বিভক্তিকেইটাৰ যোগত সৃষ্ট ক্ৰিয়াৰ মাজত থকা অনুজ্ঞাবোধক সুৰ বা লয়ে নিৰ্দেশক ভাবৰ ক্ৰিয়াৰ পৰা অনুজ্ঞাৰ ক্ৰিয়াক পৃথক কৰিছে। উল্লিখিত 'তই পঢ়িবি', 'তই যাবি' আৰু 'তুমি পঢ়িবা', 'তুমি যাবা' বাক্যত থকা সুৰে **পঢ়িবি, যাবি, পঢ়িবা, যাবা** ক্ৰিয়াক আদেশবোধক অনুজ্ঞাৰ ক্ৰিয়াৰূপে প্ৰতিষ্ঠা কৰিছে। ভৱিষ্যত অনুজ্ঞাৰ আন কিছুমান ক্ৰিয়া হৈছে—আহিবি, কৰিবি, লিখিবি, খাবি, দিবি, নিবি, শুবি, আহিবা, কৰিবা, লিখিবা, খাবা, হ'বা, দিবা, নিবা, শুবা আদি। এনে ক্ৰিয়াৰ বাক্যত ব্যৱহাৰৰ দুটামান নিদৰ্শন হৈছে—

আই চাই ব্যয় **কৰিবি**।
নিশা সোনকালে ভাত **খাবি**।
আহৰি সময়ৰ সৎ ব্যৱহাৰ **কৰিবা**।
যিকোনো কামত দৃঢ় প্ৰতিজ্ঞ **হ'বা**।

অনুজ্ঞাৰ দ্বিতীয় আৰু তৃতীয় পুৰুষৰ ৰূপৰ পাছত কেতিয়াবা -চোন আৰু দেই অব্যয় স্বাৰ্থিক প্ৰত্যয়ৰ দৰে ব্যৱহাৰ কৰি আদেশ বা অনুৰোধৰ অৰ্থ অধিক স্পষ্ট কৰিব পাৰি। যেনে—

তুমি অংকটো **কৰাচোন**। আজি **আহিবাচোন**।
তই কোঠাটো **সাৰচোন**। নামঘোষাখন **পঢ়িবাচোন**।
আপুনি এতিয়া **যাওকচোন**।
তুমি এতিয়া যোৱা **দেই**। বিয়ালৈ আহিবা **দেই**।

**অনুজ্ঞাৰ নঞৰ্থক ৰূপ ঃ** বৰ্তমান কালৰ অনুজ্ঞাৰ নঞৰ্থক ৰূপ নাই। কিন্তু

ভৱিষ্যত কালৰ দ্বিতীয় পুৰুষৰ তুচ্চাৰ্থ-মান্যাৰ্থ দুয়োটাৰে অনুজ্ঞাৰ ৰূপ পোৱা যায়। যেনে—

তই আজি নাহিবি। তুমি আজি নাহিবা।
তই গা নুধুবি। তুমি গা নুধুবা।
বৰকৈ নিচিঞৰিবি। বৰকৈ নিচিঞৰিবা।

কেতিয়াবা অনুজ্ঞাৰ নঞৰ্থক ক্ৰিয়াৰ পাছতো -চোন, দেই প্ৰত্যয় যোগ দি নঞৰ্থক ভাবটোক বেছি স্পষ্ট কৰা হয়। যেনে—

তই এনেকৈ নকবিচোন।
ৰাতিখন গা নুধুবিচোন।
তুমি আজি নাহিবা দেই।

মন কৰিবলগীয়া যে অনুজ্ঞাৰ দ্বিতীয় আৰু তৃতীয় পুৰুষৰ বিভক্তিকেইটা মৌলিক বা সাধিত যিকোনো ধাতুৰ পাছত যোগ হ'ব পাৰে। ওপৰত উল্লেখ কৰা অনুজ্ঞাৰ আটাইবোৰ ক্ৰিয়াৰে মূল মৌলিক ধাতু। সাধিত ধাতুত অনুজ্ঞাৰ বিভক্তি এনেদৰে ব্যৱহাৰ কৰা হয়—

তুমি কামটো ভালকৈ **কৰাবা**।
তই ৰুণুক ভালকৈ **পঢ়াবি**।
শিক্ষকে ছাত্ৰক **পঢ়াওক**।
মাকে কেঁচুৱাক **খুৱাওক**।

উল্লিখিত বাক্যকেইটাৰ বৰহাতৰ অনুজ্ঞাৰ ক্ৰিয়াকেইটাৰ মূল হৈছে সাধিত ধাতু **কৰা**, **পঢ়া** আৰু **খুৱা**। এই সাধিত ধাতুকেইটাত ক্ৰমে -বা, -বি আৰু -ওক বিভক্তি যোগ কৰি অনুজ্ঞাৰ অৰ্থ প্ৰকাশ কৰা হৈছে।

দুই-এখন অসমীয়া ব্যাকৰণত সম্ভাব্য অতীত কাল আৰু নিমিত্তাৰ্থক ক্ৰিয়া বুজোৱা ৰূপবোৰক ক্ৰিয়াৰ ভাবৰ (mood) ভিতৰত ধৰি আলোচনা কৰা হৈছে।[৪] দৰাচলতে সেই দুয়োবিধ ক্ৰিয়াপদৰ একোটা ভাগহে। প্ৰথমটোৱে ক্ৰিয়াৰ চৰ্তসাপেক্ষতা আৰু দ্বিতীয়টোৱে নিমিত্ত অৰ্থ প্ৰকাশ কৰে। নিমিত্তাৰ্থক ক্ৰিয়া অসমাপিকা ক্ৰিয়াৰে এটা ৰূপ। আনহাতে ক্ৰিয়াৰ চৰ্তসাপেক্ষতা হৈছে সম্ভাব্য অতীত কাল (conditional past tense)।

৪। ভগবান মৰল ঃ অসমীয়া ব্যাকৰণ জ্যোতি, পৃ. ২৬-২৭



**১২.৯. ক্ৰিয়াৰ কাল ঃ** ক্ৰিয়াৰ কালে কোনো কাৰ্য ঘটা বা সম্পন্ন হোৱাৰ সময়ক বুজায়। কিন্তু সময়ৰ বাস্তৱ ধাৰণা আৰু ব্যাকৰণগত কালৰ ধাৰণা সদায় একে নহয়। যেনে—

**১৪৪৯ চনত বৰদোৱাত শংকৰদেৱৰ জন্ম হয়।**

এই বাক্যত হয় নিত্য বৰ্তমান কালৰ ক্ৰিয়া। কিন্তু ই ছশ বছৰৰো অধিক কালৰ আগতে ঘটা কাৰ্য অৰ্থাৎ অতীত কাল বুজাবলৈ ব্যৱহৃত হৈছে। গতিকে ব্যাকৰণগত কালে বুজোৱা কাৰ্যৰ সময় আৰু বাস্তৱৰ সময় কেতিয়াবা নিমিলে। ক্ৰিয়াৰ কালে বৰ্তমান সময় বুজালেও কাৰ্যটো বাস্তৱত বৰ্তমান সময়ত নহৈ ওপৰত দেখুওৱাৰ দৰে অতীতত নাইবা ভৱিষ্যততো হ'ব পাৰে। সময় এক অখণ্ড বা অনন্ত প্ৰৱাহ আৰু কাল সেই অখণ্ড বা অনন্ত প্ৰৱাহৰ একোটা খণ্ড বা মুহূৰ্ত মাত্ৰ। ভাষাবিদসকলে ভাষাগত দৃষ্টিভংগীৰ পিনৰ পৰা সময়ৰ এই খণ্ডিত ৰূপক অৰ্থাৎ কালক মুখ্যতঃ তিনিটা ভাগত ভাগ কৰিছে—বৰ্তমান, অতীত আৰু ভৱিষ্যত।

কালৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আন এটা ব্যাকৰণিক উপাদান হৈছে দশা (aspect)[৫]। দশাই ক্ৰিয়াৰ কাৰ্য এটা চলি থকা অৱস্থা বা সমাধা হোৱাৰ ধাৰণা দিয়ে। অসমীয়া ভাষাত বৰ্তমান আৰু অতীত কালৰ ক্ৰিয়াৰ দশাবাচক ৰূপ আছে। সেই পিনৰ পৰা কালৰ বিভাজনত দশাৰো এক গুৰুত্বপূৰ্ণ ভূমিকা আছে। কোনো কাৰ্য ঘটা বা সম্পন্ন হোৱাৰ সময় আৰু কাৰ্য এটা চলি থকা অৱস্থা বা দশাৰ ভিত্তিত ক্ৰিয়াৰ কালক বহলভাৱে পাঁচোটা ভাগত ভগাব পাৰি—

(ক) নিত্য বা সাধাৰণ বৰ্তমান কাল (simple present tense)।
(খ) স্বৰূপ বৰ্তমান কাল (present perfect tense)।
(গ) ভূত বা সাধাৰণ অতীত কাল (simple past tense)।
(ঘ) অপূৰ্ণ ভূত কাল (past perfect tense)।
(ঙ) ভৱিষ্যত কাল (future tense)।

ৰূপ (form) বা গঠন অনুযায়ী এই পাঁচটা কালক দুটা প্ৰধান ভাগত ভাগ কৰিব পাৰি ঃ

৫। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, ১৯৮৭, পৃ. ১৩৪; এই ব্যাকৰণতে দশা শব্দৰ প্ৰথম উল্লেখ পোৱা যায় আৰু দশাবাচক -ইছ্, কৃৎ প্ৰত্যয়ৰো ব্যৱহাৰ দেখা যায়।

(ক) সৰল বা মৌলিক কাল (simple tense)

(খ) কৃৎ প্ৰত্যয়ান্ত যৌগিক কাল (compound tense)।

সৰল বা মৌলিক কালত ধাতুৰ পাছতে ক্ৰিয়া বিভক্তি যোগ হয়। উল্লিখিত পাঁচোটা কালৰ ভিতৰত কেৱল নিত্য বা সাধাৰণ বৰ্তমান কালহে সৰল বা মৌলিক কালৰ ভিতৰত পৰে। কিয়নো বৰ্তমান কালৰ ক্ৰিয়াত ধাতুটোতে পুৰুষ বিভক্তি বা ক্ৰিয়া বিভক্তি যোগ হয়। বাকী চাৰিটা কালৰ ক্ৰিয়াত ধাতুৰ পাছত কাল আৰু দশাবাচক কৃৎ প্ৰত্যয় যোগ হোৱাৰ পাছতহে ক্ৰিয়াবিভক্তি যোগ হয়। গতিকে বৰ্তমান কালৰ বাহিৰে বাকী চাৰিটা কালক কৃৎ প্ৰত্যয়ান্ত যৌগিক কাল বুলিব পাৰি।

**১২.৯.১.ঃ** নিত্য বৰ্তমান কালৰ ক্ৰিয়াই যিকোনো কাৰ্য বৰ্তমানত বা সদায় কৰা বুজায়। নিয়ম, অভ্যাস, চলিত বৰ্তমান বা চিৰন্তন বিশ্বজনীন ভাব আদিও এই কালৰ ক্ৰিয়াই প্ৰকাশ কৰে। নিত্য বৰ্তমান কালৰ ক্ৰিয়াত ধাতুটোতে ক্ৰিয়া বিভক্তি প্ৰত্যক্ষভাৱে যোগ হয়। সেয়েহে এই কালক বিশুদ্ধ মৌলিক বা মূলাত্মক কাল (radical tense) বুলিও কোৱা হয়। যেনে—

মই এতিয়া **যাওঁ**।

বসন্ত কালত গছে ন-পাত **ধৰে**।

হিন্দুৱে মৰা শ দাহ **কৰে**।

গৰুৱে ঘাঁহ **খায়**।

ইয়াত প্ৰথমৰ **যাওঁ** ক্ৰিয়াই যোৱা কাৰ্যটো বৰ্তমানত কৰা বুজাইছে। সেইদৰে ক্ৰমে **ধৰে** ক্ৰিয়াই বসন্ত কালত ন-পাত ধৰাৰ অভ্যাস বা স্বভাৱৰ কথা, **কৰে** ক্ৰিয়াই শ দাহ কৰাৰ নিয়মৰ কথা আৰু **খায়** ক্ৰিয়াই গৰুৱে ঘাঁহ খোৱাৰ চিৰন্তন ভাব বৰ্তমান কালত প্ৰকাশ কৰিছে। উল্লিখিত চাৰিওটা ক্ৰিয়াৰে মূল ধাতু হৈছে ক্ৰমে— **যা, ধৰ্, কৰ্** আৰু **খা**; এই প্ৰতিটো ধাতুতে ক্ৰমে প্ৰথম পুৰুষৰ -ওঁ (যাওঁ) আৰু তৃতীয় পুৰুষৰ -এ, -য় (ধৰে, কৰে, খায়) প্ৰত্যক্ষভাৱে লগ লাগিছে।

নিত্য বৰ্তমান কালৰ ক্ৰিয়াৰ এটি বৈশিষ্ট্য হৈছে যে ই অতীত আৰু ভৱিষ্যত কালকো প্ৰসংগক্ৰমে বুজাব পাৰে। যেনে—

১৪৪৯ চনত বৰদোৱাত শংকৰদেৱৰ জন্ম **হয়**।



আহোমসকলে অসমত ছশ বছৰ ৰাজত্ব **কৰে**।

১৯৪৭ চনত ভাৰত স্বাধীন **হয়**।

এই বাক্য তিনিটাত ব্যৱহৃত ক্ৰমে **হয়, কৰে** আৰু **হয়** ক্ৰিয়া নিত্য বৰ্তমান কালৰ। কিন্তু ইহঁতে অতীত কালৰ কথাহে অৰ্থাৎ কাহানিবাই শংকৰদেৱৰ জন্ম হোৱা, কাহানিবাই আহোমসকলে ৰাজত্ব কৰা আৰু ভাৰত স্বাধীন হোৱাৰ কথাহে প্ৰকাশ কৰিছে।

সেইদৰে বৰ্তমান কালৰ ক্ৰিয়াই ভৱিষ্যত কালৰো ধাৰণা দিয়ে। যেনে—

মই কাইলৈ ঘৰলৈ **যাওঁ** নেকি!

অঞ্জনা আজি সভালৈ **আহে** নেকি!

ৰবীন পৰহিলৈ দিল্লীলৈ **যায়** নেকি!

উল্লিখিত বাক্য তিনিটাত **যাওঁ, আহে** আৰু **যায়** ক্ৰিয়াই ভৱিষ্যত কালত ইয়াৰ কাৰ্য সম্পাদিত হোৱাৰ সম্ভাৱনা প্ৰকাশ কৰিছে।

নিত্য বৰ্তমান কালৰ ক্ৰিয়াৰ গঠন এনেধৰণ—

ধাতু + ক্ৰিয়া বিভক্তি = ক্ৰিয়া

নিত্য বৰ্তমান কালৰ ব্যৱহাৰ ঃ কৰ্ ধাতুৰ সহায়ত এই কালৰ ব্যৱহাৰ দেখুওৱা হ'ল।

| পুৰুষ | ধাতু + ক্ৰিয়া বিভক্তি | ক্ৰিয়া |
|---|---|---|
| মই/আমি | কৰ্ + -ওঁ | কৰোঁ |
| তই/তহঁতে | কৰ্ + -অ | কৰ |
| তুমি/তোমালোক | কৰ্ + -আ | কৰা |
| সি/সিহঁতে/আপুনি | কৰ্ + -এ | কৰে |

**১২.৯.২. স্বৰূপ বৰ্তমান কাল ঃ** এই কাল কৃৎ প্ৰত্যয়ান্ত যৌগিক কালৰ ভিতৰত পৰে। এই কালৰ ক্ৰিয়াই কাৰ্যটো অলপ আগতে শেষ হৈছে, কিন্তু তাৰ ফল বা প্ৰভাৱ এতিয়াও আছে, এনে অৰ্থ প্ৰকাশ কৰে। যেনে—

মই ৰামায়ণ **পঢ়িছোঁ**।

তই গুৱাহাটীলৈ **আহিছ**।

তুমি ভাত **ৰান্ধিছা**।

সি/তাই অংক **কৰিছে**।

উল্লিখিত **পঢ়িছোঁ, আহিছ, ৰান্ধিছা** আৰু **কৰিছে** ক্ৰিয়াই প্ৰতিটো কাৰ্য অৰ্থাৎ পঢ়া, অহা, ৰন্ধা আৰু অংক কৰা কাৰ্য অলপ আগতে আৰম্ভ কৰি বৰ্তমানো চলি থকা বুজাইছে। স্বৰূপ বৰ্তমান কালত ক্ৰিয়াৰ অবিচ্ছিন্নতা (continuity) ভাব এটাও লুকাই আছে। উল্লিখিত ক্ৰিয়াকেইটাতো সেই ভাব নিহিত হৈ আছে। সেইদৰে খাইছোঁ, গৈছে, শুইছে, ধুইছে, বহিছে, শুনিছে আদি স্বৰূপ বৰ্তমান কালৰ ক্ৰিয়াতো তেনে অবিচ্ছিন্নতাৰ ভাব জড়িত হৈ আছে।

স্বৰূপ বৰ্তমান কালৰ ক্ৰিয়াত ধাতুটোতে ক্ৰিয়া বিভক্তি প্ৰত্যক্ষভাৱে যোগ নহয়। ইয়াত ধাতুটোত দশাবাচক **-ইছ্** প্ৰত্যয় যোগ হোৱাৰ পাছতহে ক্ৰিয়া বিভক্তি যোগ হয়। ওপৰৰ বাক্য চাৰিটাত ব্যৱহৃত **পঢ়িছোঁ, আহিছ, ৰান্ধিছা** আৰু **কৰিছে** ক্ৰিয়াৰ মূল ধাতু হৈছে ক্ৰমে— **পঢ়্, আহ্, ৰান্ধ্** আৰু **কৰ্**। এই প্ৰতিটো ধাতুতে প্ৰথমতে দশাবাচক **-ইছ্** প্ৰত্যয় যোগ হৈ ক্ৰমে **পঢ়িছ্, আহিছ্, ৰান্ধিছ্** আৰু **কৰিছ্**—এইকেইটা সাধিত ধাতু বা ক্ৰিয়া মূল গঠিত হৈছে। এই সাধিত ধাতুৰ পাছতহে ক্ৰমে প্ৰথম পুৰুষৰ -ওঁ (পঢ়িছোঁ), দ্বিতীয় পুৰুষৰ তুচ্ছ -অ (আহিছ) আৰু মান্য -আ (ৰান্ধিছা) আৰু তৃতীয় পুৰুষৰ -এ (কৰিছে) ক্ৰিয়া বিভক্তি যোগ হৈছে। গতিকে স্বৰূপ বৰ্তমান কাল হৈছে দশাবাচক কৃৎ প্ৰত্যয়ান্ত যৌগিক কাল, যিটোক পুৰাঘটিত বৰ্তমান কাল বুলিও কোৱা হয়।

স্বৰূপ বৰ্তমান কালৰ ক্ৰিয়াই কেতিয়াবা অতীত আৰু অদূৰ ভৱিষ্যত কালৰো অৰ্থ প্ৰকাশ কৰে। যেনে—

ৰামায়ণ আমি সৰুতেই **পঢ়িছোঁ**।

তোমালোক অলপ ৰোৱা, মই **গৈছোঁ**।

ইয়াৰ প্ৰথম বাক্যৰ ক্ৰিয়া **পঢ়িছোঁ** স্বৰূপ বৰ্তমান কালৰ। কিন্তু ই ৰামায়ণ পঢ়া কামটো কেতিয়াবাই শেষ কৰা বুজাইছে অৰ্থাৎ অদূৰ অতীতৰ ভাব প্ৰকাশ কৰিছে। সেইদৰে **গৈছোঁ** স্বৰূপ বৰ্তমানৰ ক্ৰিয়া যদিও দৰাচলতে ই ভৱিষ্যত কালহে বুজাইছে। কিয়নো, গৈছোঁ মানে, মই এতিয়াও যোৱা নাই, যাবলৈ ওলাইছোঁ, এই মাত্ৰ যাম।

স্বৰূপ বৰ্তমান কালৰ ক্ৰিয়াৰ গঠন এনে ধৰণৰ—

ধাতু+দশাবাচক প্ৰত্যয়+ক্ৰিয়া বিভক্তি=ক্ৰিয়া

**১২.৯.৩. সাধাৰণ ভূত বা অতীত কাল ঃ** এই কালো এক প্ৰকাৰ মিশ্ৰ



বা যৌগিক কালৰ দৰেই। সাধাৰণ ভূত কালে ক্ৰিয়াৰ কাৰ্য ইতিমধ্যে শেষ হৈ গৈছে বা কোনো অনিৰ্দিষ্ট অতীত কালত ক্ৰিয়াৰ কাৰ্য সমাপ্ত হৈছে, এনে অৰ্থ প্ৰকাশ কৰে। কম সময়ৰ আগতে কাৰ্য সমাপ্ত হোৱা বুজায় কাৰণে এই কালক সামীপ্য ভূত কাল বুলিও কোৱা হয়।* যেনে—

মই কিতাপ **পঢ়িলোঁ**।

তই ভাত **খালি**।

তুমি ঘৰ **সাৰিলা**।

সি গান **গালে**।

উল্লিখিত **পঢ়িলোঁ, খালি, সাৰিলা** আৰু **গালে** ক্ৰিয়াই প্ৰতিটো কাৰ্য অৰ্থাৎ পঢ়া, খোৱা, ঘৰ সৰা আৰু গান গোৱা কাৰ্য ইতিমধ্যে শেষ হোৱা বা কম সময়ৰ আগতে সমাপ্ত হোৱা বুজাইছে।

সাধাৰণ ভূত কালৰ ক্ৰিয়াতো ধাতুটোতে বিভক্তি লগ নালাগে। এনে ক্ৰিয়াত ধাতুটোত অতীত কালবাচক **-ইল্/-ল্** প্ৰত্যয় যোগ হোৱাৰ পাছতহে পুৰুষবাচক বা ক্ৰিয়াবিভক্তি যোগ হয়। ওপৰৰ বাক্য চাৰিটাত ব্যৱহৃত **পঢ়িলোঁ, খালি, সাৰিলা** আৰু **গালে** ক্ৰিয়াৰ মূল ধাতু হৈছে ক্ৰমে **পঢ়্, খা, সাৰ্** আৰু **গা**। এই প্ৰতিটো ধাতুতে প্ৰথমে কালবাচক **-ইল্/-ল্** প্ৰত্যয় যোগ হৈ ক্ৰমে **পঢ়িল্, খাল্, সাৰিল্** আৰু **গাল্**—এইকেইটা অতীত কালবাচক ক্ৰিয়ামূল বা ধাতু গঠিত হৈছে। এই ধাতুৰ পাছতহে ক্ৰমে প্ৰথম পুৰুষৰ **-ওঁ** (পঢ়িলোঁ), দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থক **-ই** (খালি) আৰু মান্যাৰ্থক **-আ** (সাৰিলা) আৰু তৃতীয় পুৰুষৰ -এ (গালে) ক্ৰিয়া বিভক্তি যোগ হৈছে। **-ইল্/-ল্** ধ্বনি সাপেক্ষ। স্বৰান্ত ধাতুত **-ল্** আৰু ব্যঞ্জনান্ত ধাতুত **-ইল্** যোগ হয়। গঠনৰ দিশৰ পৰা সাধাৰণ অতীত কালো কৃৎ প্ৰত্যয়ান্ত যৌগিক কালৰ ভিতৰত পৰে।

সাধাৰণ ভূত কালৰ গঠন এনে ধৰণৰ—

ধাতু+অতীত কালবাচক প্ৰত্যয়+ক্ৰিয়া বিভক্তি=ক্ৰিয়া

অসমীয়া ভাষাত সাধাৰণ অতীত কালৰ আৰু এটা ৰূপ আছে। সেইটো হৈছে সম্ভাব্য অতীত বা ভূত কাল। দুই-এখন ব্যাকৰণত ইয়াক ক্ৰিয়াৰ ভাব

* কোনো কোনোৱে এই কালক প্ৰকৃত বা আচল, এই অৰ্থত স্বৰূপ ভূত কাল বুলিছে। কিন্তু দশাবাচক 'স্বৰূপ' শব্দ সাধাৰণ ভূত কাল বুজাবলৈ ব্যৱহাৰ নকৰাই ভাল।

(mood) বুলি কোৱা হৈছে। 'অসমীয়া ভাষাৰ ব্যাকৰণ'ত ইয়াক ক্রিয়াৰ চৰ্তসাপেক্ষতা বুলি ধৰি সেই হিচাপে আলোচনা কৰা হৈছে। দৰাচলতে সম্ভাব্য ভূতকালক এটা স্বতন্ত্ৰ কাল বুলি ধৰিব নোৱাৰি। কাৰণ, এই কালৰ কাৰণে নিৰ্দিষ্ট কোনো ক্রিয়া বিভক্তি নাই। এই কালৰ অৰ্থ প্ৰকাশ কৰিবলৈ সাধাৰণ অতীত কালৰ ক্রিয়াৰ পাছত **হেঁতেন** অনুপদ যোগ কৰা হয়। যেনে—

বিয়ালৈ মতাহেঁতেন মই **গ'লোঁহেঁতেন।**

ৰীতাই কোৱাহেঁতেন তুমি **গ'লাহেঁতেন।**

মই কোৱা হ'লে সি **গ'লহেঁতেন।**

এই বাক্যকেইটাৰ মাজেৰে **মই, তুমি, সি** যোৱাৰ সম্ভাৱনা আছিল, বিয়ালৈ নমতাৰ কাৰণে, ৰীতা আৰু মই নোকোৱাৰ কাৰণে **যোৱা** কাৰ্য নহ'ল, এনে অৰ্থ প্ৰকাশ পাইছে। অৰ্থাৎ অতীতত কোনো কাম সমাধা হ'বৰ সম্ভাৱনা আছিল, কিন্তু কামটো হৈ উঠিল, এনে অৰ্থ প্ৰকাশ পাইছে। সেই কাৰণেই কোনোৱে ইয়াক অতীত কালৰ ক্রিয়াৰ সম্ভাব্য ভাব (past conditional mood) বুলি ক'ব খোজে।[৬] কিন্তু অসমীয়াত ক্রিয়াৰ ভাবৰ (mood) এক সুকীয়া বৈশিষ্ট্য আছে। সেয়েহে সম্ভাৱনা বুজোৱা **হেঁতেন** যুক্ত অতীত কালৰ ক্রিয়াক সম্ভাব্য অতীত বা সম্ভাব্য ভূত কাল বুলি কোৱাই ভাল। কোনো এটা কাৰ্য সম্পন্ন হোৱাটো আন এটা কাৰ্যৰ ওপৰত নিৰ্ভৰশীল কাৰণেই এই অতীত কালক ক্রিয়াৰ চৰ্তসাপেক্ষতা বুলিও কোৱা হয়। দৰাচলতে ই সাধাৰণ তীত কালৰে এটা ভাগ। সম্ভাব্য অতীত কালৰ বাক্য দুটা অংশত বিভক্ত। প্ৰথম অংশত ক্রিয়াৰ ভূতকালিক কৃদন্ত ৰূপৰ পাছত **হেঁতেন** অনুপদ যোগ কৰিব লাগে, এই অংশই অকলে অৰ্থ প্ৰকাশ কৰিব নোৱাৰে। যেনে—বিয়ালৈ **মতাহেঁতেন;** অকলে অৰ্থ প্ৰকাশ কৰিব নোৱাৰা এই অংশৰ লগত পৰৱৰ্তী 'মই গ'লোঁহেঁতেন' অংশ যোগ দিলেহে বাক্যটোৰ সমাপ্তিও ঘটে আৰু অৰ্থও স্পষ্টকৈ প্ৰকাশ পায়। কেতিয়াবা এনে যৌগিক বাক্যৰ প্ৰথম অংশত **-ইলে/-লে** প্ৰত্যয়ান্ত অসমাপিকা ক্রিয়া প্ৰয়োগ কৰি দ্বিতীয় অংশত অতীত কালৰ ক্রিয়াৰ পাছত **হেঁতেন** যোগ দি সম্ভাব্য অতীত কাল বুজোৱা হয়। যেনে—তুমি **ক'লে** সি **আহিলহেঁতেন।** কেতিয়াবা বাক্যৰ পৰৱৰ্তী অংশৰ ক্রিয়াৰ পাছত যোগ হোৱা **হেঁতেনৰ** ঠাইত **হয়** ৰূপ ব্যৱহাৰ কৰা

৬। অসমীয়া ব্যাকৰণ জ্যোতি, পৃ. ৩৪



হয়। যেনে—

তুমি ক'লে মই গ'লোঁ **হয়।**

**১২.৯.৪. অপূৰ্ণ ভূত বা পুৰাঘটিত অতীত কাল ঃ** এই কালে দূৰ অতীত অৰ্থাৎ বহুদিনৰ আগেয়ে কৰা বা হোৱা কাৰ্যৰ কথা প্ৰকাশ কৰে। অপূৰ্ণভূত কালৰ ক্রিয়াত ধাতুৰ পাছত দশা (aspect) বুজোৱা **-ইছ্** প্ৰত্যয়ৰ লগত অতীতকালবাচক **-ইল্** যোগ কৰি তাৰ পাছত পুৰুষবাচক বা ক্রিয়া বিভক্তি যোগ কৰা হয়। এই কালৰ তৃতীয় পুৰুষৰ ক্রিয়াত ক্রিয়া বিভক্তি যোগ নহয়। যেনে—

মই যোৱা বছৰ লক্ষ্ণৌলৈ **গৈছিলোঁ।**

তই কালি ক'লৈ **গৈছিলি?**

তুমি ৰীতাৰ ঘৰলৈ **গৈছিলানেকি?**

সি পৰহি আমাৰ ঘৰলৈ **আহিছিল।**

মানে অসম আক্ৰমণ **কৰিছিল।**

কেতিয়াবা অপূৰ্ণভূত কালৰ ক্রিয়াই ইয়াৰ কাৰ্য সম্পূৰ্ণভাৱে শেষ হোৱা নুবুজায়। ই অতীত কালত ক্রিয়া শেষ নহৈ চলি থকা অৰ্থাৎ অবিচ্ছিন্নতা ভাব প্ৰকাশ কৰে। যেনে—

তুমি আহোঁতে মই **শুইছিলোঁ।**

সি পুৱাৰ পৰা অংক **কৰিছিল।**

ইয়াত **শুইছিলোঁ** আৰু **কৰিছিল** ক্রিয়াই ক্ৰমে **শুই আছিলোঁ,** (অংক) **কৰি আছিল**—এই অবিচ্ছিন্নতা ভাব প্ৰকাশ কৰিছে। এইদৰে ক্রিয়াৰ কাৰ্য চলি থকাৰ ভাব এটা নিহিত হৈ থাকে কাৰণেই অপূৰ্ণভাতকালক পুৰাঘটিত অতীতকাল (past perfect tense) বুলি কোৱা হয়। দশাবাচক আৰু কালবাচক কৃৎ প্ৰত্যয় যোগ হোৱাৰ কাৰণে এই কালকো কৃৎ প্ৰত্যয়ান্ত যৌগিক কালৰ ভিতৰত ধৰা হয়। এই কালৰ ক্রিয়াৰ গঠন এনে ধৰণৰ—

ধাতু+দশাবাচক প্ৰত্যয়+অতীত কালবাচক প্ৰত্যয়+ক্রিয়া বিভক্তি=ক্রিয়া

ধাতু+দশাবাচক প্ৰত্যয়+অতীত কালবাচক প্ৰত্যয়=ক্রিয়া

**১২.৯.৫. সাধাৰণ ভৱিষ্যৎ কাল ঃ** সাধাৰণ ভৱিষ্যত কালে ক্রিয়াৰ কাৰ্য ভৱিষ্যতে বা আগলৈহে হ'ব, এনে অৰ্থ প্ৰকাশ কৰে। সাধাৰণ অতীত কালৰ দৰে ভৱিষ্যত কালৰ ক্রিয়া গঠন কৰিবলৈও পুৰুষবাচক বিভক্তি যোগ হোৱাৰ

আগতে ধাতুটোত ভৱিষ্যত কালবাচক কৃৎ প্ৰত্যয় যোগ কৰা হয়। ভৱিষ্যত কাল গঠন কৰা কৃৎ প্ৰত্যয় হৈছে -ইব/-ব। ধাতুৰ পাছত এই প্ৰত্যয় যোগ হোৱাৰ পাছতহে ক্ৰিয়া বিভক্তি যোগ হয়। মন কৰিবলগীয়া যে ভৱিষ্যত কালৰ প্ৰথম আৰু তৃতীয় পুৰুষৰ ক্ৰিয়াত পুৰুষবাচক বা ক্ৰিয়া বিভক্তি যোগ নহয়। কেৱল -ইব/-ৰ প্ৰত্যয় ধাতুৰ পাছত যোগ কৰিয়েই ভৱিষ্যত কালৰ ক্ৰিয়া গঠন কৰা হয়। সেই কালৰ পৰা -ই সৰল বা মৌলিক কাল। কিন্তু দ্বিতীয় পুৰুষৰ ক্ৰিয়াত কালবাচক আৰু পুৰুষবাচক বিভক্তি দুয়োটা লগ লাগে। সেয়েহে সাধাৰণ ভৱিষ্যত কালকো কৃৎ প্ৰত্যয়ান্ত যৌগিক কালৰ ভিতৰত ধৰা হৈছে। মন কৰিবলগীয়া যে প্ৰথম পুৰুষৰ ক্ৰিয়াত -ইব/-ব প্ৰত্যয় -ইম্/-ম্ প্ৰত্যয়লৈ ৰূপান্তৰিত হয়। এই প্ৰত্যয় ধ্বনি সাপেক্ষ। সাধাৰণতে ব্যঞ্জনান্ত ধাতুত -ইব, -ইম্ আৰু স্বৰান্ত ধাতুত -ব, ম্ হয়। যেনে—

| | |
|---|---|
| মই পঢ়িম। | মই যাম। |
| তই পঢ়িবি। | তই যাবি। |
| তুমি পঢ়িবা। | তুমি যাবা। |
| সি/তাই পঢ়িব। | সি/তাই যাব। |

ইয়াত প্ৰথম পুৰুষৰ **পঢ়িম**, যাম আৰু তৃতীয় পুৰুষৰ **পঢ়িব**, **যাব** ক্ৰিয়াত কোনো পুৰুষ বিভক্তি যোগ হোৱা নাই। এনে অৱস্থাত এই দুটা ক্ৰিয়াত শূন্য বিভক্তি যোগ হোৱা বুলি ধৰা হয়। আৰু এটা মন কৰিবলগীয়া কথা হৈছে যে -ম প্ৰত্যয় যোগ হ'লে অ-কাৰান্ত আৰু ও-কাৰান্ত ধাতুৰ অ>অ'-লৈ আৰু ও>উ-লৈ পৰিবৰ্তন হয়। যেনে—

| ধাতু | ক্ৰিয়া |
|---|---|
| ল | ল'ম |
| হ | হ'ম |
| ক | ক'ম |
| শো | শুম |
| ধো | ধুম আদি। |

**ভৱিষ্যত কালৰ ক্ৰিয়াৰ গঠন ঃ**

ধাতু+কালবাচক প্ৰত্যয়+শূন্য বিভক্তি=ক্ৰিয়া



ধাতু+কালবাচক প্ৰত্যয়+ক্ৰিয়া বিভক্তি=ক্ৰিয়া

অসমীয়া ভাষাত বৰ্তমান, অতীত আৰু ভৱিষ্যত কালৰ আৰু কেইটামান ৰূপ আছে। যেনে—

মই পঢ়ি আছোঁ।
তুমি পঢ়ি আছিলা।
সি/তেওঁ পঢ়ি থাকিব।

এনে ধৰণৰ বাক্য অসমীয়া ভাষাত প্ৰায়ে ব্যৱহাৰ কৰা হয়। এই বাক্যৰ ক্ৰিয়াৰ কাল ইংৰাজী perfect continuous tense-ৰ দৰে। গাঠনিক দিশৰ পৰা উল্লিখিত পঢ়ি আছোঁ, পঢ়ি আছিলো আৰু পঢ়ি থাকিব যৌগিক কাল। ক্ৰিয়াৰ অবিচ্ছিন্নতা বুজোৱা এনেবোৰ কালক **ঘটমান কাল** (progressive বা continuous tense) নামেৰে জনা যায়। আচৰিত কথা, এই কালৰ আলোচনা অসমীয়া ভাষাৰ সকলো ব্যাকৰণতে দেখা নাযায়। কোনো কাৰ্য চলি থকা অৰ্থ প্ৰকাশ কৰা এনে যৌগিক কালৰ ক্ৰিয়াক ড° উপেন্দ্ৰনাথ গোস্বামীয়ে ক্ৰিয়াৰ অবিচ্ছিন্নতা[৭] বুলি কৈ সেই বিষয়ে চমুকৈ আলোচনা কৰিছে। অসমীয়া ব্যাকৰণৰ শেহতীয়া প্ৰকাশন 'অসমীয়া ব্যাকৰণ প্ৰৱেশ'ত এনে কালৰ কোনো উল্লেখেই নাই। কিন্তু 'আধুনিক অসমীয়া ভাষাৰ ব্যাকৰণ'ত (পৃ. ১৩৬) ব্যাকৰণবিদ গিৰিধৰ শৰ্মাই যৌগিক কালৰ ক্ৰিয়াৰ আলোচনাত ঘটমান কালৰ বিষয়ে বহলাই আলোচনা কৰিছে।

ঘটমান কালৰ (progressive বা continuous tense) ক্ৰিয়াপদৰ কাৰণে বেলেগ ক্ৰিয়া বিভক্তি বা পুৰুষবাচক বিভক্তি নাই। স্বৰূপ বৰ্তমান বা অপূৰ্ণ ভূতকালৰ দৰে কোনো দশাবাচক প্ৰত্যয়ো এনেবোৰ ক্ৰিয়াত যোগ নহয়। ইয়াত স্বৰূপ বৰ্তমান, অপূৰ্ণভূত কাল বা ভৱিষ্যত কালৰ ক্ৰিয়াৰ আগত -ই প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়া ব্যৱহাৰ কৰি কোনো কাৰ্য ঘটি থকা বুজোৱা হয়। দৰাচলতে ঘটমান কালৰ ৰূপবোৰহে বিশুদ্ধ যৌগিক কাল। ইয়াত অসমাপিকা ক্ৰিয়াটো মূল ক্ৰিয়া আৰু সমাপিকা ক্ৰিয়াটো সহায়কাৰী ক্ৰিয়া হিচাপে ব্যৱহৃত হয়। সাধাৰণতে আছ্, থাক্, ধৰ্ আৰু লাগ্ ধাতুৰ পৰা হোৱা সমাপিকা ক্ৰিয়াকে ঘটমান কালত সহায়কাৰী ক্ৰিয়া হিচাপে ব্যৱহাৰ কৰা হয়। ক্ৰিয়া সম্পাদিত হোৱাৰ

৭। অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰৱেশ, পৃ. ৯৪

সময় অনুযায়ী ঘটমান কালৰ তিনিটা ভাগ ঃ

(ক) ঘটমান বৰ্তমান (present progressive বা continuous)
(খ) ঘটমান অতীত (past progressive বা continuous)
(গ) ঘটমান ভৱিষ্যত (future progressive বা continuous)

**ঘটমান বৰ্তমান ঃ** স্বৰূপ বৰ্তমান কালৰ দৰে এই কালে ক্ৰিয়াৰ কাৰ্য বৰ্তমান সময়ত অবিচ্ছিন্নভাৱে চলি থকা বুজায়। যেনে—

মই বা আমি **কৰি** আছোঁ।
তই বা তহঁতে **কৰি** আছ।
তুমি বা তোমালোকে **কৰি** আছা।
সি বা সিহঁতে **কৰি** আছে।

উল্লিখিত **কৰি আছোঁ, কৰি আছ বা আছা, কৰি আছে** আদি বিশুদ্ধ যৌগিক ক্ৰিয়া আৰু এই ক্ৰিয়াৰ মূল **কৰি আছ্** যৌগিক ধাতু। উল্লিখিত যৌগিক ক্ৰিয়াৰ ৰূপবোৰক স্বৰূপ বৰ্তমান কালৰ ঘটমান অৰ্থাৎ অবিচ্ছিন্নতাবোধক ৰূপ বুলিব পাৰি। ঘটমান কালৰ ক্ৰিয়াই নতুন কালৰ ধাৰণা নিদিয়ে, মাত্ৰ **কৰিছোঁ** বা **কৰিছা** —এনে স্বৰূপ বৰ্তমান কালৰ অবিচ্ছিন্নতা ভাব প্ৰকাশ কৰে। সেয়েহে ঘটমান বৰ্তমানৰ এনেবোৰ যৌগিক ক্ৰিয়াক স্বৰূপ বৰ্তমানৰে এটা ভাগ বুলিব পাৰি।

**ঘটমান অতীত ঃ** এই কালৰ ক্ৰিয়াই কাৰ্য আগতে আৰম্ভ হৈ বহু সময় ধৰি চলি থকা বুজায়। যেনে—

মই বা আমি **কৰি** আছিলোঁ।
তই বা তহঁতে **কৰি** আছিলি।
তুমি বা তোমালোকে **কৰি** আছিলা।
সি বা তাই বা সিহঁতে **কৰি** আছিল।

উল্লিখিত বৰহাতৰ যৌগিক ক্ৰিয়াকেইটাই পূৰ্ণ ভূতকালৰ ঘটমান বা অবিচ্ছিন্নতাৰ ভাব প্ৰকাশ কৰিছে। দৰাচলতে এনেবোৰ বিশুদ্ধ যৌগিক ক্ৰিয়াও অপূৰ্ণভূত কালৰে এটা ভাগ।

**ঘটমান ভৱিষ্যত ঃ** ঘটমান ভৱিষ্যতে ক্ৰিয়াৰ কাৰ্য ভৱিষ্যতে বা আগলৈ আৰম্ভ হৈ অবিচ্ছিন্নভাৱে চলি থকা বুজায়। ইয়াতো সাধাৰণ ভৱিষ্যত কালৰ



ক্ৰিয়াৰ আগত -ই প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়া ব্যৱহাৰ কৰি ঘটমান ভৱিষ্যতৰ অৰ্থ প্ৰকাশ কৰে। যেনে—

মই বা আমি **কৰি থাকিম**।
তই বা তহঁতে **কৰি থাকিবি**।
তুমি বা তোমালোকে **কৰি থাকিবা**।
সি বা তাই বা সিহঁতে **কৰি থাকিব**।

উল্লিখিত **কৰি থাকিম, কৰি থাকিবি, কৰি থাকিবা** আৰু **কৰি থাকিব** এই যৌগিক কালৰ ক্ৰিয়াই কোনো এটা কাম ভৱিষ্যতে আৰম্ভ হৈ অবিচ্ছিন্নভাৱে চলি থাকিব, এই অৰ্থ প্ৰকাশ কৰিছে।

অসমীয়া ভাষাত কোনো কাৰ্য চলি থকা অৰ্থ প্ৰকাশ কৰিবলৈ এনে ঘটমান কালৰ বাক্য ব্যৱহাৰ কৰা হয় যদিও সকলো ব্যাকৰণত ইয়াৰ উল্লেখ নথকাৰ নিশ্চয় কিবা কাৰণ আছে। প্ৰধান কাৰণ হৈছে, এই কাল তিনিটাৰ কাৰণে অসমীয়াত পৃথক ক্ৰিয়া বিভক্তিৰ চিন নাই। অথচ অসমীয়া ভাষাত ঘটমান কালৰ ক্ৰিয়াৰ প্ৰয়োগ প্ৰায়ে দেখা যায়। যেনে—

লীলা, তুমি এতিয়া কি **কৰি** আছা?
—মই এতিয়া উল **গুঠি** আছোঁ।
মই আহোঁতে তুমি কি **কৰি** আছিলা?
—মই তেতিয়া **শুই** আছিলোঁ।

কেতিয়াবা অসমাপিকা ক্ৰিয়াটোৰ পাছত -এই জোৰ বুজোৱা প্ৰত্যয়টো যোগ কৰি কোনো কাৰ্য অবিচ্ছিন্নভাৱে চলি থকা কথাটোত অধিক জোৰ দিয়া হয়। যেনে—

মই পুৱাৰ পৰা **পঢ়িয়েই** আছিলোঁ।
ৰাতিলৈকে **পঢ়িয়েই** থাকিম।
তুমিও **পঢ়িয়েই** আছা নেকি?

অসমীয়া ভাষাত এনে ধৰণৰ বাক্য ব্যৱহাৰ হোৱালৈ লক্ষ্য কৰি কোনো কোনোৱে ক'ব খোজে যে ইংৰাজী ভাষাৰ perfect continuous tense-অৰ আৰ্হিতে অসমীয়া ভাষালৈ এনে প্ৰয়োগ আহিছে। কিন্তু পুৰণি অসমীয়া ভাষাতো এনে প্ৰয়োগ থকা (যেনে—কৈত শুনি আছা...) কথাই ঘটমান কালৰ প্ৰয়োগ

অসমীয়াত নতুন নহয় বুলিব পাৰি।

ওপৰত আলোচিত মৌলিক আৰু যৌগিক কালৰ আটাইবোৰ ক্ৰিয়াই সমাপিকা ক্ৰিয়া। অসমীয়া ভাষাত বিভিন্ন কাল প্ৰকাশক সমাপিকা ক্ৰিয়াৰ আৰু কিছুমান ৰূপ আছে। এইবোৰো এক প্ৰকাৰ যৌগিক কালৰ ক্ৰিয়া। যেনে—

সদায় ৰাতিপুৱা **ফুৰিব লাগে।**

সন্ধিয়া সদায় প্ৰাৰ্থনা **কৰিব লাগে।**

ইয়াত উচিত অৰ্থ বুজাবলৈ তৃতীয় পুৰুষৰ ভৱিষ্যত কালৰ ক্ৰিয়াৰ পাছত সহায়কাৰী ক্ৰিয়া **লাগে** ব্যৱহাৰ কৰিলতহে বাক্যটো শেষ হোৱা বুজাইছে। সেইদৰে,

পৰিষ্কাৰ পৰিচ্ছন্ন হৈ **থকা উচিত।**

পানী তপতাই **খোৱা উচিত।**

এনে বাক্যত উচিত অৰ্থ প্ৰকাশ কৰিবলৈ কৃদন্ত ৰূপৰ পাছত (থকা, খোৱা) উচিত শব্দ প্ৰয়োগ কৰিলেহে বাক্যটো সম্পূৰ্ণ হোৱা বুজায়। বৰ্তমান আৰু ভৱিষ্যত কালৰ এনেবোৰ ক্ৰিয়াক কোনো কোনো ব্যাকৰণবিদে অৰ্থৰ পিনৰ পৰা **উচিত্যাৰ্থক** ক্ৰিয়া বুলি ক'ব খোজে।[৮] অসমীয়া ভাষাৰ ব্যাকৰণত অসমীয়া মানুহৰ ভাব প্ৰকাশৰ এনেবোৰ প্ৰক্ৰিয়াৰ অৰ্থাৎ ক্ৰিয়া আৰু কালৰ এই বিচিত্ৰ ৰূপবোৰৰ বিষয়ে আলোচনা কৰাটো বাঞ্ছনীয়।

এইদৰে সময়ৰ অনন্ত প্ৰৱাহক খণ্ডিত কৰি আমি কালৰ বিভিন্ন ৰূপ পালোঁ। কাল বা সময় প্ৰকাশক এই বিভিন্ন প্ৰক্ৰিয়াৰ উপৰি অসমীয়াত অতীত, বৰ্তমান আৰু ভৱিষ্যত বুজোৱা কিছুমান স্বতন্ত্ৰ শব্দ ব্যৱহাৰ কৰিও কালৰ ধাৰণা স্পষ্ট কৰিব পাৰি। অতীতত, পূৰ্বে, প্ৰাচীন কালত, কেতিয়াবাই, আগতে, কালি, পৰহি, যোৱা বছৰত আদি অতীত কাল বুজোৱা শব্দ। সেইদৰে বৰ্তমান, এতিয়া, আজি, এই মুহূৰ্ততে আদি বৰ্তমানসূচক আৰু ভৱিষ্যতে, তেতিয়ালৈ, আগলৈ, পৰহিলৈ, কেতিয়ালৈ, কেতিয়াবালৈ, কাইলৈ/কালিলৈ আদি ভৱিষ্যত বুজোৱা শব্দ।[৯] মন কৰিবলগীয়া যে সময়সূচক এনে স্বতন্ত্ৰ শব্দবোৰ এক প্ৰকাৰ ক্ৰিয়া বিশেষণ।

৮। গিৰিধৰ শৰ্মা ঃ আধুনিক অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ১৪৯
ভগবান মৰল ঃ অসমীয়া ব্যাকৰণ জ্যোতি, পৃ. ৪০

৯। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, পৃ. ১৩২-১৩৩
Graham Lock : Functional english Grammar, P. 165



এইবোৰ শব্দৰ অৰ্থৰ লগত সংগতি ৰাখি বাক্যত বিভিন্ন কালৰ ক্ৰিয়া ব্যৱহাৰ কৰা হয়। যেনে—

মই গুৱাহাটীৰ পৰা কালি **আহিলোঁ।**

মই কেতিয়াবাই ৰামায়ণ **পঢ়িছিলোঁ।**

বৰ্তমান আমি ভালে **আছোঁ।**

তুমি আমাৰ ঘৰলৈ **পৰহিলৈ আহিবা।**

**ভৱিষ্যতলৈ** এনে বেয়া কাম **নকৰিবা।**

ইয়াৰ বাহিৰেও **তিনি দিন ধৰি, কেইবা মাহৰ কাৰণে, দুপৰীয়া, সন্ধিয়া সাত বজাত, প্ৰতি বছৰে** বা **বছৰে বছৰে** ইত্যাদি ধৰণৰ বিবিধ শব্দ বা বাক্যাংশ প্ৰয়োগ কৰিও অসমীয়া ভাষাত সময়ৰ (time) ধাৰণা দিয়া হয়। কিন্তু সময়বাচক (time) এইবোৰ শব্দই কি কাল বুজাইছে, সেয়া সেই শব্দবোৰৰ লগত সংগতি থকা ক্ৰিয়াইহে বেছি স্পষ্ট কৰি দিব।

**১২.১০. ক্ৰিয়াৰ অন্যান্য ৰূপ ঃ** বিবিধ কাল আৰু ভাব প্ৰকাশক ক্ৰিয়াৰ বাহিৰেও অসমীয়া ভাষাত আৰু বিভিন্ন প্ৰকাৰৰ ক্ৰিয়া আছে। সেইবোৰ হৈছে— পাঁচনি ক্ৰিয়া, নাম ক্ৰিয়া, অনিয়মিত ক্ৰিয়া, নঞৰ্থক ক্ৰিয়া, সহায়কাৰী ক্ৰিয়া, নিমিত্তাৰ্থক ক্ৰিয়া আৰু কৃদন্ত।

**১২.১০.১ পাঁচনি ক্ৰিয়া ঃ** এই ক্ৰিয়াই আনক পাঁচি বা আনৰ হতুৱাই কোনো কাম কৰা বুজায়। -আ আৰু **-ওৱা/-উৱা** প্ৰত্যয়ান্ত পাঁচনি ধাতুত কাল আৰু পুৰুষবাচক বিভক্তি যোগ দি পাঁচনি ক্ৰিয়া গঠন কৰা হয়। যেনে—

মই বা আমি তাক **পঢ়ুৱাওঁ।**

তুমি বা তোমালোকে তাক **পঢ়ুৱালা।**

তাৰ দ্বাৰা গান **গোৱাইছোঁ।**

সি, তাই বা সিহঁতে কামটো **কৰাব।**

পাঁচনি ক্ৰিয়া যি কোনো ধাতুৰ পৰাই পাব পাৰি। অসমীয়াত ব্যৱহৃত কিছুমান পাঁচনি ক্ৰিয়া হৈছে—কোৱালোঁ, হঁহুৱালা, কন্দুৱাইছা, নচুৱা, ভৰুৱাবা আদি।

**১২.১০.২ নাম ক্ৰিয়া ঃ** বিশেষ্য আৰু বিশেষণ শব্দত -আ, -ইয়া আৰু -উৱা প্ৰত্যয় যোগ দি তাৰ পাছত কালবাচক প্ৰত্যয় আৰু পুৰুষ বিভক্তি যোগ

দি নামক্রিয়া গঠন কৰা হয়। যেনে—

ৰথীনে ভায়েকক বৰকৈ কিলালে।

পানী কেট্‌লি তপতালোঁ।

তুমি তাক গুৰিয়ালা কিয়?

ল'ৰাটোৱে পঢ়াত বহুখিনি আগুৱাইছে।

অসমীয়াত ব্যৱহৃত কিছুমান নামক্রিয়া হৈছে—ডবিয়াইছা, সুহুৰিয়াইছোঁ, টঙনিয়ালে, লঠিয়াম, দলিয়ালে আদি।

**১২.১০.৩ অনিয়মিত ক্রিয়া** ঃ সকলো কাল আৰু পুৰুষত ৰূপ নোহোৱা ক্রিয়াবোৰেই অনিয়মিত ক্রিয়া। অসমীয়াত অনিয়মিত ক্রিয়া চাৰিটা ঃ **নাই, ব'ল, আছ্‌** আৰু **থাক্‌**।

**নাই** নঞর্থক ক্রিয়া। ই অস্ত্যর্থক আছ্‌ আৰু থাক্‌ ক্রিয়াৰ বিপৰীত অৰ্থত ব্যৱহৃত হয়। কেৱল নিত্য বৰ্তমান কালত আৰু সকলো পুৰুষত ইয়াৰ একে ধৰণৰ ৰূপ হয়। যেনে—

মই, আমি ঘৰত নাই।

তই, তুমি, তোমালোক ঘৰত নাই।

সি, তাই, সিহঁত ঘৰত নাই।

**নাই** কেতিয়াবা বিশেষণৰূপেও ব্যৱহাৰ হয়। যেনে—

নাই মোমাইতকৈ কণা মোমায়ে ভাল।

কেতিয়াবা **নাই**ৰ পাছত **কিয়া** লগাই **নাইকিয়া** নঞর্থক ক্রিয়া গঠন কৰা হয়। অৰ্থ প্ৰায় একেই যদিও ইয়াৰ প্ৰয়োগ কিছু বেলেগ। **নাই** ক্রিয়া প্রশ্ন সোধাতো ব্যৱহাৰ কৰা হয়। যেনে—

তুমি অফিচলৈ যাবানে নাই?

কিন্তু **নাইকিয়া** ক্রিয়া প্রশ্নার্থত ব্যৱহৃত নহয়। এই ক্রিয়াত 'শেষ হোৱাৰ' ভাব এটা নিহিত হৈ থাকে। যেনে—

মানুহবোৰ গৈ এটাও নাইকিয়া হ'ল।

বান্দৰে কল খাই নাইকিয়া কৰিলে।

একে নঞর্থক যদিও এনেবোৰ বাক্যত **নাইকিয়া**ৰ ঠাইত **নাই** ব্যৱহাৰ কৰিব নোৱাৰি।



**ব'ল** ধাতু কেৱল নিত্য বৰ্তমান কালৰ অনুজ্ঞাত অৰ্থাৎ আদেশ, অনুৰোধ অৰ্থত দ্বিতীয় আৰু তৃতীয় পুৰুষত ব্যৱহাৰ হয়। তৃতীয় পুৰুষৰ কেৱল আপুনি সৰ্বনামৰ লগতহে ইয়াৰ প্ৰয়োগ হয়। যেনে—

তই ব'ল।

তুমি, তোমালোক ব'লা।

আপুনি, আপোনালোক ব'লক।

**আছ্‌** কেৱল নিত্য বৰ্তমান আৰু সাধাৰণ ভূত বা অতীত কালৰ তিনিওটা পুৰুষত ৰূপ হয়। যেনে—

মই আছোঁ বা আছিলোঁ।

তই, তহঁত আছ বা আছিলি।

তুমি, তোমালোক আছা বা আছিলা।

এই ক্রিয়াত বহুবচনত 'হঁক' প্রত্যয় ব্যৱহাৰ হ'ব পাৰে। যেনে—

তোমালোক ভালে আছাহঁক নে?

হয়, আমি ভালে আছোঁহঁক।

পুৰণি ঘৰত আমি আটায়ে মিলা-প্রীতিৰে আছিলোঁহঁক।

**থাক্‌** ধাতু সাধাৰণতে নিত্য বৰ্তমান, সাধাৰণ অতীতকাল আৰু ভৱিষ্যত কালৰ কেউটা পুৰুষত ৰূপ হয়। যেনে—

মই বা আমি থাকোঁ, থাকিলোঁ, থাকিম।

তই বা তহঁত থাক, থাকিলি, থাকিবি।

সি, তাই বা সিহঁত থাকে, থাকিল, থাকিব।

বৰ্তমান কালৰ অনুজ্ঞাৰ দ্বিতীয় আৰু তৃতীয় পুৰুষত আৰু ভৱিষ্যত কালৰ অনুজ্ঞাৰ তৃতীয় পুৰুষত ইয়াৰ ব্যৱহাৰ দেখা যায়। যেনে—

তই, তহঁত থাক, থাকিবি।

তুমি, তোমালোক থাকা, থাকিবা।

সি, সিহঁত থাওক বা থাকক।

স্বৰূপ বৰ্তমান আৰু অপূৰ্ণভূত কালত **থাক্‌** বিকল্পে **আছ্‌** হয়। যেনে—মই থাকিলোঁ বা থাকিছিলোঁ বিকল্পে আছোঁ বা আছিলোঁ হয়। কিন্তু বৰ্তমান কোনো কোনো সাহিত্যিকে মই থাকিছিলোঁ, তুমি থাকিছিলা এনে প্ৰয়োগ কৰা

দেখা যায়। সম্ভাব্য ভূত কালতো থাক্ ক্ৰিয়াৰ ৰূপ দেখা যায়—থাকিলোঁহেঁতেন, থাকিলিহেঁতেন, থাকিলহেঁতেন।

**১২.১০.৪ নঞৰ্থক ক্ৰিয়া ঃ** সকলো সমাপিকা আৰু অসমাপিকা ক্ৰিয়াৰে **হোৱা, কৰা, থকা** আদি অস্ত্যৰ্থক ক্ৰিয়াৰ বিপৰীতে **নোহোৱা, নকৰা, নথকা** বুজোৱা নঞৰ্থক ক্ৰিয়াও আছে। ওপৰত আলোচিত মৌলিক আৰু যৌগিক কালৰ প্ৰায় সকলো ক্ৰিয়া অস্ত্যৰ্থক বা সদৰ্থক। দৰাচলতে প্ৰতিটো অস্ত্যৰ্থক ক্ৰিয়াৰে একোটা নঞৰ্থক ৰূপ পাব পাৰি। সাধাৰণতে অস্ত্যৰ্থক ক্ৰিয়াৰ আগত ন উপসৰ্গ হিচাপে যোগ দিলে নঞৰ্থক ক্ৰিয়া পোৱা যায়। মন কৰিবলগীয়া যে ন উপসৰ্গ যিটো ক্ৰিয়াৰ আগত যোগ হয়, সেই ক্ৰিয়াৰ আদ্যক্ষৰৰ স্বৰৰ লগত ই সমীভৱন হৈ যায়। অৱশ্যে ক্ৰিয়াৰ আদ্যক্ষৰত -ঈ থাকিলে ন উপসৰ্গত দীৰ্ঘ -ঈ-ৰ সলনি হ্ৰস্ব -ই লগ লাগে। একাক্ষৰী ও-কাৰান্ত ধাতুৰ আগত ন যোগ হ'লে প্ৰায়ে ধাতুটো উ-কাৰান্ত আৰু ন তাৰ লগত সমীভূত হৈ যায়। যেনে—

অ ঃ নকৰোঁ, নপঢ়োঁ, নকৰিলি, নপঢ়িবি, নগ'ল, নথ'লে, নহ'ব, নকৰি আদি।

আ ঃ নাখাবা, নাযাবা, নাজানো, নাপাওঁ, নাযাওঁ আদি।

ই ঃ নিকিনো, নিদিওঁ, নিদিলা, নিলিখিবা, নিজীলে, নিসীবা আদি।

উ ঃ নুধুলে, নুশুলে, নুলুকাবা, নুফুচুলাবা, নুনুমাল।

এ ঃ নেখেলে, নেমেলিবি, নেদেখিলোঁ আদি।

নাখাবা, নাজানা, নাখাব আদি ক্ৰিয়াৰ না-টো কেতিয়াবা নে-লৈ ৰূপান্তৰিত হয়। যেনে—

তুমি এতিয়া নেযাবা।

তাৰ কথা মই নেজানো।

সি এতিয়া চাহ নেখায়।

এনে প্ৰয়োগ উজনি অসমৰ কথিত ভাষাত বিশেষভাৱে দেখা যায়। লিখিত ৰূপতো ইয়াৰ ব্যৱহাৰ আছে। উল্লিখিত ক্ৰিয়াবোৰ এক প্ৰকাৰ যৌগিক নঞৰ্থক ক্ৰিয়া।

মৌলিক নঞৰ্থক ক্ৰিয়া মাথোঁ এটা ঃ নাই। ই অনিয়মিত ক্ৰিয়া। সকলো কালৰ সকলো পুৰুষত ইয়াৰ ৰূপ পোৱা নাযায়। নাই-ৰ সম্প্ৰসাৰিত (extended) ৰূপ হৈছে নাইকিয়া (অনিয়মিত ক্ৰিয়া চাওক)। আছ্ ধাতুৰ নিত্য বৰ্তমান কালৰ



বিকল্প নঞৰ্থক ৰূপে নাই ক্ৰিয়া পোৱা যায়। যেনে—

মই নাই। তই, তুমি নাই। সি, তাই নাই।

স্বৰূপ বৰ্তমান, সাধাৰণ ভূত আৰু অপূৰ্ণভূত কালৰ ক্ৰিয়াৰ লগত প্ৰশ্ন সুধিবলৈ বা অনিশ্চিত ভাব প্ৰকাশ কৰিবলৈ নাই ক্ৰিয়া প্ৰশ্নবোধক নে অব্যয়ৰ পাছত এনেদৰে ব্যৱহাৰ কৰা হয়। যেনে—

তুমি ৰামায়ণ পঢ়িছা নে নাই?

তোমাক আগতে দেখিছোঁ নে নাই, ক'ব নোৱাৰোঁ।

মোৰ কিতাপখন পঢ়িলা নে নাই?

তোমালোক বিয়ালৈ গৈছিলা নে নাই?

কেতিয়াবা -ওহোঁ শব্দ প্ৰয়োগ কৰিও নোহোৱা অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

আজি স্কুললৈ যাবানে?

-ওহোঁ।

কেতিয়াবা অস্ত্যৰ্থক ক্ৰিয়াৰ আগত না, নুই আৰু নৌ ব্যৱহাৰ কৰিও নোহোৱা অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

তোমাৰ না আছে ৰূপ, না আছে গুণ।

তুমি জানি শুনিও কথাটো কিয় নুই কৰিলা?

যাবৰ নৌ হয় এথোন।

ৰাম নৌ ওপজোঁতেই ৰামায়ণ ৰচনা হৈছিল।

নঞৰ্থক ক্ৰিয়াবোৰ অসমাপিকা আৰু কৃদন্ত ৰূপতো পোৱা যায়। এই ৰূপবোৰৰ দ্বিত প্ৰয়োগো মন কৰিবলগীয়া। যেনে—

অসমাপিকাৰ নঞৰ্থক ৰূপ ঃ

তুমি নপঢ়িলে ময়ো নপঢ়োঁ।

দৰবটো নোখোৱাকৈ নাথাকিবা।

নাখাই-নবই মৰিব খুজিছা নেকি?

নপঢ়ি নপঢ়ি পঢ়িবৰ মন নোযোৱা হ'ল।

কৃদন্তৰ নঞৰ্থক ৰূপ ঃ

মই নোশোওঁতেই তেওঁ পালেহি।

নকৰোঁতে নকৰোঁতে কাম কৰিবৰ মন নোযোৱা হ'ল।
তেওঁ নকৰা কাম নাই।
নকৰিবলগীয়া কামবোৰ কিয় কৰা? আদি।

কেতিয়াবা ভৱিষ্যত কালৰ ক্ৰিয়াৰ পাছত সন্দেহবোধক বা অনিশ্চয়াৰ্থক জানো অব্যয় ব্যৱহাৰ কৰি নোহোৱা অৰ্থ প্ৰকাশ কৰিব পাৰি। যেনে—

মই বনভোজলৈ যাম জানো!

এনে বাক্যত সুৰটোও মন কৰিবলগীয়া কথা। ইয়াত জানো শব্দই 'নোযোৱাটোৱেই ভাল হ'ব' এনে অৰ্থ প্ৰকাশ কৰিছে।

নঞৰ্থক ক্ৰিয়াৰ ব্যৱহাৰৰ আন এটি মন কৰিবলগীয়া কথা হৈছে যে বাক্য একোটাৰ সমাপিকা আৰু অসমাপিকা দুয়োটা ক্ৰিয়া নঞৰ্থক হ'লে বাক্যটোৱে সদৰ্থক বা অস্ত্যৰ্থক ভাবহে প্ৰকাশ কৰে। যেনে—

তুমি নোখোৱাকৈ নাযাবা। (অৰ্থাৎ খাইহে যাবা)

কেতিয়াবা সদৰ্থক বা নঞৰ্থক ক্ৰিয়াৰ পাছত নহয় শব্দ ব্যৱহাৰ কৰি বক্তব্যৰ জোৰ বুজোৱা হয়। যেনে—

মই এতিয়াই যাম নহয়।
মই এতিয়া নাখাওঁ নহয়।

কেতিয়াবা নঞৰ্থক নহয় ক্ৰিয়াৰ পাছত আকৌ নহয় ব্যৱহাৰ কৰিলে বক্তব্যৰ জোৰ প্ৰকাশ পায়। যেনে—

কথাটো এনেকুৱা নহয় নহয়।

ইয়াত শেষৰ নহয় শব্দই জোৰ বুজাইছে।

এইদৰে বাক্যবিন্যাসগত দিশৰ পৰা বিচাৰ কৰিলে নঞৰ্থক ক্ৰিয়াৰ বা নোহোৱা বুজোৱা ৰূপবোৰৰ ব্যৱহাৰত ভালেখিনি বৈচিত্ৰ্য দেখা যায়।

**১২.১০.৫ সহায়কাৰী ক্ৰিয়া (auxiliary verb) :** অসমাপিকা ক্ৰিয়া হিচাপে ব্যৱহাৰ হোৱা মুখ্য ক্ৰিয়াৰ অৰ্থ প্ৰবল কৰি দেখুৱাবলৈ সহায়কাৰী ক্ৰিয়া সমাপিকা ক্ৰিয়া হিচাপে বাক্যৰ শেষত বহে। অসমীয়াত সকলো ধাতু সহায়কাৰী হিচাপে ব্যৱহৃত নহয়। কিছুমান সহায়কাৰী ক্ৰিয়াৰ ধাতু হৈছে—লাগ্, ধৰ্, পেলা, হ, উঠ্, দি, থাক্, আছ্, পৰ্, কৰ্, খা, খোজ আদি। এই সহায়কাৰী ক্ৰিয়াবোৰ সাধাৰণতে (ক) ই প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়া, (খ) নিমিত্তাৰ্থক ক্ৰিয়া, (গ) অতীত কৃদন্ত আৰু (ঘ) বিশেষ্য, বিশেষণ আদি শব্দৰ পাছত যোগ হয়। যেনে—

(ক) খাই পেলালোঁ, লিখি থাক্, কৈ দিলে, কান্দি পেলালে আদি।
(খ) পঢ়িবলৈ লাগিলোঁ, হাঁহিবলৈ ধৰিলে, কাম কৰি আছোঁ আদি।
(গ) আজিকালি সদায় পঢ়া কৰিলোঁ।
সোনকালে শোৱা কৰিবা।
(ঘ) পঢ়াত মন দিবা; চাহ তেনেই চেঁচা হ'ল।
বিহুনাচ দেখি সকলোৰে গা উঠিল।— আদি।

এইদৰে দেখা যায়, সহায়কাৰী ধাতুযুক্ত যৌগিক ধাতুবোৰ ৰূপ কৰিলে সহায়কাৰী ধাতুটোৰহে বিভিন্ন কাল আৰু পুৰুষত ৰূপ হয়।

**১২.১০.৬ নিমিত্তাৰ্থক ক্ৰিয়া :** এই ক্ৰিয়াবোৰ অসমাপিকা ক্ৰিয়া ৰূপত পোৱা যায়। সাধাৰণতে নিমিত্ত অৰ্থ বুজোৱা -ইব্ প্ৰত্যয়ান্ত ধাতুৰ পাছত -অৰ আৰু -অলৈ যোগ কৰি নিমিত্তাৰ্থক অসমাপিকা গঠন কৰা হয়। এই অসমাপিকা ক্ৰিয়াৰ পাছত সহায়কাৰী সমাপিকা ক্ৰিয়া ব্যৱহাৰ কৰি নিমিত্তাৰ্থক ক্ৰিয়াৰ অৰ্থ সম্পূৰ্ণ কৰা হয়। কেতিয়াবা অকল -ইব/-ব প্ৰত্যয়ান্ত ধাতুটোৱেই সাধাৰণ নিমিত্তাৰ্থক ক্ৰিয়া ৰূপে ব্যৱহাৰ হয়। যেনে—

আত্মঘাতী হৈ মৰিব খুজিছা।
সিও চিনেমালৈ যাব খুজিছে।
দেউতা অফিচৰ পৰা আহিবৰ হৈছে।
আজি অফিচত বহুত কাম কৰিবলৈ আছে।
তোমাক বহুত কথা ক'বলৈ আছে।

ইয়াত খুজিছা, খুজিছে, হৈছে আৰু আছে ক্ৰিয়া ব্যৱহাৰ হৈছে ক্ৰমে মৰা, যোৱা, অহা, কৰা আৰু কোৱা কাৰ্য সম্পাদনৰ নিমিত্তে। গতিকে কোনো ক্ৰিয়া সম্পাদনৰ নিমিত্তে আন ক্ৰিয়া সম্পাদিত হ'লে সম্পাদনৰ নিমিত্তে থকা ক্ৰিয়াটোৱেই নিমিত্তাৰ্থক ক্ৰিয়া। এটা ক্ৰিয়াৰ অৰ্থে আন এটা ক্ৰিয়া ব্যৱহাৰ হয় কাৰণেই এনে ক্ৰিয়াক ক্ৰিয়াৰ্থ ক্ৰিয়া (simple infinitive) বুলিও জনা যায়।

নিমিত্তাৰ্থক ক্ৰিয়াটো কেতিয়াবা অকলেই সংজ্ঞা শব্দৰ দৰে ব্যৱহাৰ হয়। তেতিয়া সমাপিকা ক্ৰিয়াটো উহ্য থাকে। যেনে—

আপেল খাবলৈ বৰ ভাল।

অংকটো **কৰিবলৈ** উজু।

**১২.১০.৭ কৃদন্ত** (participles) ঃ কৃদন্ত শব্দবোৰ অতীত, বৰ্তমান আৰু ভবিষ্যত কালত পোৱা যায়। সেয়েহে কাল অনুসৰি কৃদন্ত তিনি প্ৰকাৰ— বৰ্তমানকালিক কৃদন্ত (present participles), অতীত বা ভূতকালিক কৃদন্ত (past participles) আৰু ভবিষ্যত কৃদন্ত (future participles)। কৃদন্তবোৰো এক প্ৰকাৰ অসমাপিকা ক্ৰিয়া।

বৰ্তমানকালিক কৃদন্ত ঃ কোনো এটা ক্ৰিয়া সম্পন্ন কৰাজনক বুজাবলৈ নাইবা কোনো এটা ক্ৰিয়া কৰি থকা অৱস্থা বুজাবলৈ ধাতুৰ পাছত ক্ৰমে **-ওঁতা** আৰু **-ওঁতে** প্ৰত্যয় যোগ দি বৰ্তমানকালিক কৃদন্ত গঠন কৰা হয়। যেনে—

**খাওঁতা** আছে, **কৰোঁতা**হে নাই।
**ৰান্ধোঁতা**জন বৰ ভাল নহয়।
কথা **কওঁতে** সাৱধানে ক'ব লাগে।
ফুলনি বাৰীখন চাফা **কৰোঁতে** বহু সময় লাগিল।
তুমি **থাকোঁতে** মোৰ কিহৰ চিন্তা।

কেতিয়াবা একেটা কামকে কৰি থকা বুজাবলৈ **-ওঁতে** প্ৰত্যয়ান্ত কৃদন্ত শব্দ দ্বিত ৰূপতো ব্যৱহাৰ কৰা হয়। যেনে—

**হাঁহোতে হাঁহোতে** পেটৰ নাড়ী ডাল ডাল হ'ল।
**ঘহোঁতে ঘহোঁতে** শিলো ক্ষয় যায়।
**চাওঁতে চাওঁতে** জিক্‌মিক্ বৰ এটা হ'ল।

**ভূতকালিক কৃদন্ত** ঃ ধাতুৰ পাছত সাধাৰণতে -আ প্ৰত্যয় যোগ কৰি অতীত বা ভূতকালিক কৃদন্ত গঠন কৰা হয়। এই -আ প্ৰত্যয়ান্ত কৃদন্তবোৰ বিশেষণৰূপে ব্যৱহাৰ হ'ব পাৰে। যেনে—

**যোৱা** কথা গ'ল।
**কোৱা** কথাত বিশ্বাস নকৰিবা।
**খোৱা** বস্তু ঢাকি থ'ব লাগে।
**পঢ়া** কিতাপখনকে আৰু কিমান পঢ়িম।

কেতিয়াবা উচিত অৰ্থ প্ৰকাশ কৰিবলৈ অতীত কৃদন্ত ৰূপৰ পাছত **উচিত** শব্দ ব্যৱহাৰ কৰা হয়। যেনে—



সন্ধিয়া সদায় প্ৰাৰ্থনা **কৰা উচিত**।
মানুহ সদায় বিনয়ী **হোৱা উচিত**।

অতীত কৃদন্তৰ এনেবোৰ ৰূপক উচিত্যাৰ্থক ক্ৰিয়া বুলি কোৱা হয়।

**-লে, -ইলে** আৰু **-লত, -ইলত** প্ৰত্যয় বা সৰ্গ ধাতুৰ পাছত যোগ দিও ভূতকালিক কৃদন্ত গঠন কৰিব পাৰি। অসমাপিকা ক্ৰিয়াৰূপে ব্যৱহৃত ভূতকালিক কৃদন্তই ক্ৰিয়াৰ স্বৰ্তসাপেক্ষতা বুজায়। এনে ভূতকালিক কৃদন্ত ব্যৱহাৰ হোৱা বাক্যবোৰৰ দুটা অংশ। যেনে—

তুমি **আহিলে** মই যাম।
তুমি **গালে** দিলীপেও গান গাব।
পুলিচ **আহিলত** চোৰবোৰ পলাল।
মাৰ **খালত** সি সঁচা কথাটো কৈ দিলে।

ইয়াত বাক্যৰ প্ৰথম অংশত ব্যৱহৃত **আহিলে, গালে, আহিলত, খালত**— এই অতীত কৃদন্তৰ কাৰ্যৰ ওপৰতহে বাক্যৰ পৰবৰ্তী অংশৰ **যাম, গাব, পলাল** আৰু **কৈ দিলে** সমাপিকা ক্ৰিয়াৰ কাৰ্য নিৰ্ভৰশীল।

**ভবিষ্যত কৃদন্ত** ঃ ভবিষ্যত কালৰ তৃতীয় পুৰুষৰ ক্ৰিয়াৰ পাছত **লগীয়া** অনুপদ যোগ দি ভবিষ্যত কৃদন্ত গঠন কৰা হয়। এই কৃদন্ত শব্দবোৰ বিশেষণৰূপে নামশব্দৰ আগত বা পাছত ব্যৱহৃত হয়। যেনে—

**কৰিবলগীয়া** কামটো আগতে কৰিব লাগে।
**ক'বলগীয়া** কথাটো কৈ দিয়া ভাল।
কথাটো বৰ **ধৰিবলগীয়া** নহয়।

কেতিয়াবা এক প্ৰকাৰ বাধ্যতাসূচক ভাব প্ৰকাশ কৰিবলৈ ভবিষ্যত কালৰ তৃতীয় পুৰুষৰ ক্ৰিয়াৰ পাছত **-লাগ্** ধাতুটো বৰ্তমান, অতীত আৰু ভবিষ্যত কালৰ ক্ৰিয়াৰূপে ব্যৱহাৰ কৰা হয়। যেনে—

কথামতে কাম **কৰিব লাগে**।
মই এবাৰ মাদ্ৰাজলৈ **যাব লাগিছিল**।
এইবাৰ যেনেতেনে পুৰীলৈ **যাব লাগিব**।

উল্লিখিত বাক্যত ব্যৱহৃত **কৰিব লাগে, যাব লাগিছিল, যাব লাগিব** আদি ভবিষ্যত কৃদন্তৰে একো একোটা ৰূপ।

**১২.১১. ধাতুৰূপ** (conjugction) ঃ ক্ৰিয়াৰ মূল বা ধাতুৰ পুৰুষ, কাল, দশা আৰু ভাব অনুযায়ী বিভিন্ন বিভক্তি যোগ কৰি ক্ৰিয়াৰ বিভিন্ন ৰূপ আৰু ব্যৱহাৰ নিৰ্দেশ কৰাই হৈছে ধাতুৰূপ। ধাতুত সাধাৰণতে কালবাচক প্ৰত্যয় আৰু পুৰুষবাচক বিভক্তি যোগ হ'লেহে একোটা সমাপিকা ক্ৰিয়া সম্পন্ন হয়। অসমীয়াত বচন অনুযায়ী ধাতুৰূপ নহয়।

ধাতুবোৰত বিভক্তি যোগ হোৱাৰ ধৰণলৈ লক্ষ্য কৰি অসমীয়া ধাতুৰূপক দুটা ভাগত ভগাব পাৰি —

(কঃ) মুখ্য বা মৌলিক ধাতু ৰূপ (primary conjugation)

(খ) গৌণ বা সাধিত ধাতু ৰূপ (secondary conjugation)

**১২.১১.১ মুখ্য ধাতুৰূপ** ঃ মুখ্য ধাতুৰূপত ধাতুটোতে কাল তথা দশাবাচক প্ৰত্যয় আৰু পুৰুষবাচক বা ক্ৰিয়া বিভক্তি প্ৰত্যক্ষভাৱে যোগ দি বিভিন্ন প্ৰকাৰৰ সমাপিকা ক্ৰিয়া গঠন কৰা হয়। মুখ্য ধাতুৰূপত যোগ হোৱা কাল, দশা, ভাববাচক প্ৰত্যয় আৰু পুৰুষবাচক বিভক্তিবোৰ একেখন তালিকাতে এনেদৰে দেখুৱাব পাৰি—

| কাল | ভাব | দশা, কালবাচক প্ৰত্যয় | পুৰুষবাচক বিভক্তি | | | |
|---|---|---|---|---|---|---|
| | | | প্ৰথম | দ্বিতীয় | | তৃতীয় |
| | | | | তুচ্ছ | মান্য | |
| | অনুজ্ঞা | —— | — | -∅ | -আ | -অক/-ওক |
| -নিত্য বৰ্তমান কাল | | | -ওঁ | -অ | -আ | -এ, -য় |
| স্বৰূপ বৰ্তমান | | -ইছ্ | ওঁ | -অ | -আ | -এ |
| সাধাৰণ ভূত | | -ইল/-ল্ | -ওঁ | -ই | -আ | -এ |
| অপূৰ্ণ ভূতকাল | | -ইছ্ -ইল্ | -ওঁ | -ই | -আ | -∅ |
| ভৱিষ্যত কাল | | -ইম | -ম্ | -ই | -আ | -∅ |

ক্ৰিয়াৰ অনুজ্ঞা আৰু কালৰ শিতানত আলোচিত সকলো ক্ৰিয়াতে উল্লিখিত প্ৰত্যয়-বিভক্তিবোৰ যোগ হৈছে। মন কৰিবলগীয়া যে বিভিন্ন আকৃতিৰ ধাতুত এই প্ৰত্যয়-বিভক্তিবোৰ যোগ কৰিলে কেতিয়াবা কিছুমান ধাতুৰ কিছুমান কালত ধাতু অক্ষৰত থকা স্বৰৰ গুণৰ পৰিবৰ্তন ঘটে। উদাহৰণস্বৰূপে— ক, থ, ব,



ল, হ আদি অ-কাৰান্ত একাক্ষৰী ধাতু আৰু যা, এই আ-কাৰান্ত একাক্ষৰী ধাতু কাল অনুসৰি ৰূপ কৰিলে কিছুমান কালত ধাতুবোৰে ক্ৰমে কৈ/কো, থৈ/থো, বৈ/বো, লৈ/লো, হৈ/হো আৰু গ'/গৈ ৰূপ লাভ কৰে। বুজিবৰ সুবিধাৰ কাৰণে তলত ক আৰু যা ধাতু ৰূপ কৰি দেখুওৱা হ'ল।

| ক আৰু যা ধাতু | | | | |
|---|---|---|---|---|
| কাল | প্ৰথম পুৰুষ | দ্বিতীয় পুৰুষ | | তৃতীয় পুৰুষ |
| | | তুচ্ছ | মান্য | |
| নিত্য বৰ্তমান | মই কওঁ | তই কৰ | তুমি কোৱা | সি কয় |
| | মই যাওঁ | তই যাৱ | তুমি যোৱা | সি যায় |
| স্বৰূপ বৰ্তমান | মই কৈছোঁ | তই কৈছ | তুমি কৈছা | সি কৈছে |
| | মই গৈছোঁ | তই গৈছ | তুমি গৈছা | সি গৈছে |
| সাধাৰণ ভূত | মই ক'লোঁ | তই ক'লি | তুমি ক'লা | সি ক'লে |
| | মই গ'লোঁ | তই গ'লি | তুমি গ'লা | সি গ'ল |
| অপূৰ্ণ ভূত | মই কৈছিলোঁ | তই কৈছিলি | তুমি কৈছিলা | সি কৈছিল |
| | মই গৈছিলোঁ | তই গৈছিলি | তুমি গৈছিলা | সি গৈছিল |
| ভৱিষ্যত কাল | মই ক'ম | তই ক'বি | তুমি ক'বা | সি ক'ব |
| | মই যাম | তই যাবি | তুমি যাবা | সি যাব। |

উল্লিখিত উদাহৰণবোৰৰ পৰা দেখা যায় যে— **ক** আৰু **যা** ধাতুৱে ক্ৰমে নিত্য বৰ্তমান কালৰ মান্যাৰ্থত **কো**, **যো**, স্বৰূপ বৰ্তমানত **কৈ**, **গৈ**, সাধাৰণ ভূত কালত **ক**, **গ**, অপূৰ্ণ ভূতকালত **কৈ**, **গৈ** আৰু ভৱিষ্যত কালত **ক**, **যা** (এই কালত **যা** অপৰিবৰ্তিত হৈ থাকে) ৰূপ লৈছে। কিন্তু **যা**-ৰ বাহিৰে **খা**, **বা** (হাল বা) আদি ধাতু ৰূপ কৰিলে ধাতু অক্ষৰৰ **আ** প্ৰায় সকলো কাল আৰু পুৰুষতে অপৰিবৰ্তিত হৈ ৰয়। মাত্ৰ ধাতুৰ শেষৰ ধ্বনি আৰু প্ৰত্যয়-বিভক্তিৰ আদি ধ্বনিৰ মাজত সন্ধি হওঁতে কোনো কোনো ধাতুৰ শেষৰ ধ্বনিৰ গুণৰ সামান্য পৰিৱৰ্তন ঘটে। মুঠতে মুখ্য ধাতু ৰূপত কাল, দশা, ভাব আৰু পুৰুষবাচক সৰ্গ ধাতুটোত পোনপটীয়াকৈ যোগ হয়।

**১২.১১.২. গৌণ ধাতুৰূপ** ঃ গৌণ ধাতুৰূপত ধাতু একোটাত কাল, দশা

আৰু ভাববাচক প্ৰত্যয় আৰু পুৰুষবাচক বিভক্তি যোগ হোৱাৰ আগতে আন কৃৎ প্ৰত্যয় যোগ হয়। পাঁচনি ধাতু, নামধাতু আৰু ধ্বন্যাত্মক ধাতুৰ ৰূপক সাধাৰণতে গৌণ ধাতুৰূপৰ ভিতৰত ধৰা হয়। এনে ধাতু ৰূপত ধাতুটোত প্ৰথমে পাঁচনি ধাতু, নাম ধাতু আৰু ধ্বন্যাত্মক ধাতু গঠন কৰা ক্ৰমে— **-আ**, **-উৱা/ওৱা**; **-আ-ইয়া**, **-উৱা** আৰু **-আ** কৃৎ প্ৰত্যয় যোগ কৰি তাৰ পাছতহে ধাতু ৰূপৰ আনবোৰ সৰ্গ যোগ হয়। উদাহৰণস্বৰূপে পঢ়্, গোৰ্ আৰু গুণ্‌গুণ্ ৰূপকেইটা ক্ৰমে পাঁচনি ধাতু, নামধাতু আৰু ধ্বন্যাত্মক ধাতুৰূপে কেৱল ১ম পুৰুষ আৰু কাল অনুযায়ী ৰূপ কৰি দেখুওৱা হ'ল—

**পাঁচনি ধাতু** ঃ পঢ়্+আ+ও=পঢ়াওঁ; পঢ়্+ উৱা + ল + ওঁ = পঢ়ুৱালোঁ; পঢ়্+উৱা+ম=পঢ়ুৱাম।

**নামধাতু** ঃ গোৰ্+ইয়া+ওঁ= গুৰিয়াওঁ; গোৰ্+ইয়া+ল্+ওঁ= গুৰিয়ালোঁ; গোৰ্+ইয়া+ম্= গুৰিয়াম।

**ধ্বন্যাত্মক ধাতু** ঃ গুণ্‌গুণ্+আ+ওঁ= গুণ্‌গুণাওঁ; গুণ্‌গুণ্+আ+ ল+ওঁ= গুণ্‌গুণালোঁ; গুণ্‌গুণ্+আ+ম্= গুণ্‌গুণাম।

এইদৰে সকলো পাঁচনি ধাতু, নাম ধাতু আৰু ধ্বন্যাত্মক ধাতু কাল আৰু পুৰুষ অনুযায়ী ৰূপ কৰিব পাৰি।

**১২.১২. ক্ৰিয়াৰ বাচ্য ঃ** "বাচ্য শব্দৰ অৰ্থ ক'বলগীয়া। ক্ৰিয়াৰ বাচ্য মানে বাক্য এটাত ক্ৰিয়াই ক'বলগীয়া কথা।" বাক্যত ক্ৰিয়াই কাৰোবাৰ বিষয়ে ক'বলগীয়া হয়; যাৰ বিষয়ে ক্ৰিয়াই প্ৰধানভাৱে ক'বলগীয়া হয়, তাৰে বাচ্য হয়। বাক্যত ক্ৰিয়াই প্ৰধানকৈ কৰ্তাৰ কথা, কৰ্মৰ কথা আৰু ক্ৰিয়াৰ নিজৰ কথা বৰ্ণনা কৰে। যেনে—

**মই** কিতাপ **পঢ়োঁ**।

পুলিচৰ দ্বাৰা **চোৰটো ধৰা** হ'ল।

মোৰ ৰাতিহে ভালকৈ **পঢ়া** হয়।

উল্লিখিত বাক্যকেইটাৰ প্ৰথমটোত **পঢ়োঁ** ক্ৰিয়াই **মই** কৰ্তাৰ কথা, দ্বিতীয় বাক্যৰ যৌগিক ক্ৰিয়া **ধৰা হ'ল-এ চোৰটো** কৰ্মৰ কথা আৰু তৃতীয় বাক্যৰ **হয়** ক্ৰিয়াই **পঢ়া** ক্ৰিয়াৰ কথা বৰ্ণনা কৰিছে। সেয়েহে উল্লিখিত বাক্যকেইটাত ক্ৰিয়াৰ তিনিটা বাচ্য দেখা যায়—



(ক) কৰ্তৃ বাচ্য (active voice)

(খ) কৰ্ম বাচ্য (passive voice)

(গ) ভাব বাচ্য (impersonal বা neuter voice)

কৰ্তাৰ কথা কোৱা উল্লিখিত প্ৰথম বাক্যটো **কৰ্তৃবাচ্যৰ**, **কৰ্মৰ** কথা কোৱা দ্বিতীয় বাক্যটো **কৰ্মবাচ্যৰ** আৰু ক্ৰিয়াই নিজৰ কথা কোৱা তৃতীয় বাক্যটো **ভাববাচ্যৰ**।

**কৰ্তৃবাচ্য** ঃ কৰ্তৃবাচ্যৰ সকলো কৰ্তাত প্ৰথমা বিভক্তি যোগ হয়। যেনে—

**শিক্ষকে** ছাত্ৰক পঢ়াইছে।

**ল'ৰাটোৱে** কান্দিছে।

কেতিয়াবা কোনো বিভক্তি যোগ নোহোৱাকৈও কৰ্তৃ বাচ্য হয়। যেনে—

**গৱেষকজন** আহিছে।

উল্লিখিত **গৱেষকজন** শব্দত কোনো বিভক্তি যোগ হোৱা নাই। তেনে পৰিস্থিতিত সেই শব্দত শূন্য বিভক্তি যোগ হোৱা বুলি ধৰা হয়।

**কৰ্মবাচ্য** ঃ কৰ্ম বাচৰ বাক্যত কৰ্তাত ষষ্ঠী **-ৰ** আৰু তৃতীয়া দ্বাৰা, হতুৱাই আদি অনুপদ যোগ হয়। ইয়াত কৰ্মটো প্ৰায়ে শূন্য বিভক্তিযুক্ত হয়। যেনে—

**ৰামৰ দ্বাৰা ৰাৱণ** হত হৈছিল।

পিয়নজনৰ **হতুৱাই চিঠিখন** ডাকত দিয়া হ'ল।

কেতিয়াবা কৰ্মবাচ্যৰ কৰ্মত দ্বিতীয়া বিভক্তি **-অক/-ক** যোগ হয় আৰু কৰ্তাটো উহ্য থাকে।

**তাক** জৰিমনা কৰা হৈছে।

অসৎ **বিষয়াজনক** কামৰ পৰা অব্যাহতি দিয়া হৈছে।

কেতিয়াবা **-ই** প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়াটো সমাপিকা ক্ৰিয়াৰ দৰে ব্যৱহাৰ কৰি কৰ্মবাচ্যৰ অৰ্থ প্ৰকাশ কৰা হয়। যেনে—

বতাহ চকুৰে **নেদেখি**।

দূৰৰ পাহাৰ নীলা **দেখি**।

গৰমৰ কাৰণে দিনত ওলাব **নোৱাৰি**।

কেতিয়াবা কৰ্মবাচ্য বুজাবলৈ বৰ্তমান কালৰ নিৰ্দেশক ভাবৰ তৃতীয় পুৰুষৰ ক্ৰিয়া ব্যৱহাৰ কৰা হয়। যেনে—

জ্বৰ হ'লে গা নোধোৱে।

মন কৰিবলগীয়া কথা যে প্ৰতিটো কৰ্তৃবাচ্যৰ বাক্যকে কৰ্মবাচলৈ ৰূপান্তৰ কৰিব পাৰি বা প্ৰায়বোৰ কৰ্মবাচ্যৰ বাক্যকে কৰ্তৃবাচ্যলৈ ৰূপান্তৰ কৰিব পাৰি। যেনে—

চিকাৰীজনে বাঘটোক মাৰিলে। (কৰ্তৃবাচ্য)
চিকাৰীজনৰ দ্বাৰা বাঘটো মৰা হ'ল। (কৰ্মবাচ্য)
ধীৰাজে কিতাপখন ছপালে। (কৰ্তৃবাচ্য)
ধীৰাজৰ দ্বাৰা কিতপাখন ছপোৱা হ'ল। (কৰ্মবাচ্য)

**ভাববাচ্য ঃ** ক্ৰিয়াই নিজৰ কথা কোৱা ভাববাচ্যত ক্ৰিয়া সদায় তৃতীয় পুৰুষত থাকে। সাধাৰণতে -আ প্ৰত্যয়ান্ত অতীত কৃদন্তৰ পাছত -হ, যা, পৰ্ ধাতুৰ পৰা উদ্ভৱ হোৱা ক্ৰিয়াৰ ব্যৱহাৰৰ দ্বাৰা বাক্যত ক্ৰিয়াৰ নিজৰ কথা বৰ্ণিত হয়। যেনে—

কিতাপখন পঢ়া হ'ল।
কথাটো জনোৱা হ'ল।
সভালৈ মোৰ যোৱা নহ'ল।

**কৰ্মকৰ্তৃ বাচ্য ঃ** কোনো কোনো বাক্যত কৰ্তা নাথাকিলেও কৰ্মই কৰ্তাৰ কাম কৰে। তেনে বাক্যৰ ক্ৰিয়াই কৰ্মকে কৰ্তাৰ দৰে ক'বলগীয়া হয়। ক্ৰিয়াৰ এনে বাচ্যই কৰ্মকৰ্তৃ বাচ্য। যেনে—

পঁচা কাঠ সহজে ভাগে।
পুৰণি কাপোৰ সহজে ফাটে।
কিতাপখন হেৰাল। ইত্যাদি।

সাধাৰণতে প্ৰাকৃতিক ঘটনাত্মক ক্ৰিয়াতেই কৰ্মকৰ্তৃবাচ্যৰ প্ৰয়োগ হয়। গাঠনিক দিশৰ পৰা কৰ্তৃবাচ্যৰ ৰূপৰ লগত কৰ্মকৰ্তৃবাচ্যৰ ৰূপ প্ৰায় অভিন্ন; কেৱল অৰ্থৰ পৰাহে ইহঁতৰ মাজৰ পাৰ্থক্য বুজা যায়।

●●●

## ।। ১৩।।
## অব্যয়

**১৩.১.** অসমীয়া ভাষাৰ আন এক উল্লেখযোগ্য ব্যাকৰণিক উপাদান হৈছে অব্যয়। সব্যয় শব্দৰ বিপৰীত শব্দবোৰেই হৈছে অব্যয়। অব্যয় শব্দ কাৰক, পুৰুষ, বচন, লিংগ ইত্যাদি অনুসৰি ৰূপ নহয়। অৰ্থাৎ কোনো পৰিবেশ বা অৱস্থাতে ব্যয় নোহোৱা অথবা ৰূপৰ পৰিবৰ্তন নোহোৱা শব্দবোৰেই অব্যয়। যেনে—

তোমাৰ মাৰা আৰু দেউতাৰাক কালিলৈ আহিবলৈ ক'বা।
সি যদি কিতাপখন দিয়ে, মোৰ কোনো আপত্তি নাই।
আমাৰ ঘৰলৈ ইমান মাতিলোঁ, তথাপি নাহিলা।
ছিঃ তেনে কথা ক'ব নাপায়।

এই বাক্যকেইটাত ব্যৱহৃত আৰু, যদি, তথাপি, ছিঃ—এই শব্দকেইটাত কাৰক, বচন, লিংগ আদি কোনো সৰ্গ যোগ নহয়। বাক্যৰ সকলো পৰিবেশতে ৰূপৰ পৰিবৰ্তন নঘটা এই শব্দবোৰেই অব্যয়। অৱশ্যে কিছুমান অব্যয় শব্দত বিশেষ অৱস্থাত জোৰ বুজোৱা প্ৰত্যয় আৰু সম্বোধনাত্মক পুৰুষবাচক প্ৰত্যয় লগ লাগে। যেনে—

ইমান মাতিলোঁ, তথাপিও তেওঁ নাহিল।
তুমি নাহিলা যদিও সভাৰ কাম সুকলমে হ'ল।
হেৰা ভাইটি, এইফালে আহাচোন।

কেতিয়াবা বিশেষ কিছুমান বিশেষ্য শব্দৰ পাছত প্ৰথমা -এ, সপ্তমী -ত বিভক্তি আৰু -কে প্ৰত্যয় যোগ দি সেইবোৰ অব্যয়ৰূপে বিশেষ্য বা সৰ্বনামৰ পাছত ব্যৱহাৰ কৰা হয়। যেনে—

তুমি নাহিলা, সেই কাৰণে (কাৰণ + এ) মোৰ যোৱা নহ'ল।
তাৰ কথাৰ ওপৰত মাত নামাতিবা।
সি ভালকৈ নপঢ়িলে, সেই হেতুকে পৰীক্ষাত ফেল কৰিলে।

**১৩.২.** গঠনৰ দিশৰ পৰা অব্যয়বোৰ মৌলিক আৰু যৌগিক, এই দুটা ভাগত ভগাব পাৰি। অৰ্থপূৰ্ণভাৱে খণ্ড খণ্ড কৰিব নোৱাৰা যদি, কিন্তু, তথাপি, আৰু, আদি,

**সম্ভৱ** আদি মৌলিক অব্যয়। আনহাতে অৰ্থবহভাৱে খণ্ড খণ্ড কৰিব পৰা নতুবা, জানোচা, কিজানিবা, হ'বলা আদি যৌগিক অব্যয়। বাক্যত প্ৰয়োগৰ দিশৰ পৰাও অব্যয়বোৰক মুখ্যতঃ তিনিটা ভাগত ভগাব পাৰি ঃ গুটিয়া বা স্বতন্ত্ৰ অব্যয়, উপপদ অব্যয় (preposition) আৰু অনুপদ অব্যয় (postposition)।

অৰ্থৰ ওপৰত ভিত্তি কৰি অব্যয়ক সাতোটা ভাগত ভগাব পাৰি ঃ

(ক) যোজক বা সংযোজক অব্যয়
(খ) পৃথকবোধক অব্যয়
(গ) সন্দেহবোধক অব্যয়
(ঘ) ভাববোধক অব্যয়
(ঙ) সম্বোধনবোধক অব্যয়
(চ) সমিধানবোধক অব্যয়
(ছ) আনুষংগিক বা পদান্বয়ী অব্যয়

**১৩.২.১. যোজক অব্যয় ঃ** এই অব্যয়বোৰে দুটা শব্দ বা বাক্যৰ মাজত বহি সেই শব্দ দুটাৰ বা বাক্য দুটাৰ ইটোৰ সৈতে সিটোৰ সংযোগ বা সম্বন্ধ স্থাপন কৰে। যেনে—

দয়া **আৰু** ক্ষমা মহৎ গুণ।

"সংযত শোক প্ৰকাশ কৰিবলৈ টান, **অথচ**
প্ৰকাশ কৰিব পাৰিলে মানুহৰ মনত ইমান লাগি
যায়।"

তুমি যদি ভালকৈ পঢ়া, **তেন্তে/ তেনেহ'লে** নিশ্চয় পৰীক্ষাত পাছ কৰিবা।

অসমীয়া ভাষাত ব্যৱহৃত আন কিছুমান যোজক অব্যয় হৈছে—বৰং, যেনে, এতেকে, কাৰণে, হেতু, হেতুকে, গতিকে, কিয়নো, দেখি ইত্যাদি। মন কৰিবলগীয়া যে কাৰণে, নিমিত্তে, হেতু, হেতুকে আৰু দেখি অব্যয় শব্দৰ আগত প্ৰায়ে এই, সেই, কি, যি আদি সৰ্বনাম ব্যৱহাৰ হয়। যেনে—

ঘৰত কোনো নাছিল, **সেই কাৰণে** মই তোমালোকৰ তালৈ নগ'লোঁ।

তোমাক সন্তৱ বেয়া পাইছে, **সেই দেখি** সি নাহিল।

বিশেষ্য বা সৰ্বনামৰ পাছত যোগ হ'লে এইবোৰে আনুষংগিক অব্যয়ৰ কাম কৰে।



**১৩.২.২. পৃথকবোধক অব্যয় ঃ** দুটা শব্দ বা দুটা বাক্যৰ মাজত বহি শব্দ বা বাক্য দুটাক পৃথক কৰি দেখুওৱা অব্যয়বোৰেই পৃথকবোধক অব্যয়। যেনে—

দুজন **বা** তিনিজন ল'ৰা আহিলেই হ'ব।

ইমান কষ্ট কৰিলোঁ **তথাপি** প্ৰথম শ্ৰেণী নাপালোঁ।

গল্পটো লিখিলোঁ **কিন্তু** ভাল নহ'ল।

এই বাক্য তিনিটাত ক্ৰমে **বা** অব্যয়ে 'দুজন' আৰু 'তিনিজন ল'ৰাক', **তথাপি** অব্যয়ে 'ইমান কষ্ট কৰিলো' আৰু 'প্ৰথম শ্ৰেণী নাপালোঁ' বাক্যক আৰু **কিন্তু** অব্যয়ে 'গল্পটো লিখিলোঁ' আৰু 'ভাল নহ'ল' বাক্যক পৃথক কৰি দেখুৱাইছে। সেয়েহে বা, তথাপি আৰু কিন্তু পৃথকবোধক অব্যয়। আন কিছুমান পৃথকবোধক অব্যয় হৈছে— **নাইবা, অথবা, নতুবা, কিম্বা, তেও, নহ'লে** ইত্যাদি।

**১৩.২.৩. সন্দেহবোধক অব্যয় ঃ** এনেবোৰ অব্যয়ে সন্দেহ, সম্ভাৱনা বা অনিশ্চয়তাৰ ভাব প্ৰকাশ কৰে। যেনে—

**যদি** বৰষুণ দিয়ে, পুৱা ফুৰিবলৈ নাযাওঁ।

তেওঁৰ আগত কথাটো কম, **জানোচা** সকলোৰে আগত কৈ ফুৰে।

মোৰ চাকৰিটো হ'ব **কিজানি**।

এই বাক্যকেইটাত ব্যৱহৃত **যদি, জানোচা** আৰু **কিজানি** অব্যয়ে ক্ৰমে সম্ভাৱনা, সন্দেহ আৰু অনিশ্চয়তাৰ ভাব প্ৰকাশ কৰিছে। আনকেইটামান সন্দেহবোধক অব্যয় হৈছে— জানো (জানো তেওঁ আহেনে নাহে), চাগৈ (সি চাগৈ আহিব), হ'বলা (দেউতা আজি আহিব হ'বলা) ইত্যাদি।

**১৩.২.৪. ভাববোধক অব্যয় ঃ** ভাববোধক অব্যয়ে মনৰ আনন্দ, সুখ-দুখ, বেজাৰ, লাজ, ভয়, ঘৃণা, আশ্চৰ্য আদি ভাব প্ৰকাশ কৰে। যেনে—

**বাঃ** কি সুন্দৰ দৃশ্য!

**হায় হায়!** ল'ৰাটো অকালতে ঢুকাল!

**ছিঃ** এনে বেয়া কথা ক'ব নাপায়!

**আও!** এই কণমানিটোৰ ইমান সাহ!

উল্লিখিত বাক্যকেইটাত ব্যৱহৃত **বাঃ, হায় হায়, ছিঃ, আও** আদি শব্দই ক্ৰমে আনন্দ, বেজাৰ, ঘৃণা আৰু আশ্চৰ্য ভাব প্ৰকাশ কৰিছে। সেয়েহে সেই চাৰিওটা ভাববোধক অব্যয়। অসমীয়া ভাষাত ব্যৱহৃত আন কিছুমান ভাববোধক অব্যয় হ'ল— উঃ, ইচ্, আই ঐ, আই ঐ দেহি, হৰি হৰি, ৰাম ৰাম, শ্ৰীবিষ্ণু ইত্যাদি।

**১৩.২.৫. সম্বোধনবোধক অব্যয় :** কাৰোবাক সম্বোধন কৰি মাতিবলৈ ব্যৱহাৰ কৰা অব্যয়বোৰেই সম্বোধনবোধক অব্যয়। অসমীয়া ভাষাত ব্যৱহাৰ হোৱা এনে অব্যয় কেইটামান হ'ল—

অ' নৰেণ, এইফালে আহ।

**হে হৰি**, ৰক্ষা কৰা।

পিতাই ঐ, বেগেতে আহ।

**হয়েঁ** জেতুকী, আবেলি এপাক আহিবিচোন।

আন কিছুমান সম্বোধনবোধক অব্যয় শব্দ হৈছে—এ (হৰি), অ' (ৰাজু), ঐ (ল'ৰা), **হেৰ'** (ধনীৰাম), **হেৰা** (বোপাটি), **হেঁৰি** (ডাঙৰীয়া) আদি। "দুৰৈৰ মানুহক মাতোতে আৰু ৰিং মাৰোঁতে অ' আৰু ঔ অব্যয় ব্যৱহাৰ হয়। অ' প্ৰায়ে শব্দৰ আগত থাকে আৰু ঔ পাছত থাকে।" যেনে—

অ' বোপাই, বোপাই ঔ।

সেইদৰে ঐ সদায় শব্দৰ আগত থাকে। যেনে—ঐ ল'ৰা, এইফালে আহ। আনহাতে **হেৰ'/হেৰৌ, হেৰা** আৰু **হেঁৰি** অব্যয় ক্ৰমে তুচ্চাৰ্থ, মান্যাৰ্থ আৰু অধিক মান্যাৰ্থত ব্যৱহাৰ হয়। (সম্বোধনবোধক নিৰ্দিষ্টতাবাচক প্ৰত্যয় চাওক।)

অব্যয় শব্দৰ লিংগভেদ কৰিব নোৱাৰি যদিও **হয়েঁ, হয়েঁৰা** কিন্তু স্ত্ৰীলিংগবাচক। **হয়েঁৰা** অব্যয়ত কেতিয়াবা নিন্দাৰ ভাব নিহিত হৈ থাকে। যেনে—

**হয়েঁৰা** ৰচকী, কোনফালে যোৱা?

**১৩.২.৬. প্ৰশ্নবোধক অব্যয় :** প্ৰশ্ন সুধিবলৈ ব্যৱহাৰ কৰা অব্যয়বোৰেই প্ৰশ্নবোধক অব্যয়। **বোলে, নে, নেকি, জানো, হয়** আদি অব্যয় প্ৰশ্ন সুধিবলৈ এনেদৰে ব্যৱহাৰ হয়—

ৰঘু **বোলে** গ'লগৈ?

তুমি মোৰ লগত পূজা চাবলৈ যাবা**নে**?

ৰীণাৰ বিয়ালৈ গৈছিলা**নেকি**?

অসুখীয়া গাৰে তই স্কুললৈ যাবি **জানো**?

তই **হেনো** দিল্লীলৈ যাবি, **হয়**?

প্ৰশ্নবোধক অব্যয়ত প্ৰশ্নবোধক এক বিশেষ সুৰ বা লয় আছে, যি সাধাৰণ বাক্য একোটাক প্ৰশ্নবোধক বাক্যলৈ ৰূপান্তৰ কৰে। মন কৰিবলগীয়া যে প্ৰশ্নবোধক **নে, নেকি** ক্ৰিয়াপদটোৰ গাতে লাগি ব্যৱহাৰ হয়।



**১৩.২.৭. সমিধানবোধক অব্যয় :** আন মানুহৰ কথা বা আচৰণৰ উত্তৰ স্বৰূপে ব্যৱহাৰ হোৱা অব্যয়ৰ নাম সমিধানবোধক অব্যয়। যেনে—

দেউতা, তুমি আজি অফিচলৈ যাবানে?

—**ওঁ**, যাম।

বোপা ঘৰত আছানে?

—**হয়**, আছোঁ।

তুমি পুথি পঢ়িব জানানে?

—**ওহোঁ**, নাজানোঁ।

ইয়াত **ওঁ, হয়, ওহোঁ** সমিধানবোধক অব্যয়। আন কিছুমান সমিধানবোধক অব্যয় হৈছে—এৰা, বাৰু, ভাল, পাচে, বেচ্, হৈছে। সমিধানবোধক অব্যয়কেইটাৰ ব্যৱহাৰ মন কৰিবলগীয়া। সাধাৰণতে সমনীয়া, সাধাৰণ বা আপোন মানুহৰ কথা শলাগোঁতে **ওঁ, এৰা, বাৰু** আৰু মান্যৱন্ত মানুহৰ কথা শলাগোঁতে **ভাল, হয়, হৈছে** ব্যৱহাৰ কৰা হয়। ওপৰত **ওঁ** আৰু **হয়**-ৰ উদাহৰণ দিয়া হৈছে। বাকীকেইটা অব্যয়ৰ ব্যৱহাৰ এনে ধৰণৰ—

দাদা, তুমি ৰূপমৰ বিয়ালৈ নোযোৱা?

—**এৰা**, যাব লাগিব।

খুড়া, মই এতিয়া যাওঁ!

—**বাৰু**, যোৱা।

মহেশ, এতিয়া বিদায়হে!

—**ভাল**, যাওক।

ঐ মণি, পিকনিকলৈ যাবলৈ ওলাইছ **হয়, পাচে** দেউতাই বা যাবলৈ দিয়ে নে নিদিয়ে! ইত্যাদি।

**১৩.২.৮. আনুষংগিক অব্যয় :** আনুষংগিক অব্যয়ে বিশেষ্য বা সৰ্বনাম আৰু ক্ৰিয়াৰ পাছত বহি সিবোৰত ভিন ভিন অৰ্থ আৰোপ কৰে। এনে অব্যয় যোগ হ'লে বিশেষ্য বা সৰ্বনামৰ পাছত প্ৰায়ে বিশেষ বিশেষ বিভক্তি যোগ হয়। সেই বিভক্ত্যন্ত শব্দৰ সৈতে এইবোৰ অব্যয়ৰ অন্বয় বা সম্বন্ধ স্থাপিত হয় বাবেই এইবোৰ অব্যয়ক পদান্বয়ী অব্যয় বুলিও কোৱা হয়। প্ৰয়োগৰ ভিত্তিত আনুষংগিক অব্যয়বোৰক **উপপদ অব্যয়** (preposition) আৰু **অনুপদ অব্যয়** (postposition), এই দুটা ভাগত ভগাই আলোচনা কৰিব পাৰি।

**১৩.২.৮.১ উপপদ অব্যয় ঃ** অসমীয়া উপপদ অব্যয় তেনেই তাকৰ। দৰাচলতে অসমীয়াত ব্যৱহৃত আটাইবোৰ উপসৰ্গই উপপদ অব্যয়। তাৰ বাহিৰেও উপপদ অব্যয় হিচাপে ব্যৱহাৰ হোৱা আৰু কিছুমান শব্দ আছে। এই অব্যয়বোৰৰ নামশব্দৰ লগত ঘনিষ্ঠ সম্বন্ধ থাকে আৰু যি শব্দৰ লগত সম্বন্ধ থাকে, তাৰ ঠিক আগতে বহে। উপসৰ্গৰ পৰা পৃথক কৰিবৰ বাবেই এই উপপদ অব্যয়বোৰ নামশব্দৰ পৰা নিলগাই পৃথকে লিখিব লাগে। উপপদ আৰু অনুপদ আনুষংগিক অব্যয়বোৰ কোনো ব্যাকৰণ লেখকে মূল শব্দটোৰ পৰা পৃথকে লিখিছে (অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ১০১-৭), কোনোৱে মূল শব্দটোৰ গাতে লগাইও লিখিছে আৰু কেতিয়াবা পৃথকেও লিখিছে (অসমীয়া ব্যাকৰণ প্ৰবেশ, পৃ. ৩১২-১৩, বহল ব্যাকৰণ, পৃ. ১০৪)। বৰ্তমান লেখকৰ 'অসমীয়া ভাষাৰ ৰূপতত্ত্ব'ত (পৃ. ১৫৮) আনুষংগিক অব্যয়বোৰ মূল শব্দৰ গাতে লগাই লেখিবলৈ কোৱা হৈছিল। কিন্তু অব্যয় হিচাপে এইবোৰৰ কিছুমান সম্পৰ্কযুক্ত মূল শব্দৰ পৰা পৃথককৈ লিখাই ভাল। উপপদ অব্যয়ৰ ব্যৱহাৰ ঃ

**বিনা** মেঘে বজ্ৰপাত পৰিল।
**সহ** যোদ্ধা বা **সহ** কৰ্মীজন বৰ ভাল নহ'ল।
আজি উপ প্ৰধানমন্ত্ৰী অহাৰ কথা।
ল'ৰাটো **সাইলাখ** দেউতাকৰ দৰে।
দেউতা **প্ৰতি** শনিবাৰে বাগিচাৰ পৰা ঘৰলৈ আহে।

উল্লিখিত **বিনা, সহ, উপ, সাইলাখ, প্ৰতি** আদি উপপদ অব্যয়। বিনা অব্যয় **বিনে** ৰূপতো পোৱা যায়। যেনে—

হৰিত **বিনে** গতি নাই।

**১৩.২.৮.২. অনুপদ অব্যয় ঃ** অসমীয়া ব্যাকৰণত অনুপদ অব্যয়ক পৰসৰ্গ বোলা হৈছে। (অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ.১০১-৬)। পৰসৰ্গই শব্দ বা ধাতুৰ পাছত বহি শব্দৰ ৰূপৰ পৰিবৰ্তন ঘটাই নতুন অৰ্থবাচক শব্দ গঠন কৰে। সেয়েহে শব্দ গঠনাত্মক আৰু ৰূপাত্মক পৰসৰ্গৰ পৰা (suffix) পৃথক কৰিবৰ কাৰণে নামশব্দ বা ক্ৰিয়াৰ পাছত বহা অব্যয়বোৰক অনুপদ অব্যয় বোলা উচিত। সাধাৰণতে শব্দবিভক্তিযুক্ত নামশব্দ আৰু সমাপিকা ক্ৰিয়াৰ পাছত যোগ হোৱা অব্যয়বোৰেই অনুপদ অব্যয়। শব্দবিভক্তি আৰু ক্ৰিয়া বিভক্তিযুক্ত শব্দৰ পাছত যোগ হোৱা অনুপদ অব্যয়বোৰ পৃথকে লেখাই যুগুত। কিয়নো বিভক্তিৰ পাছত সাধাৰণতে কোনো সৰ্গ যোগ নহয়।



কিন্তু স্বাৰ্থিক প্ৰত্যয় হিচাপে ক্ৰিয়াৰ পাছত ব্যৱহাৰ হোৱা কোনোবাটো অনুপদ অব্যয় ক্ৰিয়াটোৰ গাতে লাগি ব্যৱহৃত হ'ব পাৰে। সেইদৰে অনুপদ অব্যয় হিচাপে ব্যৱহাৰ হোৱা জোৰ বুজোৱা ৰূপবোৰো ক্ৰিয়াৰ গাতে লগাই ব্যৱহাৰ কৰা হয়। প্ৰয়োগৰ দিশৰ পৰা অনুপদ অব্যয়বোৰক দুটা ভাগত ভগাব পাৰি—

(ক) বিশেষ্য বা নামবাচক অনুপদ (nominal post-positions)
(খ) ক্ৰিয়াবাচক অনুপদ (verbal post-positions)

**(ক) বিশেষ্য বা নামবাচক অনুপদ অব্যয় ঃ** এই অনুপদবোৰ বিশেষ্য বা সৰ্বনামৰ পাছত যোগ হয়। মন কৰিবলগীয়া যে অনুপদবোৰ যোগ হোৱাৰ আগতে বিশেষ্য বা সৰ্বনামৰ পাছত প্ৰায়ে ষষ্ঠী-**ৰ**, প্ৰথমা-**এ**, তৃতীয়া-**ৰে** আৰু কেতিয়াবা দ্বিতীয় -**ক** বিভক্তিও লগ লাগে। বিভক্তিহীন বিশেষ্য আৰু সৰ্বনামৰ পাছতো অনুপদ অব্যয় যোগ হয়। কেতিয়াবা আকৌ বিশেষ্যৰ পাছত প্ৰথমা -**এ** নাইবা সপ্তমী -**ত** বিভক্তি যোগ দি সেইটো ৰূপকে নামবাচক অনুপদ অব্যয় ৰূপে ব্যৱহাৰ হয়। যেনে— কাৰণ-**এ** = কাৰণে, হক -**এ** = হকে, বাব-**এ** = বাবে, ভিতৰ-**ত** = ভিতৰত, লগ-**ত** = লগত, পাছ্-**ত** = পাছত আদি। কেতিয়াবা বিশেষ্যৰ পাছত -**কে** প্ৰত্যয় যোগ দিও অব্যয় শব্দ সজা হয়। যেনে—হেতু-**কে** = হেতুকে। বিশেষ্যবাচক অনুপদ কিছুমান হৈছে—অৰ্থে, ওপৰত, দৰে, দ্বাৰা, নিমিত্তে, নিচিনা, মতে, পৰা, পিনে, প্ৰতি, বাবে, বাহিৰে, বিষয়ে, মতে, মাজত, সম্বন্ধে, হতুৱাই, দি, দেখোন, নো, পতি, বা, হ'লে, সৈতে, আদি কৰি, কৈ ইত্যাদি।

বিভক্ত্যন্ত বিশেষ্যৰ পাছত যোগ হোৱা অনুপদৰ ব্যৱহাৰ—

(ক) -**ৰ** বিভক্তিৰ পাছত ঃ

অৰ্থে ঃ গৃহস্থৰ কুশলৰ **অৰ্থে**।
ওপৰত ঃ আনৰ **ওপৰত** নিৰ্ভৰশীল নহ'বা।
কাৰণে ঃ এইখন কিতাপ তোমাৰ **কাৰণে** আনিছোঁ।
দৰে ঃ বাপুজীৰ **দৰে** ব্যক্তি পৃথিৱীত বিৰল।
নিমিত্তে ঃ তোমাৰ **নিমিত্তে** মোৰ একো নহ'ল।
নিচিনা ঃ তোমাৰ **নিচিনা** অবুজ মানুহ দেখা নাই।
পৰা ঃ কাপটো হাতৰ **পৰা** পৰি ভাগিল।
পাছত ঃ তাৰ **পাছত** কি হ'ল গম নাপালোঁ।

পিনেঃ আকাশৰ **পিনে** চোৱা, সুন্দৰ নীলা আকাশ।
প্ৰতি ঃ দুখীয়াৰ **প্ৰতি** দয়াশীল হ'ব লাগে।
বাবে ঃ মানুহৰ **বাবে** মানুহে নাভাবিলে কোনে ভাবিব ?
বাহিৰে ঃ দেউতাৰ **বাহিৰে** মোৰ আৰু কোনো নাই।
বিষয়ে ঃ তোমাৰ **বিষয়ে** বাহিৰত বেয়াকৈ ওলাইছে।
ভিতৰত ঃ নিজৰ **ভিতৰত** খোৱা-কামোৰা লগাব নাপায়।
মতে ঃ মোৰ **মতে** দাদাই ঠিকেই কৈছে।
মাজত ঃ সিহঁতৰ **মাজত** নোসোমোৱাই ভাল।
লগত ঃ তুমি ভাইটিৰ **লগত** যোৱাগৈ।
সম্বন্ধে ঃ তেওঁৰ **সম্বন্ধে** মই ভালকৈ নাজানো।

(খ) -এ বিভক্তিৰ পাছত ঃ
দি ঃ বাটে **দি** কোনোবা গৈছে।
খিৰিকিয়ে **দি** কোনোবাই চাই আছে।
হঠাৎ মোৰ মুখে **দি** কথাটো ওলাই গ'ল।
দেখোন ঃ মানুহে **দেখোন** কথাটো ভাল পোৱা নাই।
নো ঃ মানুহে **নো** কি ভাবিব !
পতি ঃ ধানটোৱে **পতি** কণটো মানুহটোৱে**পতি** মনটো।
বা ঃ কথাটো শুনি মানুহে **বা** কি কয় !
হ'লে ঃ মই **হ'লে** কথাটো ভাল পোৱা নাই।

(গ) -ৰে বিভক্তিৰ পাছত ঃ
সৈতে ঃ অতি ভক্তিৰে **সৈতে** সেৱা জনাইছোঁ।
তাৰে **সৈতে** আহিলোঁ।

কেতিয়াবা অকল -ৰ বিভক্তিৰ পাছতো **সৈতে** যোগ হয়।
যেনে— দেউতাৰ **সৈতে** আহিলোঁ।

(ঘ) -ক বিভক্তিৰ পাছত ঃ -ক বিভক্তিৰ পাছত যোগ হ'লে -ক প্ৰায়ে -কে লৈ ৰূপান্তৰ হয়। যেনে—
আকাশকে আদি কৰি গোটেইবোৰ ল'ৰা গ'লগৈ।

(ঙ) -ত বিভক্তিৰ পাছত ঃ
-কৈ ঃ হৰিত **কৈ** মধু ভাল।



**বিভক্তিহীন নামশব্দৰ পাছত যোগ হোৱা অনুপদ অব্যয় ঃ** সাধাৰণতে বিভক্তিহীন দুই-এটা বিশেষ্য আৰু নিৰ্দেশবোধক সৰ্বনাম এই, সেই-ৰ পাছত **অনুসৰি, অনুযায়ী, নিমিত্তে, দেখি, কাৰণে, ফালে, পিনে, পৰ্যন্ত, বুলি, যেন, হেন,** আদি অনুপদ যোগ হয়। এইবোৰ অব্যয়ৰ ব্যৱহাৰ ঃ

কথা **অনুযায়ী**, কাম কৰিব লাগে।
কাম **অনুসৰি** সকলোৱে দৰমহা বেলেগ বেলেগ।
এই বা সেই **নিমিত্তে** মই নগ'লোঁ।
সেই **দেখি** মই তোমাক বেয়া পাওঁ।
এই **পৰ্যন্ত** বা আজি **পৰ্যন্ত** মই গুৱাহাটীতে আছোঁ।
সেই **ফালে** বা **পিনে** নোযোৱাই ভাল।
সেই **বুলি** তুমি নহাকৈ নাথাকিবা।
সন্ধিয়াৰ আকাশখন জুই **যেন** ৰঙা হৈ পৰিছে।
এই **হেন** ডেকাটো হৈ চোৰটো ধৰি ৰাখিব নোৱাৰিলা ! ইত্যাদি।

কেতিয়াবা অতীত কৃদন্তৰ পাছতো **যেন, হেন** অনুপদ যোগ হয়। যেনে—
তোমাক কথাটো কোৱা **যেন** লাগিছে।
এই কামটো আগতে কৰা **হেন** লাগিছে।

**ক্ৰিয়াবাচক অনুপদ অব্যয় ঃ** ক্ৰিয়াবাচক অনুপদ অব্যয়বোৰক স্বাৰ্থিক প্ৰত্যয় (pleonastic suffix) বুলিও ক'ব পাৰি। স্বাৰ্থিক প্ৰত্যয় হিচাপে ব্যৱহাৰ হোৱা এই আনুষংগিক ক্ৰিয়াবাচক অনুপদবোৰে ক্ৰিয়াৰ পাছত যোগ হৈ বাক্যৰ অৰ্থ দৃঢ় কৰাৰ লগতে অনিশ্চয়তা, সম্ভাৱনা, মৃদু অনুৰোধ, ইচ্ছা আদি ভাব প্ৰকাশ কৰে। বিভিন্ন অৰ্থত ব্যৱহাৰ হোৱা ক্ৰিয়াবাচক অনুপদ অব্যয় বা স্বাৰ্থিক প্ৰত্যয় কিছুমান হৈছেঃ হি, গৈ, চোন/চোঁ, দেই, দেখোন, বুলি, পাই, না, নো আদি। অসমীয়া ভাষাত ভিন্ন অৰ্থবাচক এইবোৰ স্বাৰ্থিক প্ৰত্যয়ৰ ব্যৱহাৰ এনে ধৰণৰ—

গৈ ঃ ক্ৰিয়া আন ঠাইত সমাধা হোৱা অৰ্থাৎ **গৈ** পোৱা বুজায়।
যেনে— নন্দিতা ডিব্ৰুগড় পালে **গৈ**।
হি ঃ আহি পোৱা বুজায়। যেনে—অৰুণ গুৱাহাটীৰ পৰা পালে **হি**।
চোন ঃ মৃদু অনুৰোধ বা আশাৰ বিপৰীত অৰ্থ প্ৰকাশ কৰে। যেনে—
তুমি এবাৰ আহিবা **চোন**।
দীপক নাহিল **চোন** !

চোন-টো কেতিয়াবা চোঁ ৰূপতো ব্যৱহাৰ হয়। যেনে— আমাৰ ঘৰলৈ এদিন আহিবা চোঁ। এনে ৰূপ উজনি অসমত বিশেষভাৱে দেখা যায়। কেতিয়াবা নামশব্দৰ পাছতো চোন ব্যৱহাৰ কৰা হয়। যেনে—তুমিচোন নাহিলা!

**দেই** ঃ মৃদু অনুৰোধ বুজায়। যেনে—

মোৰ বিয়ালৈ তুমি আহিবা **দেই**।

**দেখোন/ দেখোঁ** ঃ আশাৰ বিপৰীত অৰ্থ প্ৰকাশ কৰে। যেনে—

ল'ৰাজন নাহিল **দেখোন**।

তুমি একো নাখালা **দেখোঁ**।

**বুলি** ঃ গুৰুত্বসূচক ভাব প্ৰকাশ কৰে। যেনে—

সি আহিব **বুলি** শুনিছোঁ।

**পাই** ঃ অলপ জোৰ বুজায়। যেনে—

মই নাজানো **পাই**।

**না** ঃ অনুৰোধ বুজায়। যেনে—

চাহ একাপ খোৱা **না**।

**নো** ঃ অনিশ্চয়তা বুজায়। যেনে—

এই বয়সত পঢ়িলে **নো** কি হ'ব।

**চোন, দেখোন** আৰু **নো** প্ৰায় একে অৰ্থত নামশব্দৰ পাছতো ব্যৱহাৰ হয় (নামবাচক অনুপদ অব্যয় চাওক)। এই স্বাৰ্থিক প্ৰত্যয়বোৰ অসমীয়া ভাষাৰ স্বকীয়তা প্ৰকাশক এক গুৰুত্বপূৰ্ণ ভাষিক উপাদান।

**১৩.৩. জোৰ বুজোৱা ৰূপ** ঃ এই ৰূপবোৰে ওপৰঞ্চি আৰু ডাঠি কোৱা ভাব প্ৰকাশ কৰে। অকলে অৰ্থ প্ৰকাশ কৰিব নোৱাৰা এইবোৰ এক প্ৰকাৰ ক্ৰিয়াবাচক অনুপদ অব্যয় বা স্বাৰ্থিক প্ৰত্যয়ৰ দৰে বদ্ধৰূপ (bound form); কিন্তু প্ৰয়োগ আৰু ব্যৱহাৰৰ পিনৰ পৰা জোৰ বুজোৱা ৰূপবোৰ কিছু বেলেগ। এই ৰূপবোৰ— "বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, ক্ৰিয়াবিশেষণ, সংখ্যাবাচক শব্দ, শব্দবিভক্তি, নামবাচক অনুপদ, নিৰ্দিষ্টতাবাচক প্ৰত্যয় আৰু অনিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ পাছত যোগ হয়।" (অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ১০৭)। বিভিন্ন শব্দ আৰু সৰ্গৰ পাছত যোগ হোৱা এনেবোৰ জোৰ বুজোৱা ৰূপৰ সংখ্যা বৰ কম। ওপৰঞ্চি ভাবত ব্যৱহাৰ হোৱা একমাত্ৰ ৰূপ বা সৰ্গ হৈছে-ও আৰু ডাঠি কোৱা ভাবত ব্যৱহাৰ হোৱা ৰূপ হৈছে **-এ, -এই, -হে** আৰু -কে/কৈ। এই প্ৰত্যয়বোৰ মূল শব্দৰ গাতে লাগি বহে।



ওপৰঞ্চি ভাবত ব্যৱহাৰ হোৱা -ও প্ৰত্যয়ৰ প্ৰয়োগ ঃ

এইবাৰ **পুৰীলৈ** দেউতাও যাব।

দুপৰীয়াৰ ভোজলৈ **তুমিও** আহিবা।

কামটো ভালো হ'ল, একপ্ৰকাৰ **বেয়াও** হ'ল।

তুমি গাঁৱলৈ আহিলে আমাৰ **ঘৰলৈও** আহিবা।

ৰমলাই **পঢ়িবও** নাজানে, **লিখিবও** নাজানে।

যোগৰ মাষ্টৰজন **আজিও** নাহিল।

তোমালোক **দুয়ো** একেলগে আহিবা।

মোক আৰু **একো** নালাগে।

তুমি আহোঁতে **কিতাপখনো** লৈ আহিবা।

আজি মোৰ বান্ধৱী **দুজনীমানো** অহাৰ কথা।

কামটো ৰবীনৰ **জৰিয়তেও** কৰাবা পাৰা।

ডাঠি কোৱা ভাবত ব্যৱহাৰ হোৱা -এ, -এই, -হে আৰু -কে/কৈ প্ৰত্যয়ৰ প্ৰয়োগ—

**-এ** ঃ ঘৰত আজি একো **বস্তুৱে** নাই।

কথাটো **ময়ে** ক'লোঁ।

তুমি **ঘৰলৈয়ে** যোৱা।

মই চাহ **খালোঁৱে**।

আমাৰ ঘৰলৈ **আজিয়ে** আহিবা। ইত্যাদি।

**-এই** ঃ এইবাৰ ভাদমহীয়া ভাওনাত **মানুহেই** নহ'ল।

নাই মোমাইতকৈ কণা **মোমায়েই** ভাল।

এই কলমটো **তুমিয়েই** দিছিলা।

ডাঙৰ মাছতকৈ **সৰুৱেই** ভাল খাবলৈ।

মই ভাত **খালোঁৱেই**।

কামটো ভাইটিৰ **দ্বাৰাই** (-এ>ই) কৰালোঁ।

তুমি **আজিয়েই** আহিবা।

এতিয়া দেখোন **তিনিয়েই** বাজিল।

তুমি দিয়া **কিতাপখনেই** হ'ব।

দাদা যোৱা আজি **দুমাহমানেই** হ'ল।

-হে ঃ এইবাৰ পুৰীত হ'ব লগা শংকৰ জয়ন্তীলৈ মই নাযাওঁ, দিবাকৰহে যাব।

ৰমলাৰ বিয়াৰ কথা মইহে তোমাক ক'লোঁ।
দৌল গোবিন্দলৈ মইতো সদায় যাব খোজোঁ, তোমাৰহে সময় নাই।
জয়ন্তৰ দ্বাৰাহে কামটো কৰালোঁ।
এই মাত্ৰ চাহ খালোঁহে।
যাবা ৰ'বা, এতিয়া তিনিহে বাজিছে।
মোক এই কিতাপখনহে লাগে।
দাদা দিল্লীলৈ যোৱা এমাহমানহে হ'ল।

-কে/কৈ ঃ ইয়াৰ ব্যৱহাৰ সীমিত। সাধাৰণতে ক্ৰিয়াবিশেষণৰ পাছতহে ইয়াৰ ব্যৱহাৰ দেখা যায়। যেনে—

চাৰ্কাচ চাবলৈ গৈ ল'ৰাটো আজিলৈকে ঘূৰি নাহিল।
পূজাত তুমি সঁচাকৈ আহিবা?

কেতিয়াবা -কৈ-ৰ পাছত -এ যোগ হৈ ডাঠি কোৱা ভাবটোক আৰু দৃঢ় কৰে। যেনে—

তুমি সঁচাসচিঁকৈয়ে ভাল মানুহ।

১৩.৪. কেতিয়াবা ক্ৰিয়া শব্দ এটা দুবাৰ ব্যৱহাৰ কৰি প্ৰথম ক্ৰিয়াটোৰ পাছত জোৰ বুজোৱা প্ৰত্যয় যোগ দি জোৰ বুজোৱা কাৰ্যৰ গাঢ়তা প্ৰকাশ কৰা হয়। (অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ১১১)। যেনে—

মই এইবাৰ পিকনিকলৈ যামেই যাম।
গীতটো শুনোহে শুনো মনত ৰাখিবকে নোৱাৰোঁ।

●●●

# প্ৰসংগ পুথি


**অসমীয়া**

গোস্বামী, উপেন্দ্ৰনাথ ঃ ১৯৮১; অসমীয়া ভাষাৰ ব্যাকৰণ, মণিমাণিক, পাণবজাৰ, গুৱাহাটী

„ গোলোকচন্দ্ৰ ঃ ১৯৯৩ (৩য় সংস্কৰণ); অসমীয়া ব্যায়কৰণৰ মৌলিক বিচাৰ, বীণা লাইব্ৰেৰী, গুৱাহাটী

„ „ ঃ ১৯৯০ (২য় সংস্কৰণ); অসমীয়া বৰ্ণ প্ৰকাশ, বীণা লাইব্ৰেৰী, গুৱাহাটী

„ „ ঃ ১৯৬৬; ধ্বনি বিজ্ঞানৰ ভূমিকা; বাণী প্ৰকাশ, গুৱাহাটী

„ „ ঃ ২০০০; অসমীয়া ব্যাকৰণ প্ৰৱেশ, বীণা লাইব্ৰেৰী, গুৱাহাটী

তালুকদাৰ, প্ৰিয়দাস ঃ ১৯৮৮ (১ম প্ৰকাশ); উচ্চমানৰ অসমীয়া ভাষা বোধিকা, শ্ৰীভূমি পাবলিচিং কোম্পানী, ক'লকাতা

বৰা, সত্যনাথ ঃ ১৯৭২ (২৬ তম তাঙৰণ); বহল ব্যাকৰণ, গুৱাহাটী

বৰুৱা, হেমচন্দ্ৰ ঃ ২০০৩ (১ম প্ৰকাশ, ১৮৫৯ চন); অসমীয়া ব্যাকৰণ, হেমকোষ প্ৰকাশন, গুৱাহাটী

মেধি, কালিৰাম ঃ ১৯৭৮ (২য় তাঙৰণ); অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী

মৰল, ভগবান ঃ ১৯৭৪; অসমীয়া ব্যাকৰণ জ্যোতি, গুৱাহাটী

শইকীয়া বৰা, লীলাৱতী ঃ ২০০৬ (১ম সংস্কৰণ); অসমীয়া ভাষাৰ ৰূপতত্ত্ব, বনলতা, গুৱাহাটী

„ „ ঃ ২০০২ (১ম প্ৰকাশ); সংস্কৃত পালি-প্ৰাকৃত আৰু অসমীয়া ব্যাকৰণ, বনলতা, গুৱাহাটী

শৰ্মা, গিৰিধৰ ঃ ১৯৫৩ (১ম সংস্কৰণ); আধুনিক অসমীয়া ভাষাৰ ব্যাকৰণ, গুৱাহাটী

**বাংলা**

চট্টোপাধ্যায়, সুনীতি কুমাৰ ঃ ১৯৬৬ (নবীন সংস্কৰণ); সৰল ভাষা প্ৰকাশ বাংলা ব্যাকৰণ, কলকাতা

বিদ্যাসাগৰ, ঈশ্বৰচন্দ্ৰ ঃ ১৯৬৬ সমগ্ৰ ব্যাকৰণ কৌমুদী, আশুতোষদেৱৰ দ্বাৰা সম্পাদিত আৰু মহামহোপাধ্যায় দুৰ্গাচৰণ সাংখ্য বেদান্তী তীৰ্থৰ দ্বাৰা সংশোধিত ও পৰিবৰ্ধিত, কলকাতা

সেন, সুকুমাৰ ঃ ১৩৫৯ (বাংলা চন); বাংলা ভাষা প্ৰকাশ ব্যাকৰণ, কলকাতা

শ', ৰামেশ্বৰ ঃ ১৯৯৬ (৩য় সংস্কৰণ); সাধাৰণ ভাষা-বিজ্ঞান ও বাংলা ভাষা, কলকাতা

ইংৰাজী ঃ

Balasubramanian, T.: 2000 (11th Reprint); A Text Book of English Phonetics for Indian Students, Macmillan India Ltd.

Bauer, Laurie : 1993 (6th Reprint); English word Formation, Cambridge University Press

Chatterji, S.K. : 1986 The Origin and Development of the Bengali Language, Rupa 9 Co. Calcutta

Crystal, David : 1971 (6th ed.); Linguistics

Goswami, G.C. : 1983; Structure of Assamese, Gauhati University, Gauhati

" " : 1966; An Introduction to Assamese Phonology, Deccan College, Pune

" " U.N., : 1971; Kamrupi, A Dialect of Assamese, Guwahati

Hocket, C. F. : 1958; A Course in Modern Linguistics

Hudleton, Rodney : 2009 (11th Reprint); English Grammar : An Outline, Cambridge University Press

Kakati, Banikanta : 1972 (3rd Ed); Assamese, Its Formation and Development, Lawers Book Stall, Guwahati

Leech, Geofrey : 1989; An A-Z of English Grammar & Usage, Arnold Publishers

Leech, Geoffrey & Svartvik, Jan : 2004 (2nd Indian Reprint); A Communicative Grammar of English; Pearson Longman

Lock, Graham : 2005 (8th ed); Functional English Grammar, Cambridge University Press

Nida, E.A : 1949, Morphology

Quirk, Randolph & Greenbaum, Sidney : 2000 (2nd Indian Reprint); A University Grammar of English, Longman

